# অসম সাহিত্য সভা চতুশ্চত্বাৰিংশ্য অধিৱেশন

অভয়াপুৰী ১৯৭৭

স্মৃতিগ্ৰন্থ



# স্মৃতি-গ্ৰন্থ

## অসম সাহিত্য সভা চতুশ্চত্বাৰিংশৎ
## অভয়াপুৰী অধিবেশন




৪, ৫, ৬ ফেব্ৰুৱাৰী, ১৯৭৭ চন

অসম সাহিত্য সভাৰ ৪৪ তম অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীজ্যোতিষ বৰুৱাৰ দ্বাৰা প্ৰকাশিত

সম্পাদক ঃ

শ্ৰীঅম্বিকাচৰণ চৰকাৰ

●

সহযোগী ঃ

তথ্য আৰু জনসংযোগ বিভাগ,
দিছপুৰ, অসম

●

বেটুপাত ঃ

গুৱাহাটী আৰ্টিষ্ট গিল্ড,
জি, এন, বৰদলৈ ৰ'ড
গুৱাহাটী-৩

●

মুদ্ৰক ঃ

ট্ৰিবিউন প্ৰেছ
গুৱাহাটী-৩



শ্ৰী বি. ডি. জাট্টি
উপৰাষ্ট্ৰপতি
মুল অধিবেশনৰ উদ্বোধক



Press Secretary to the President
Rashtrapati Bhavan
New Delhi—110004.
India.

November 12, 1976.

The President is glad to know from your letter of the 11th October, 1976 that the Assam Sahitya Sabha will hold its 44th Annual Session in January, 1977 at Abhayapuri. He sends his best wishes for the success of the Session.

**A. M. Abdul Hamid.**

Shri Ambikachoran Sarkar,
Secretary, Smritigrantha,
Assam Sahitya Sabha,
P.O. Bongaigoan
Assam.

**Suniti Kumar Chatterji**
National Professor of India
in Humanities

October 15, 1976.

I am glad to hear that you are celebrating the 44th session of your Sahitya Sabha. I hope it will be a great success, and I wish all participants and lovers of Assamese literature should be able to make this session, with its Souvenir Volume, a work of great importance for the study of Assamese language, literature and culture.

**Suniti Kumar Chatterji.**



সবিনয় নিবেদন,

এইবাৰ অসম সাহিত্য সভাৰ সন্মিলন প্ৰাচীন কামৰূপ ৰাজ্যৰ--যেতিয়া কোচবিহাৰত ৰজা নৰনাৰায়ণৰ ৰাজত্বৰ সময়ত 'শঙ্কৰ সূৰ্য্যই' ৰাজসভাত সভাপণ্ডিতসকলৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিছিল, যি সময়ত কোচ বংশী ৰজাসকলে কোচবিহাৰ, বিজনী, দৰং, বেলতলা, এই চাৰি ঠাইত চাৰিখন ৰাজ্যৰ অধিপতি হৈ প্ৰাচীন বিশাল কামৰূপ ৰাজ্যৰ, এই অভয়াপুৰী বা সেই সময়ৰ বিজনী ৰাজ্যৰ নাভীস্থল আছিল। ৰজা নৰনাৰায়ণ আৰু মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্মমুখী কৰ্ম, আৰু কৰ্মমুখী ধৰ্ম, আজিৰ অসম দেশখন তেতিয়াৰ বিশাল কামৰূপ ৰাজ্য স্বৰূপে প্ৰকৃততে কামদা, কামৰূপা দেৱতাৰো বাঞ্চিত গন্ধৰ্বলোকৰো আদৰ্শনীয় যথাৰ্থতে দেৱতাৰো বাঞ্চিত এখন অপৰূপা ভূ-স্বৰ্গ অৰু গন্ধৰ্বলোকৰ সমকক্ষ বিশাল সাম্ৰাজ্য আছিল।

আজি এইবাৰ, প্ৰায় অৰ্দ্ধশতাব্দিৰ ওচৰা-উচৰি সময়ত সন্মিলনৰ যথাৰ্থতে বিশেষত্ব আছে বুলি অনুভৱ কৰিছো। আমি নিজে যেতিয়া ১৯২৮ কি ১৯২৯ চনত ৰঙিয়াত জনজাতীয় ছাত্ৰ সমাজৰ সন্মিলনত সভাপতিত্ব কৰিবলৈ যাওঁ, তেতিয়া স্বনামধন্য ৰূপনাথ ব্ৰহ্ম সেই সময়ৰ ছাত্ৰ নেতা আছিল। সেই সন্মিলনৰ সম্পাদক হিচাপে তেওঁ যিখন প্ৰতিবেদন বঙলা ভাষাত লিখিছিল আমি আগদিনা তাক অসমীয়ালৈ তৰ্জমা কৰি তেওঁক একৰকম মুখস্থ কৰিলৈ কওঁ। তেওঁ তাকে কৰি সন্মিলনত ভয়ে ভয়ে সেই প্ৰতিবেদন পাঠ কৰে। সেই ৰূপনাথ ব্ৰহ্মই একেৰাহে ২৫ বছৰমান মন্ত্ৰীত্ব কৰি বড়ো জাতিৰ কিয় সমস্ত অসম দেশৰেই ভাষা-সাহিত্য-সংস্কৃতিৰ এজন প্ৰধান শ্ৰেষ্ঠ সাহিত্যিক হৈয়ো একনিষ্ঠ সেৱক স্বৰূপে নিজে নিজৰ অমৰ জীৱন আদৰ্শনীয় স্বৰূপে দেশবাসীক দান দি থৈ গৈছে। সেই ৰূপনাথ ব্ৰহ্মক শেহত সভা সমিতিত অসমীয়াত ওজস্বিনী ভাষাৰে অনৰ্গল বক্তৃতা দিওতে, আমি সময়ে সময়ে সভাপতি আসনৰ পৰা তেওঁক বহুৱাব নোৱাৰি কবলৈ বাধ্য হৈছিলো যে এই ৰূপনাথ ব্ৰহ্মক অসমীয়া ভাষাত তৰ্জমা কৰি ছাত্ৰ সন্মিলনত তেওঁক উদগনি দি শেষত যে তেওঁ, আমাক দেশবাসীয়ে বাগ্মীবৰ বুলি যিটো উপাধী দান কৰিছিল, আমি নিজে চঞ্চল ডেকা ৰূপনাথক উদগনি দি, এতিয়া দেখিবলৈ পাইছো, সেই উপাধী তেওঁ আমাৰ পৰা একৰকম কাঢ়ি নিছে। আমি নিজে নিজৰ ভৰিত কুঠাৰ মাৰিলো।

৪০/৪৫ বছৰ পূৰ্বত গুৱালপাৰাত অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ নাম গোন্ধেই নাছিল। সেই সন্মিলন নামত বড়ো ছাত্ৰ সন্মিলন হ'লেও, প্ৰকৃততে বড়ো জাতিৰ প্ৰথম জাগৰণৰ শুভলক্ষণ বুলি কব পাৰি। সেই সন্মিলনৰ প্ৰকাণ্ড ৰভা ঘৰত সমস্ত গুৱালপাৰা জিলাৰ এক নতুন জাগৃতিয়ে সূক্ষ্মভাৱে সেই সন্মিলনত সভাপতি কৰিছিল বুলি আমি আজি প্ৰায় অৰ্দ্ধশতাব্দিৰ পিছত কব খোজো। আমি নিজে সেই সন্মিলনত 'সাক্ষী গোপাল' স্বৰূপে সভাপতিৰ আসন গ্ৰহণ কৰিছিলো বুলি আজি ৯৭ বছৰ বয়সত ৰোগ-শয্যাত পৰি থাকিও বড়ো জাতিৰ সেই উৎপ্ৰেৰণা, সেই জাগৃতিৰ কথাই আমাক যেন এতিয়াও উৎপ্ৰেৰণা দিছে। শেষ নিশ্বাস পেলাবৰ সময়তো আজি ভাষা-সাহিত্য-সংস্কৃতিত সেই গুৱালপাৰা অদ্বিতীয় হৈ উঠিছে। এই বিশ্বাসে আমাক আজিৰ ৰোগ শয্যাত যেন সেই সময়ৰ উৎপ্ৰেৰণা দিছে, ইয়াকেই অনুভৱ কৰিছো। আৰু আনন্দ পাইছো, সেই সময়ৰ চফল ডেকা, টোপনিতো মুখৰ হাঁহিতো নুগুছা, বৰ্তমান অসমৰ মুখ্যমন্ত্ৰী হিচাবে সমস্ত জাতিটোৰেই এক অভূতপূৰ্ব বৈপ্লবীক মনোভাব লৈ মহাত্মা গান্ধীৰ অহিংস নীতিৰে, অসমীয়া জাতিৰ এক ৰকম কঙ্কাল পৰি অহা অৱস্থাতো সকলো অঙ্গ-প্ৰত্যঙ্গ পূৰ্বঠ কৰিব পৰা যিটো অহিংস নীতিৰে বৈপ্লবীক মনোভাব সমস্ত জাতিটোৰ প্ৰাণত উদ্বেলিত কৰি তুলিছে, সেই সময়ত এইজন চফল ডেকাৰ আগ্ৰহেই আমাক তৰুণ গুৱালপাৰাৰ নেতৃত্ব গহণ কৰিবলৈ উদগাইছিল। আজি সেই শৰৎ সিংহই যথাৰ্থতে সিংহ বিক্ৰমেৰে এই সন্ধিক্ষণত সমস্ত অসমকে জাতি-বৰ্ণ-ধৰ্ম-নিৰ্বিশেষে আকৌ অসমা-সুষমা-কামদা অতীতৰ বিশাল কামৰূপ ৰাজ্যৰ গৌৰৱ বৰ্তমান যুগৰ প্ৰগতিশীল পথত নিৰ্ভীক জাতি কৰি তুলিবলৈ যিটো প্ৰচেষ্টা কৰিছে--আৰু যি সময়ত জৰুৰী আইন ঘোষণা কৰাৰ দিন ধৰি বৰ্তমান সময়ত সমস্ত জগতে যি গৰাকী মহিলাক Most courageous lady of the world বুলি অভিহিত কৰিছে ; তাৰ উপৰিও অসম মাতৃৰ সুযোগ্য সন্তান এজনে ৰাষ্ট্ৰপতিৰ আসন কেৱল অলঙ্কৃত কৰাই নহয়, গৌৰৱো বঢ়াইছে, যোৱা ২৫ বছৰে কংগ্ৰেছ মহাসভাই একৰকম মহাত্মাৰ আদৰ্শৰ পৰা অনেক দূৰ ফালৰি কাটি গৈ জনসাধাৰণৰ যি আস্থা হেৰুৱাইছিল, সেই আস্থা বৰ্তমান সময়ত অসম জননীৰ আন এটি সন্তানে অসম্ভাবিতৰূপে এতিয়া জনসাধাৰণৰ অন্তৰত দিনে দকৈ শিপাবলৈ দিব পাৰিছে, এইটো বিশ্বাস আমি জীৱনৰ শেষ নিশ্বাস পেলাবৰ সময়ত বুকুত বান্ধি লৈ যাম যেন অনুভৱ কৰিছো। তাতে এতিয়া উত্তৰ পূৰ্বাঞ্চলৰ পৰ্বতীয়া ভাইসকলৰ ৰাজ্যসমূহ অসমৰ অস্থায়ী ৰাজধানী দিছপুৰত সন্মিলিত হৈ এই সন্ধিক্ষণত--যি সময়ত সাম্ৰাজ্যিবাদী দেশবিলাক গড়াখহনীয়া দি নিশ্চিহ্ন হবলৈ ওলাইছে, সেই সময়ত তেওঁলোকে যি এটা মৰ কামোৰ মাৰি চাবলৈ জগতৰ সকলো দেশতে এক অশান্তিৰ সৃষ্টি কৰিছে, সেই অশান্তি দূৰ কৰিবলৈ যি কেইখনমান শক্তিশালী দেশেও ভাৰতৰ আদৰ্শত জগত নিৰস্ত্ৰী-কৰণ কৰি এটি মনিষাৰ যুগ ( Intellectual Oligarchy ) আনিবলৈ U. N. O., U. N.E.S.C.O., World Court-জাগতিক খাদ্য সমস্যা আৰু জন্মনিৰোধ ব্যৱস্থা হাতত লৈ over population বন্ধ কৰিবলৈ চেষ্টা কৰিছে আৰু যোৱা তিনিশ বছৰে যান্ত্ৰিক যুগৰ যন্ত্ৰণা বৈজ্ঞানিকসকলে অনুভৱ কৰি ইমানতে এই যন্ত্ৰ ৰাক্ষসীৰ উদ্গীৰণ আৰু কল-কাৰখানাৰ ধোৱাই সমস্ত পৃথিৱীৰে বায়ু দুষিত কৰি অহা ৫০।৬০ বছৰৰ পিছত পৃথিৱীখনকেই একৰকম মাৰি পেলাই প্ৰাণীজগত লুপ্ত কৰিবৰ যিটো সতৰ্ক বাণী দিছে--তালৈ চাই অনাদি অনন্ত, অজেয় পুৰুষজনাৰ এই সুন্দৰ সৃষ্টিখন ধ্বংস নহবলৈ আকৌ এই নৈতিক বিপ্লৱ আহিছে বুলি অনুভৱ কৰিছো। সেই বিপ্লৱে এটি মনিষাৰ যুগ ( Intellectual Oligarchy ) আনিব বুলি তাৰ পূৰ্ব লক্ষণ এই অশান্তিৰ মাজতো সূক্ষ্মভাৱে দেখা দিছে বুলি এই যুগৰ ঋষি সন্ত বিনোৱাৰ সূক্ষ্ম বিচাৰবিলাক চমু চপাই আনিছে যেন অনুভৱ কৰিছো।

এইবাৰ স্বনামধন্যা ৰাণী অভয়েশ্বৰীৰ নামত পতা অভয়াপুৰীত এই সন্মিলনৰ গুৰুত্ব কিমানদূৰ হব পাৰে আমি তাক দকৈ চিন্তা কৰি চোৱা উচিত। আমি নিজে এই সুদীৰ্ঘ জীৱনত গুৱালপাৰা আকৌ কিদৰে অসমৰ এমূৰে ভাষা-সাহিত্য-সংস্কৃতিৰ অবৰক্ষক হৈ দুৰ্ভগীয়া কাছাৰবাসী ভাইসকলকো আৰু ২।৩ বছৰৰ পিছতে নিজক বঙলা ভাষা সাহিত্য সংস্কৃতিৰ পৰা মুক্তিলাভ কৰিবলৈ সক্ষম কৰিব যে সেই কামতো গুৱালপাৰাৰ আদৰ্শই তেওঁলোকক নিশ্চয় আৰু উদগনি দিছে।

সৰ্বশেহত কব খোজো যে ভাৰতৰ চিৰকাল আদৰ্শ আছিল--'ৰাজৰক্ষিত-সমাজ শাসিত' গণতন্ত্ৰই আদিৰে পৰা আদৰ্শ স্বৰূপে কাৰ্য্যস্থলত সমাজ ব্যৱস্থাৰ মাজেদি প্ৰকৃত গণতন্ত্ৰই, যাই শিপাদাল ভাৰতৰ মাটিত দকৈ শিপোৱাই তুলিলে। তাকেই আজি কটুৰ অৱস্থাৰ পৰা আকৌ চাৰিওফালে কুৰি-কাটি সাৰ-জাবৰ দি ভাৰতৰ জলবায়ুৰে সুজাকৈ ভৌগোলিক আৰু ঐতিহাসিক পৰিবেশৰ মাজত বাঢ়িব পৰাকৈ বৰ্তমানৰ ৰাজনৈতিক ক্ষেত্ৰত প্ৰতিস্থাপিত ভাৰতীয় গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ বৰ্তমান জাতীয় আৰু আন্তৰ্জাতিক জগতক কব খোজো যে বৰ্তমানৰ ৰাজনৈতিক Trinity বা ভাৰতীয় দৰ্শনৰ ভাষাত ত্ৰিবেণী সঙ্গম মিলিছে। আমি বিশ্বাস কৰো আজি ৰাষ্ট্ৰপতি শাসনত যি তিনি গৰাকীয়ে সাহস, কৰ্মকুশলতা আৰু দকৈ চিন্তা কৰি সিদ্ধান্তত উপনীত হোৱা গুণৰ পৰিচয় ইতিমধ্যে দিছে, সেয়ে আদৰ্শ হৈ সন্ত বিনোৱাৰ পৰিকল্পিত World Joint Family বাস্তৱ হৈ উঠিব বুলি আমাৰ শেষ নিশ্বাসেও কৈ যাব। এই আগন্তুক নৱ গণতন্ত্ৰই ভাৰতৰ চিৰাচৰিত--"ৰাজ ৰক্ষিত সমাজ শাসিত" গণতন্ত্ৰকে আকৌ জগতৰ আদৰ্শ কৰি তুলিব এই বিশ্বাস আমাৰ এতিয়াও অটুট আছে।

আমি আমাৰ এই শেষ মুহূৰ্ততো নিষ্ঠাৰে বিশ্বাসেৰে কব খোজো, সন্ত বিনোৱাৰ সূক্ষ্মবিচাৰত পোৱা প্ৰবচন "সৰ্বোদয়" বা "সৰ্বনাশ"--তাৰ বাহিৰে গত্যন্তৰ নাই। কিন্তু নেদেখাজনাৰ এই দেখনীয়াৰ সুন্দৰ সৃষ্টিখনৰ সৰ্বনাশ হ'ব নোৱাঁৰে। এই সৃষ্টি চিৰন্তন সত্য, সুন্দৰ, মঙ্গলজনক। সকলো ক্ষেত্ৰতে নেদেখাজনা বিধাতাই বিধান কৰি থৈছে। তাৰ ধ্বংস হব নোৱাৰে। যিটো ভদ্ৰ সেয়ে হব, অশুভ চিৰন্তণ সত্য হব নোৱাঁৰে।

ৰাণী অভয়েশ্বৰীৰ আশীৰ্বাদ সন্মিলনৰ শিৰত বৰ্ষিত হওক !

**শ্ৰীনীলমনি ফুকন**

সম্পাদক,

অভ্যৰ্থনা সমিতি
অসম সাহিত্য সভা (চতুশ্চত্বাৰিংশৎ অধিৱেশন)
অভয়াপুৰী।




राष्ट्रीय मजदूर कांग्रेस

**INDIAN NATIONAL TRADE UNION CONGRESS**

17, JANPATH. NEWDELHI—110001.


October 15, 1976.

অসম সাহিত্য সভাৰ আগন্তুক অভয়াপুৰী অধিবেশন উপলক্ষে এখন স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰিবলৈ আয়োজন কৰা বুলি জানি আনন্দ পাইছো। যিসকলে এই কাম হাতত লৈছে, তেখেতসকলৰ মই শলাগ লও। মোৰ আশা আৰু বিশ্বাস যে স্মৃতি-গ্ৰন্থখনীয়ে অধিবেশনৰ সৌষ্ঠৱ বৃদ্ধি কৰিব।

অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ উন্নতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ যি অৱদান, তাৰ তুলনা নাই। স্মৃতি-গ্ৰন্থৰ জৰিয়তে আমি গৌৰৱৰে সেই কথা সুঁৱৰিব পাৰো।

সাহিত্যৰ মূল ধৰ্ম হৈছে বিশ্বজনীনতা। মানুহৰ আত্মাৰ গভীৰতম প্ৰদেশত, অসীমৰ যি অভিব্যঞ্জনা আৰু অনন্তৰ যি সুৰ শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰৰ দৰে, অনন্তকাল বাঁজি আছে, বহু সাধনাৰ দ্বাৰা উপলব্ধ সেই সত্যৰ, অনুভূতিমূলক প্ৰকাশতে অৱিনশ্বৰ সাহিত্যৰ সৃষ্টি। এনে সাহিত্যই মানুহক মৃত্যুৰপৰা অমৃতলৈ; দুখ শোক জৰ্জৰিত সংসাৰৰপৰা ভূমাৰ ৰাজ্যলৈ; ক্ষণভঙ্গুৰ জীৱনৰপৰা শ্বাশ্বত জীৱনলৈ যোৱাৰ বাটত পোহৰ দেখুৱায় আৰু প্ৰেৰণা দিয়ে। কিন্তু সাহিত্যৰ ক্ষেত্ৰত ইয়াতেই সীমাবদ্ধও থাকিব নোৱাৰে। কিয়নো, আত্মাৰ নিভৃত সত্যৰ কথাত যিমানেই গুৰুত্ব নিদিলেও, মানুহৰ শাৰীৰিক আৰু সাংসাৰিক জীৱনৰ কথাও অস্বীকাৰ কৰিব নোৱাৰি। মানুহৰ শৰীৰ ধৰ্ম আৰু সংসাৰৰ প্ৰয়োজনবিলাকৰো স্বকীয় সত্যতা আছে। দৰাচলতে, মানুহৰ আত্মাৰ আৰু শৰীৰৰ ধৰ্মৰ সামঞ্জস্য সাধনৰ সাধনাই হৈছে মানুহৰ জীৱনৰ পৰম পুৰুষাৰ্থ। সাহিত্যৰ পৰিপূৰ্ণতাৰ কাৰণে, গভীৰ সহানুভূতিৰে মানুহৰ জীৱনৰ সকলো দিশৰ ওপৰত পোহৰ পেলোৱাৰ প্ৰয়োজন আছে।

মোৰ আশা যে স্মৃতি-গ্ৰন্থখনীয়ে সাহিত্যৰ বিভিন্ন দিশৰ প্ৰবন্ধৰে সকলোৰে মন আকৰ্ষণ কৰিব পাৰিব। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত গোৱালপাৰাৰ—বিশেষকৈ অভয়াপুৰীৰ যি মূল্যবান বৰঙণি আছে, সিও স্মৃতি-গ্ৰন্থখন অলঙ্কৃত কৰিব বুলি মোৰ বিশ্বাস। স্মৃতি-গ্ৰন্থৰ কৃতকাৰ্য্যতা মই কামনা কৰো।

অসম সাহিত্য সভাৰ অধিবেশন উপলক্ষে অভয়াপুৰীত সমবেত সমূহ ৰাইজ আৰু প্ৰতিনিধিসকললৈ মই মোৰ শ্ৰদ্ধা আৰু অভিবাদন জনাইছোঁ।

**শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী**




**শ্ৰীহিতেশ্বৰ শইকীয়া, মন্ত্ৰী**

গৃহ, তথ্য, জনসম্পৰ্ক, আৰু সাংস্কৃতিক বিভাগ, অসম


তাং ২৫।১০।৭৬ ইং

অসম সাহিত্য সভাই এইবাৰ ৪৪তম অধিবেশনখন গোৱালপাৰা জিলাৰ অভয়াপুৰীত পাতিবলৈ লোৱা উপলক্ষে অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা এখনি স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱাত সন্তোষ পাইছোঁ। আৰু এনে সজ প্ৰচেষ্টাৰ বাবে অভ্যৰ্থনা সমিতিৰ বিষয় ববীয়াসকলৰ প্ৰতি মোৰ আন্তৰিক অভিনন্দন জনাইছোঁ।

এটা জাতিৰ প্ৰগতি আৰু পৰিচয়ৰ মূল উৎস হ'ল ইয়াৰ ভাষা আৰু সাহিত্য। আনহাতে সাহিত্য হ'ল জাতি এটাৰ জীৱনী শক্তি। যি জাতিৰ ভাষা নাই, সাহিত্য নাই তাৰ একোৱেই নাই। বিভিন্ন সংস্কৃতি ভাষা-ভাষী আৰু বিভিন্ন ধৰ্মাৱলম্বী লোকৰ মাজত সম্প্ৰীতি আৰু সংহতি ৰক্ষা কৰোতে সাহিত্যই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাই অসমৰ নিচিনা এখন বিভিন্ন ভাষা-ভাষী আৰু বিভিন্ন সম্প্ৰদায়ৰ লোকৰ পৰিবেষ্টিত ৰাজ্যত সম্প্ৰীতি, সংহতি আৰু সাংস্কৃতিক বৈশিষ্টতা ৰক্ষা কৰাত যি অৱদান যোগাই আহিছে সি গুৰুত্বপূৰ্ণ আৰু গৌৰবোজ্জ্বল দিশেৰে উদ্ভাসিত।

ভৌগোলিক পৰিবেশৰ ক্ষেত্ৰত গোৱালপাৰা জিলাৰ ঐতিহ্য অতি গুৰুত্বপূৰ্ণ। অসম ৰাজ্যৰ সীমা-মূৱীয়া জিলা হিচাবে ইয়াৰ বিভিন্ন সম্প্ৰদায়ৰ লোকসকলে সংহতিৰ ক্ষেত্ৰত যি বৈশিষ্টতা দেখুৱাই আহিছে সি অতি গৌৰৱপূৰ্ণ। গোৱালপাৰা জিলাৰ বাসিন্দাসকলে ইয়াৰ আগতেও অসম সাহিত্য সভাৰ অধিবেশন আহ্বান কৰি গৌৰৱ লাভ কৰি আহিছে। সেয়ে এইবাৰো অধিবেশন পাতিবলৈ লোৱাত গোৱালপাৰা তথা অভয়াপুৰীবাসীলৈ মোৰ অভিনন্দন জনালোঁ।

স্মৃতি-গ্ৰন্থখনিৰ সফলতা কামনা কৰি ইয়াকে আশা কৰো যে অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলৰ লেখনিত প্ৰকাশ পোৱা জ্ঞানগৰ্ভ প্ৰবন্ধৰাজিৰে ভাৰাক্ৰান্ত হৈ স্মৃতি-গ্ৰন্থখনিয়ে বিভিন্ন দিশত আলোকপাত কৰি ইয়াৰ মহৎ উদ্দেশ্য সাধনত সফলতা লাভ কৰিব আৰু অসমৰ সংহতি, কৃষ্টি, সভ্যতা আদি ৰক্ষা কৰাত অসম সাহিত্য সভাক সহায় কৰিব।

**শ্ৰীহিতেশ্বৰ শইকীয়া**



**চৈয়দা আনোৱাৰা টাইমূৰ**
ৰাজ্যিক মন্ত্ৰী, শিক্ষা বিভাগ
দিশপুৰ (অসম)
৩১।১।৭৬

অসমীয়া জাতিৰ মেৰুদণ্ড স্বৰূপ অসম সাহিত্য সভাৰ ৪৪ তম্ অভয়াপুৰী অধিবেশনৰ প্ৰস্তুতিয়ে মনত আনন্দৰ জোঁৱাৰ তুলিছে। সাহিত্য জাতিৰ প্ৰগতি আৰু সংহতিৰ প্ৰতীক। বিভিন্ন ভাষা-ভাষী আৰু সম্প্ৰদায়েৰে পৰিবেষ্টিত অসমত অসম সাহিত্য সভাই সম্প্ৰীতি আৰু সংস্কৃতি ৰক্ষা কৰাত যি অৱদান যোগাই আহিছে সি অতি গুৰুত্বপূৰ্ণ আৰু গৌৰৱোজ্জ্বল। সাহিত্য উদ্দেশ্যধৰ্মী হলেহে কালজয়ী হয়। মই আশা ৰাখিছো আমাৰ দেশৰ বৰেণ্য কবি সাহিত্যিক সকলে কালজয়ী সাহিত্যৰ সৃষ্টি কৰি বিশ্ব দৰবাৰত স্থান দিবলৈ সমৰ্থ হব।

স্মৃতি-গ্ৰন্থখনিৰ শ্ৰীবৃদ্ধি কামনা কৰিলোঁ
**চৈয়দা আনোৱাৰা টাইমূৰ**

**Dr. Bhumidhar Barman, M.B.B.S.**
Minister of State
Revenue, Assam
Dispur, Gauhati—6



অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশৎ (৪৪তম) অধিবেশনখন এইবাৰ অভয়াপুৰীত পাতিবলৈ লোৱাত আঞ্চলিক ৰাইজলৈ ধন্যবাদ আগবঢ়াইছো আৰু অধিবেশনৰ কৃতকাৰ্য্যতা কামনা কৰিছো। এই উপলক্ষে অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা উলিয়াব খোজা স্মৃতি-গ্ৰন্থখন সৰ্বাঙ্গ সুন্দৰ হব বুলি কামনা কৰিলো।

দেশৰ প্ৰগতি আৰু জাতীয় সংহতিত সাহিত্যৰ অৱদান অতুলনীয়। সাহিত্যই হ'ল জাতি, কৃষ্টি, সভ্যতা, সংস্কৃতি আৰু সংহতিৰ দাপোণ। অসমৰ নিচিনা বিভিন্ন ভাষা-ভাষীৰে পৰিপূৰ্ণ ৰাজ্য এখনত অসম সাহিত্য সভাৰ দায়িত্ব আৰু কৰ্তব্য অতি গধুৰ।

আশা ৰাখিছো এইবাৰৰ স্মৃতি-গ্ৰন্থখনিয়ে অসমীয়া ভাষা সংস্কৃতিৰ বিভিন্ন দিশ প্ৰতিফলিত কৰিব।

**শ্ৰীভূমিধৰ বৰ্মন**




শ্ৰীৰণেন্দ্ৰ নাথ বসুমতাৰী
অসম লোক সেৱা আয়োগ
গুৱাহাটী
৬।১।৭৭


অসম সাহিত্য সভাৰ দুকুৰি চাৰি বছৰীয়া অধিবেশন গোৱালপাৰা জিলাৰ অভয়াপুৰীত অনুষ্ঠিত হব । ই সঁচাকৈয়ে গোৱালপাৰাবাসী ৰাইজৰ বাবে অতি আনন্দ আৰু গৌৰৱৰ কথা । আশা ৰাখিছোঁ, সভাৰ উদ্যোক্তা অভ্যৰ্থনা কমিটিৰ কৰ্মতৎপৰতা আৰু গোৱালপাৰাবাসী সমূহ ৰাইজৰ সহায় সহযোগীতাত সাহিত্য সভাৰ এই অধিবেশন সৰ্বতো প্ৰকাৰে সাফল্যমণ্ডিত হব ।

অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠান । নানা ভাষা-ভাষী, জাতি-উপজাতিৰ মিলন ভূমি এই অসম । বড়ো-কছাৰী, মিছিং, লালুং, ৰাভা, কাৰবী, দেউৰী, ডিমাছা আদিৰ সংমিশ্ৰণত গঢ়ি উঠিছে অসমৰ লোক সংস্কৃতি আৰু ভাষা-সাহিত্যৰ ভেঁটি । আজি প্ৰায় অৰ্দ্ধশতাব্দীৰো অধিককাল অসম সাহিত্য সভাই অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰ, প্ৰসাৰ আৰু বিকাশৰ চেষ্টাত আত্মনিয়োগ কৰি আহিছে । বৰ্তমান এই সাহিত্য সভাই বিশাল আকাৰ ধাৰণ কৰি এক জনতামুখী ৰূপ পৰিগ্ৰহৰ চেষ্টা কৰা পৰিলক্ষিত হৈছে । সাহিত্যৰ মোল বুজা সাহিত্যসেৱী আৰু উচ্চ শিক্ষিত লোকৰ উপৰিও গাঁৱৰ সাধাৰণ নিৰক্ষৰ হোজা খেতিয়কৰ মন আকৰ্ষিত কৰিবলৈ সক্ষম অসম সাহিত্য সভা প্ৰতিজন অসমীয়াৰ অতি আদৰৰ অনুষ্ঠান ।

অসম আৰু অসমীয়া ভাষা সাহিত্যক ভাল পোৱা এজন সাধাৰণ নাগৰিক হিচাপে মই অনুভৱ কৰোঁ যে অসম সাহিত্য সভাই বৰ্তমানলৈকে গ্ৰহণ কৰা কৰ্মসূচীৰ উপৰিও অসমৰ পৰ্বতে ভৈয়ামে বসবাস কৰা সকলো শ্ৰেণীৰ জনজাতীয় লোক গোষ্ঠীকো অসমৰ অবিচ্ছেদ্য অঙ্গ হিচাবে সামৰি লব পৰাকৈ প্ৰয়োজনীয় পৰিৱেশ গঢ়ি তোলাত গভীৰ মনোনিবেশ কৰিব । এই গোষ্ঠীৰ লোকসকলেও অসম সাহিত্য সভাক নিজৰ অনুষ্ঠান আৰু অসমীয়া ভাষা সাহিত্যক নিজৰ অতি আপোন বুলি যাতে আদৰি লয় তালৈও লক্ষ্য ৰাখি অসম সাহিত্য সভাই ধৈৰ্য্য, সহনশীল আৰু দূৰদৰ্শী ভাৱগতিলৈ নিশ্চয় কৰ্মসূচী প্ৰস্তুত কৰিব লাগিব আৰু সেইমতে কামত আগবাঢ়িব লাগিব । কিয়নো, একমাত্ৰ একতা আৰু সংহতিৰ মাধ্যমেদিহে আমি অসমক সবল আৰু শক্তিশালী কৰি তুলিব পাৰো । আনহাতে, বিভাজনমুখী আৰু গাইগুটীয়া মনোভাবৰ কাৰণে অসমত আগেয়েও বিক্ষিপ্তভাবেও যি তিক্ততাপূৰ্ণ আৰু অশান্তিজনক পৰিৱেশ আৰু ভুল বুজাবুজি সৃষ্টি হৈ গ'ল সেয়া যাতে পুনৰুক্তি নহয় তাৰ বাবে সংশ্লিষ্ট সকলো লোকেই নিশ্চয় সুস্থ আৰু সংহতিকামী নাগৰিক সুলভ মনোভাৱ পোষণ কৰি সহযোগিতাৰ বাবে আগবাঢ়ি আহিব লাগিব । গতিকে, অসম সাহিত্য সভাই অসমৰ সকলো জনগোষ্ঠীৰ লোকৰ মাজত পাৰস্পৰিক বুজাবুজি, শান্তি আৰু সম্প্ৰীতি গাঢ় আৰু চিৰস্থায়ী কৰিবৰ বাবে সময়োপযোগী ব্যৱস্থা গ্ৰহণ কৰিব লাগে । এই দিশত অভয়াপুৰীৰ আগন্তুক অধিবেশনে নিশ্চয় এটা পথ নিৰ্দেশ দিব ।

শেষত, ভাৰত তথা বিশ্বৰ দৰবাৰত মাতৃভূমি অসমৰ মান সুপ্ৰতিষ্ঠিত হওক, এই কামনাৰে সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ কথা ফাঁকি শ্ৰদ্ধাৰে সুঁৱৰিলো—

"বাজক ডবা, বাজক শংখ, বাজক মৃদং খোল
অসম আকৌ উন্নতি পথত জয় আই অসম বোল ।"

শ্ৰীৰণেন্দ্ৰ নাথ বসুমতাৰী

# ॥ সূচী ॥





“ৰংপুৰ, জলপাইগুৰি, মৈমনসিংহ আমাৰ অসমীয়াৰ কোচবিহাৰত ৰজা নৰনাৰায়ণে যেতিয়া অসমীয়া ভাষাৰ ভেঁটি বান্ধিছিল, যেতিয়া তেওঁ মহাপুৰুষ শঙ্কৰদেৱ আৰু কবিবৰ ৰাম সৰস্বতীৰ দ্বাৰাই ভাগৱত, মহাভাৰত আৰু পুৰাণ অনুবাদ কৰাই,

সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে ।
কিছুশেষ ভৈলে পঢ়িবেক বিপ্ৰগণে ॥

বুলি সেই গ্ৰন্থ ৰাজ্যত প্ৰচাৰ কৰিছিল। তাৰ দ্বাৰা তেওঁ নিজ ৰাজ্যত বিদেশী ভাষা আৰু সাহিত্যৰ উন্নতিৰ বাট মোকলোৱা নাছিল। সদৌ কোচবিহাৰ ৰাজ্যৰে তেতিয়া অসমীয়া ভাষা আছিল, আৰু নৰনাৰায়ণ ৰজাই নিজ দেশৰ ভাষাৰে আৰু নিজ প্ৰজাৰ উন্নতিৰ অৰ্থেহে পণ্ডিতৰ দ্বাৰা সংস্কৃত গ্ৰন্থ দেশীয় ভাষালৈ অনুবাদ কৰাইছিল।”

**ড. সূৰ্য্যকুমাৰ ভূঞা**
অসম সাহিত্য সভাৰ ভাষণাৱলী : বুৰঞ্জী শাখা ।
ধুবুৰী অধিবেশন, ১৯৬০ ।

● ● ●

“উত্তৰে ভোটান ৰাজ্য, পূবে কামৰূপ জিলা, দক্ষিণে গাৰোপাহাৰ আৰু পশ্চিমে ৰংপুৰ (বাংলা দেশ) কোচবিহাৰ আৰু জলপাইগুৰি জিলাই আগুৰি থকা গোৱালপাৰা জিলাখনৰ প্ৰাকৃতিক সম্পদৰ ওপৰত ভাষা কৃষ্টিৰ ঐতিহ্যৰ বৈশিষ্ট্য মন কৰিবলগীয়া। এই জিলাৰ বিভিন্ন ঠাইৰ প্ৰচলিত থলুৱা শব্দবিলাক অসমীয়া ভাষা আৰু সাহিত্যৰ মাজত সামৰি লব লাগে।”

**শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ**
অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ,
ধুবুৰী, ১৯৭২ ।



দেশভক্ত ফুকন
জন্ম শতবাৰ্ষিকীৰ শ্ৰদ্ধাঞ্জলি

এইবাৰ অভ্যৰ্থনা সমিতিয়ে অসমৰ তিনিজন খ্যাতনামা শিল্পীক আন্তৰিকতাৰে সম্বৰ্দ্ধিত কৰিছে। শিল্পী কেইজন হ'ল ডঃ ভূপেন হাজৰিকা, শ্ৰীমতী প্ৰতিমা পাণ্ডে (বৰুৱা) আৰু শ্ৰীৰাজেন পাম ।



ডঃ ভূপেন হাজৰিকা



শ্ৰীমতী প্ৰতিমা পাণ্ডে (বৰুৱা)



শ্ৰীশৰৎ চন্দ্ৰ সিংহ
মুখ্য পৃষ্ঠপোষক



শ্ৰীউত্তম চন্দ্ৰ ব্ৰহ্ম
সভাপতি, অভ্যৰ্থনা সমিতি




# অভয়াপুৰীৰ পটভূমি

শ্ৰীযতীন পাঠক

ঐতিহাসিক বিজনী ৰাজ্যৰ ৰাজধানী অভয়াপুৰী এখন পুৰণি সৰু নগৰ। কোচ ৰজা পৰীক্ষিতনাৰায়ণৰ পুত্ৰ চন্দ্ৰনাৰায়ণ ওৰফে বিজিত নাৰায়ণে এই বিজনী ৰাজ্য প্ৰতিষ্ঠা কৰে; কিন্তু প্ৰতাপী মোগল বাদচাহৰ হাতত তেওঁ ৰাজ্য হেৰুৱাব লগীয়া হোৱাত পুত্ৰ জয়নাৰায়ণে হেৰুওৱা ৰাজ্য পুনৰুদ্ধাৰ কৰে। এওঁৰ পিছত পুৰুষানুক্ৰমে আৰু উত্তৰাধিকাৰীসূত্ৰে ৰজা শিৱনাৰায়ণ, ৰজা ইন্দ্ৰনাৰায়ণ, ৰজা অমৃতনাৰায়ণ আৰু ৰজা কমুদনাৰায়ণে বিজনী ৰাজ্যৰ ৰাজপাট ভোগ কৰে। কুমুদনাৰায়ণৰ অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত তেওঁৰে ভাতৃষ্পুত্ৰ যোগেন্দ্ৰনাৰায়ণক ৰজা পতা হয়; কিন্তু যোগেন্দ্ৰনাৰায়ণ অবিবাহিত অৱস্থাতে বলিয়া হৈ মৃত্যু মুখত পৰে। এওঁৰ পিছত ৰজা ভৈৰৱেন্দ্ৰনাৰায়ণ ভূপবাহাদুৰ ৰজা হয়। ১৯৫৬ চনত চৰকাৰে জমিদাৰী অধিগ্ৰহণ কৰাৰ লগে লগে ঐতিহ্যমণ্ডিত বিজনী ৰাজ্যৰ অৱসান হয়। ৰজা কুমুদনাৰায়ণে প্ৰথমতে সিদ্ধেশ্বৰী দেৱীক আৰু পিছত ৰাণী অভয়েশ্বৰী দেৱীক বিয়া কৰায়। ৰাণী অভয়েশ্বৰী দেৱীৰ নামানুসাৰে বিজনী ৰাজ্যৰ ৰাজধানীৰ নাম অভয়াপুৰী হোৱা বুলি কয়; কিন্তু আন দুই-এজনৰ মতে শিৱবংশীয় ৰজাসকলৰ অধিষ্ঠাত্ৰী দেৱী "অভয়া"ৰ নামেৰে এই ঠাইৰ নাম "অভয়াপুৰী" হয়। এতিয়াও অভয়া দেৱীৰ মন্দিৰ অভয়াপুৰীত অৱস্থিত। 'অভয়া' দেৱীৰ প্ৰতীক অষ্ট ধাতুৰে নিৰ্মিত এটি বিগ্ৰহ।

আদিতে বিজনী ৰাজ্যৰ ৰাজধানী ডুমুৰীয়া নগৰত আছিল (বৰ্তমান অভয়াপুৰী চহৰৰপৰা দুমাইলমান পূৱত)। ১৮৯৭ চনৰ জুন মাহৰ ১২ তাৰিখে হোৱা প্ৰচণ্ড ভূঁইকঁপৰ ফলত বিজনী ৰাজ্যৰ ৰাজধানী ডুমুৰীয়া নগৰো সম্পূৰ্ণৰূপে ধ্বংস হৈ যায়। তাত সঘনে হোৱা বানপানীৰ উৎপাত সহ্য কৰিব নোৱাৰি, উপযুক্ত স্থানত ৰাজধানী পুনঃপ্ৰতিষ্ঠা কৰিবলৈ বিষয়াবৰ্গই বহুতো অনুসন্ধানৰ পিছত যোগীঘোপা নামৰ ঠাইডোখৰক নিৰ্বাচন কৰিলে। কিন্তু প্ৰজা বৎসলা ৰাণীয়ে সেই ঠাইত ৰাজধানী স্থাপন কৰিলে বহুতো প্ৰজাক তাৰপৰা উচ্ছেদ কৰিব লাগিব বুলি ভাবি ৰাণীৰ নিৰ্দেশত বৰ্তমানৰ এই অভয়াপুৰী ঠাইখনতে ৰাজধানী স্থাপন কৰা হ'ল। ইয়াৰ আগতে এই ঠাইখিনি গভীৰ অৰণ্যেৰে ভৰা আৰু নানা প্ৰকাৰ হিংস্ৰ জন্তুৰ আবাস-ভূমি আছিল। শুনা যায়, অভয়াপুৰীলৈ অহাৰ আগতে যোগীঘোপাতো কেইবছৰমান অস্থায়ী ৰাজধানী আছিল।

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশৎ অধিৱেশন অনুষ্ঠিত হোৱা এই অভয়াপুৰী নগৰ প্ৰতিষ্ঠিত হোৱাৰ আগতে ইয়াৰ-ওচৰে-পাজৰে ভালেকেইখন গাওঁ আছিল। সাহিত্য সভাৰ অভয়াপুৰী অধিৱেশনৰ এই পুণ্যক্ষণত সেই গাওঁবোৰক স্মৰণ কৰিবলৈ আমি সুবিধা পাইছোঁ। অভয়াপুৰীৰ নিচেই ওচৰতে পশ্চিম ফালে থকা দেওঁহাটী গাওঁখন অতি পুৰণি ঠাই। প্ৰবাদ আছে যে,—এসময়ত দেও-দেৱতাৰে ভৰি আছিল। সেয়ে ইয়াৰ নাম দেওঁহাটী। বৰ্তমানেও দেওঁহাটীত বুঢ়ীঠাকুৰাণী, চতুৰ্ভুজ ঠাকুৰ, কালীথান, জগন্নাথৰ থান, গাৰ্জা প্ৰভুৰ থান আদি কৰি ভালেকেইখন দেৱ-দেৱীৰ থান আছে। অভয়াপুৰী চহৰৰপৰা এমাইলমান পশ্চিমত দেওঁহাটী গাৱঁৰ নিচেই কাষতে বুৰঞ্জী প্ৰসিদ্ধ ৰাম ৰাজাৰ গড়। অম্বৰাধিপতি মানসিংহৰ নাতি ৰাজপুত বীৰ ৰামসিংহই ইয়াত কোঁঠ মাৰিছিল বুলি শুনা যায়। সেয়ে এই গড়ৰ ভগ্নাৱশেষ আজিও দেখা যায়।

বাহিৰৰপৰা অভয়াপুৰীত উপনীত হ'বলৈ হ'লে যিখন গাৱঁৰ মাজেৰে আহিবলগীয়া হয়, সেইখনেই ৰাণী অভয়েশ্বৰীৰ জন্মস্থান উত্তৰ শালমাৰা গাওঁ। অভয়াপুৰীৰ পশ্চিমত অৱস্থিত এই গাওঁখন অতি প্ৰাচীন। জনশ্ৰুতি মতে এই অঞ্চলত শ্বাল্ব দৈত্যক মাৰিছিল, সেই বাবেহে শালমাৰা নাম। বহুতৰ মতে আকৌ অটব্য শালনিবাৰী পৰিষ্কাৰ কৰি বসবাসৰ উপযোগী কৰিছিল বাবেহে শালমাৰা নাম। ইংৰাজী ১৮৬২ চনত উত্তৰ শালমাৰা গাৱঁৰ সৎ আৰু অতীব দয়ালু ব্যক্তি স্বৰ্গীয় নিশাৰাম বৰুৱাৰ ঘৰত তপস্বিনী ৰাণী অভয়েশ্বৰী দেৱীৰ জন্ম হৈছিল। বৃটিছৰ আমোলতে তাত থান প্ৰতিষ্ঠিত হৈছিল। ১৮৯৭ চনৰ বৰ ভুঁইকঁপৰ আগেয়ে বিজনী ৰাজ্যৰ ৰাজধানী যেতিয়া ডুমুৰীয়াত আছিল, তেতিয়া বিজনী ৰাজ্যৰ বিচাৰ সম্পৰ্কীয় সকলো যোগাযোগ উত্তৰ শালমাৰা থানাৰ লগত আছিল। বৰ্তমান ইয়াত এখন শাখা থানা আছে। মূল থানাখন ১৯৬৬ চনত অভয়াপুৰীলৈ অনা হৈছে। প্ৰাচীন কীৰ্তি স্বৰূপ শ্ৰীশ্ৰী কালী আইৰ থানখনে গাৱঁৰ প্ৰাচীনতাৰ স্পষ্ট নিৰ্দৰ্শন দাঙি ধৰিছে। থানৰ কৰ্মচাৰীসকলে বৰ্তমানেও পূজা-সেৱা চলাই আছে। গাৱঁৰ দক্ষিণত মহাদেৱ পাহাৰ। পাহাৰৰ ওপৰত মহাদেৱৰ মন্দিৰ বা শিৱ মন্দিৰ। শিলত কটা মহাদেৱৰ বিভিন্ন ভঙ্গীৰ মূৰ্তিৰ বাহিৰেও কালী, লক্ষ্মী, সৰস্বতী আৰু গণেশ আদিৰ বিগ্ৰহ আছে। প্ৰতি বছৰে বহাগৰ ছয় বিহুত পতা উৎসৱত দূৰৰপৰা মানুহ আহি মনৰ কামনা পূৰাবলৈ মন্দিৰত প্ৰাৰ্থনা জনায়। ইয়াৰ দেৱ মন্দিৰটো ৰাণী অভয়েশ্বৰীয়ে সজাই দিয়ে।

অভয়াপুৰীৰ দক্ষিণত বৌমাৰী, বোৱালীমাৰী, কলবাৰী, দুবামাৰী, হৰিপুৰ, লালমাটি আদি কেবাখনো গাওঁ আছে। এই গাওঁবোৰৰ লগত অভয়াপুৰী চহৰৰ সম্বন্ধ নিবিড়। হিন্দু-মুছলমান বসতিপূৰ্ণ লালমাটি, বৌমাৰী আদি গাওঁবোৰত সম্প্ৰীতিৰ বান্ধ যুগ যুগ ধৰি চলি আহিছে। লালমাটি গাৱঁত এটি সৰু টিলাৰ ওপৰত গণেশ দেৱতাৰ মন্দিৰ অৱস্থিত। শিলত কটা বিৰাট আকাৰৰ গণেশ দেৱতাৰ উপৰিও আন আন কেতবোৰ বিগ্ৰহ সিচঁৰিত হৈ আছে। এই ধ্বংসাৱশেষবোৰে অতীতত ইয়াত এটা সুদৃশ্য মন্দিৰ থকাৰ ইঙ্গিত দিয়ে। শিলত কটা মূৰ্তিবোৰ ভাস্কৰ্য্য শিল্পৰ অপূৰ্ব নিদৰ্শন। মূৰ্তিবোৰ উপযুক্তভাৱে সংৰক্ষণ কৰাটো আৱশ্যকীয়। ৰবদা চতুৰ্থীত গাৱঁৰ হিন্দু-মুছলমান সমূহ ৰাইজে মিলি ইয়াত মেলা পাতে। কলবাৰী গাৱঁত কলবাৰী সত্ৰ অৱস্থিত। সত্ৰ বুলিলে যি পৰিৱেশৰ আৱশ্যক সেই পৰিৱেশ আজি ইয়াত নাই যদিও বহু আগৰে পৰাই ই সত্ৰ নামেৰেই চলি আহিছে। উক্ত সত্ৰত মৃন্ময় শ্ৰীৰামচন্দ্ৰৰ পূজা-সেৱা হয়। বিগ্ৰহৰ লগত সীতা দেৱী, লক্ষ্মণ আৰু হনুমানৰ মৃন্ময় মূৰ্তি আছিল। মৃন্ময় মূৰ্তিবোৰৰ ঠাইত বৰ্তমান পিতলৰ মূৰ্তি অনা হৈছে। এই সত্ৰত বিজনী ৰজাই দিয়া দেবোত্তৰ জমি আছে আৰু সেই মৰ্মে ইং ১৮৪৫ চনত চনদ প্ৰদান কৰে। শ্ৰীকৃষ্ণৰ জন্মোৎসৱ, দৌলোৎসৱ আদি উৎসৱসমূহ পালন কৰা হয়। বাকী গাওঁবোৰতো গোসাঁইঘৰ আছে। বিভিন্ন উৎসৱৰ লগতে দৌলোৎসৱো সকলোবোৰ গাওঁতে মহা সমাৰোহেৰে পালন কৰা হয়। বৌমাৰী অঞ্চলত এটি মছজিদ আছে। বিজনী ষ্টেটৰ ৰাজধানী যেতিয়া ডুমুৰীয়াত আছিল সেই সময়তে এই মছজিদটো তাত সজা হৈছিল। কিন্তু ১৮৯৭ চনৰ ভূমিকম্পৰ পিছত মুছলমান সম্প্ৰদায়ৰ মানুহখিনি সেই ঠাইৰ পৰা আহি উক্ত বৌমাৰী অঞ্চলত গাওঁ পাতে আৰু মৃত দিল মোহাম্মদৰ সৌজন্যত এই মছজিদটো সাজে। গোৱালপাৰা মহকুমাৰ উত্তৰ পাৰৰ ই এটি অতি পুৰণি ধৰ্মানুষ্ঠান। মুছলমান ভাইসকলে আজিলৈকে সকলো ধৰ্মীয় অনুষ্ঠান ইয়াতে পালন কৰি আহিছে।

বাটাবাৰী, শিঙিমাৰী, টেঙেনামাৰী আদি গাওঁবোৰ অভয়াপুৰীৰ দক্ষিণত অৱস্থিত। পাতল বসতিপূৰ্ণ এই গাওঁবোৰত বিভিন্ন ঠাইৰ লোকজন আহি বসতি কৰিবলৈ লৈছে। উত্তৰ পশ্চিমত আমতোলা গাওঁ। বিস্তৃত অঞ্চল জুৰি অৱস্থিত এই গাৱঁৰ ওচৰতে ১৯৭২ চনত নৱম অসম আৰক্ষী বাহিনীৰ কাৰ্য্যালয় স্থাপন কৰা হৈছে। নিজাকৈ পতা দুৰ্গাপূজা, লক্ষ্মী পূজা আদি উৎসৱসমূহ পালন কৰাৰ উপৰিও এই বাহিনীয়ে অভয়াপুৰী অঞ্চলত উদ্‌যাপিত হোৱা সকলো ৰাজহুৱা অনুষ্ঠানতে সহায় সহযোগ আগবঢ়াই আহিছে। অভয়াপুৰীৰ গাতে লাগি থকা বামুণগাওঁ, পাচদুৱাৰ আদি গাৱঁৰ নামো উল্লেখনীয়। শ্ৰীপঞ্চমী দৌল মহা সমাৰোহেৰে পাচদুৱাৰ অঞ্চলত পালন কৰা হয়। বিজনী ৰজাৰ কুলগুৰু ব্ৰাহ্মণক দান কৰা হেতুকে এই গাৱঁৰ নাম বামুণগাওঁ হোৱা বুলি প্ৰবাদ আছে। মঠ-মন্দিৰৰ ভিতৰত জগন্নাথ মন্দিৰ আৰু ঠাকুৰাণী মন্দিৰ অৱস্থিত। অভয়াপুৰী চহৰৰ মাজমজিয়াত থকা গাওঁখন হ'ল পিৰাধৰা (বৰ্তমান চহৰ এলেকাত)। বৰ ভুঁইকঁপত উৎখাত হোৱা ডুমুৰীয়াৰ পিৰাধৰাৰপৰা এই অঞ্চললৈ অহা মানুহখিনিয়ে একে নামেৰে বৰ্তমান পিৰাধৰা গাওঁ স্থাপন কৰে। এইখিনিতে উল্লেখ কৰিব পাৰি যে ডুমুৰীয়া অঞ্চলত এতিয়াও পিৰাধৰা বুলি গাওঁ এখন আছে। নামনি ঠাই হেতু সেই ঠাইবোৰ চৰ অঞ্চল বুলি জনাজাত। পিৰাধৰাত এটি পুৰণি নামঘৰ আছে। নামঘৰত প্ৰতিষ্ঠিত বিগ্ৰহৰ নাম শ্ৰীশ্ৰীমদনমোহন। গুৰু দুজনাৰ তিথিৰ উপৰিও দৌলোৎসৱ, জন্মোৎসৱ আদি পালন কৰা হয়। বামুণগাৱঁৰ উত্তৰে ৰাভা জনজাতীয় এখন গাওঁ আছে।

অভয়াপুৰীৰ পূব অঞ্চলত ধৰ্মপুৰ, বৰিগাওঁ, পাহাৰতলি আদি কেইবাখনো গাওঁ আছে। অভয়াপুৰী অঞ্চলৰ গাওঁবোৰৰ ভিতৰত ধৰ্মপুৰ (বৰ্তমান চহৰ অন্তৰ্গত) শিক্ষা-দীক্ষা, কলাকৃষ্টি আদি সকলো পিনেই এখন উন্নত ঠাই। ইংৰাজী ১৮৯৯ চনত এই গাওঁ প্ৰতিষ্ঠিত। মানৰ আক্ৰমণৰ উৎপাতত বৰপেটাৰ সত্ৰবাসী ভকত বৰপেটাত থাকিব নোৱাৰি বিজনী ৰজা স্বৰ্গীয় কুমুদনাৰায়ণৰ অনুমতি সাপেক্ষে মেৰেৰ চৰ মৌজাৰ মেৰগাৱঁত বহে। ইয়াত সমূহ ভকতে লগ লাগি বিজয়পুৰ সত্ৰ নামৰ এখন ন-সত্ৰ স্থাপন কৰে। ১৮২৬ চনৰ সন্ধিমতে অসমত মানৰ অত্যাচাৰ বন্ধ হ'ল। তেতিয়া বৰপেটাবাসী ৰাইজ বৰপেটালৈ যাব ওলোৱাত কিছু ভকত সত্ৰৰ বিগ্ৰহ আৰু গুৰু আসনাদিৰ সৈতে মেৰেচৰতে ৰ'ল। শুনা যায় মেৰেচৰ মৌজাৰ অন্তৰ্গত মেৰগাৱঁত শ্ৰীশ্ৰীবাসুদেৱ বিগ্ৰহৰ ভকতসকলে পতা অইন এখন সত্ৰ আছিল। নদী ভাঙনিত তিষ্ঠিব নোৱাৰি সত্ৰবাসী সমূহ ভকতে মেৰগাৱঁৰ পৰা গৈ লেংটিছিঙা নামৰ ঠাইত বিগ্ৰহ স্থাপন কৰি বসবাস কৰি থাকে। ১৮৯৭ চনৰ ভুঁইকঁপৰ ধ্বংসলীলাৰ পিছত মেৰগাওঁ আৰু লেংটিছিঙা বসবাসৰ অনুপযোগী হোৱাত দুয়োখন



সত্ৰৰ সমূহ ভকতে ৰাণী অভয়েশ্বৰীৰ অনুমতিক্ৰমে ধৰ্মপুৰলৈ আহি সুকীয়াকৈ সত্ৰ স্থাপন কৰে। প্ৰবাদ আছে যে হাবি-বন ভাঙি সত্ৰৰ কীৰ্তন ঘৰ, গুৰু আসন, বিগ্ৰহ আদি লৈ সমাজ পাতি বসতি কৰা কাৰণে এই ঠাইৰ নাম ধৰ্মপুৰ হ'ল। বতমান ইয়াত তিনিখন সত্ৰ আছে; ধৰ্মপুৰ সত্ৰ, লেংটিছিঙা সত্ৰ আৰু দামোদৰীয়া সত্ৰ। ধৰ্মপুৰ সত্ৰক ন-সত্ৰ বুলিও কোৱা হয়। ধৰ্মপুৰ সত্ৰত প্ৰতিষ্ঠিত বিগ্ৰহৰ নাম শ্ৰীশ্ৰীশ্যাম ৰায়; লেংটিছিঙা সত্ৰৰ বিগ্ৰহৰ নাম শ্ৰীশ্ৰী বাসুদেৱ আৰু দামোদৰীয়া সত্ৰৰ বিগ্ৰহৰ নাম শ্ৰীশ্ৰীবংশীগোপাল। বৰ্তমান লেংটিছিঙা সত্ৰত কোনো বিগ্ৰহ নাই। দুয়োখন মহাপুৰুষীয়া সত্ৰৰ আসনত ভাগৱত স্থাপিত আছে। গুৰু দুজনাই প্ৰবৰ্তন কৰা নিয়মানুযায়ী ধৰ্মপুৰ সত্ৰত দৈনিক প্ৰসঙ্গ কৰে। মহাপুৰুষীয়া সত্ৰ দুখনত গুৰু দুজনাৰ তিথি পালন কৰাৰ উপৰিও ধৰ্মপুৰ সত্ৰত শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ তিথি পালন কৰা হয়। তিথি উপলক্ষে সত্ৰবাসী ৰাইজে কৰভাৰ দিয়ে। সত্ৰৰ ভকত আৰু উপস্থিত ভকতসকলক সিধা বিতৰণ কৰা হয়। তিনিওখন সত্ৰতে দৌলোৎসৱ আৰু জন্মাষ্টমী মহাপয়োভেৰেৰে পালন কৰা হয়। মহাপুৰুষীয়া সত্ৰ দুখন বৰপেটা সত্ৰৰে অংশবিশেষ। ধৰ্মপুৰত অৱস্থিত ৰাস মন্দিৰত প্ৰতি বছৰে উলহ-মালহেৰে ৰাসপূজা পতা হয়। ইয়াত পদশিলা নামৰ থান এখনিও আছে। মহাপুৰুষ শ্ৰীমাধৱদেৱৰ চৰণৰ চাব পৰা শিল এচটাৰ বাহিৰেও নাৰায়ণ দাস ঠাকুৰ আতাৰ খৰম এযোৰো সংগ্ৰহ কৰি থোৱা হৈছে। মহাপুৰুষীয়া ধৰ্মৰ আটাইকেইটা মূল তিথিকেই ইয়াত পালন কৰা হয়। ধৰ্মপুৰৰ গাতে লাগি থকা বৰিগাওঁ অঞ্চল হিন্দু মুছলমানৰ মিলনভূমি। জনশ্ৰুতি মতে এই অঞ্চল বৰ দ আছিল। ১৮৯৭ চনৰ ভূমিকম্পৰ ফলত এই ঠাইবোৰ বৰি অৰ্থাৎ ওখ হয়। সেয়েহে এই গাওঁৰ নাম বৰিগাওঁ হয়। লুঙাই পাহাৰৰ নামনিত পাহাৰতলি গাওঁ। বহাগ মাহৰ সাত বিহুৰ দিনা ইয়াত মেলা বহে। পাহাৰৰ ওপৰত শিৱ মন্দিৰ; তলত চাৰা বিল। মন্দিৰত পাষাণৰ স্তম্ভকৃতি পঞ্চমুখী শিৱ, কালী, বৃষভ আৰু শিৱলিঙ্গ আছে।

বিজনী ৰাজ্যৰ শেহতীয়া ৰাজধানী অভয়াপুৰীত ৰজা-ৰাণীসকলৰ পৃষ্ঠপোষকতাত বহুতো মঠ-মন্দিৰ, দৌল-দেৱালয় আদি গঢ়ি উঠিছিল। ৰাজা কুলৰ অধিষ্ঠাত্ৰী 'অভয়া' দেৱীৰ দেৱালয় অভয়াপুৰীৰ সোঁমাজতে বিদ্যমান। ইয়াত ৰাজপুৰোহিতৰ দ্বাৰা নিত্য পূজা অৰ্চনা হয়। ইয়াৰ বাহিৰেও ৰাজধানীত দুৰ্গাবাৰী, মনসাবাৰী, কালী মঙ্গল চণ্ডীবাৰী,

বুঢ়ী ঠাকুৰাণী, বাধা ঠাকুৰাণী, চেংকাল মহাকালৰ মন্দিৰ আৰু শিৱবাৰী অঞ্চলত শিৱ মন্দিৰাদি আছে। চেংকাল-মহাকালৰ মন্দিৰটো বৰ্তমান জৰাজীৰ্ণ অৱস্থাত আছে। ইয়াত থকা দেৱতাৰ প্ৰতীক স্বৰূপ বৰ্ণা দুপাট কালী মঙ্গল চণ্ডী-বাৰীলৈ অনা হৈছে। অভয়াপুৰীত কিমান বছৰৰ আগতে দুৰ্গা পূজাৰ শুভাৰম্ভ কৰা হৈছিল সেইটো সঠিককৈ কব পৰা নগলেও এসময়ত অভয়াপুৰীৰ দুৰ্গাপূজা অসম প্ৰদেশৰ গোটেই-পশ্চিমাঞ্চলতে নামজ্বলা পূজা আছিল। ১৯৫৬ চনত বিজনী ৰাজ্য চৰকাৰে অধিগ্ৰহণ কৰাৰ পিছৰেপৰা দুৰ্গাপূজাৰ জাক-জমকতা ক্ৰমান্বয়ে নোহোৱা হৈ আহিছে। বৰ্তমান প্ৰতি বছৰে অভয়াপুৰী অঞ্চলৰ বাহিৰে পুৰণি ঐতিহ্য বজাই ৰাখি-সাধাৰণভাৱে দুৰ্গাপূজা পাতে।

**আৰ্থিক দিশ :** অসম তথা ভাৰতৰ দৰে অভয়াপুৰী অঞ্চলৰো শতকৰা আশীভাগ মানুহেই কৃষিৰ ওপৰত নিৰ্ভৰশীল। বাকী কুৰি ভাগ মানুহ কমাৰ, স্বৰ্ণশিল্পী, (সোণাৰী) মৃৎশিল্পী (হীৰা) আদি বিভিন্ন বৃত্তি ব্যৱসায়ত অভ্যস্ত। কিন্তু সময়ৰ সোঁতত উক্ত শিল্পবিলাক মৃতপ্ৰায় হৈ পৰাত এই লোকসকলৰ বহুতো নিৰাশ হৈ নিজ বৃত্তি এৰি কৃষিজীৱি হৈ পৰিছে। কিছুমানে বেপাৰ বাণিজ্যতো হাত দিছে। বৌমাৰী অঞ্চলত হীৰাপাৰা নামৰ এখন গাওঁ আছে। মাটিৰ বাচন তৈয়াৰ কৰা থলুৱা অসমীয়া লোক এতিয়াও তাত বহুত আছে। উৎসাহ উদগণিৰ অভাৱত মৃতপ্ৰায় এই শিল্পবোৰক পুনৰ্জীৱিত কৰাতো জাতীয় চৰকাৰে আগবঢ়োৱা সা-সুবিধাবোৰ কিমানদূৰ গ্ৰহণ কৰিব পাৰে তাৰ ওপৰতে নিৰ্ভৰ কৰিছে।

**শিক্ষা :** যদিও গোৱালপাৰা জিলা শিক্ষা-দীক্ষাত পিছপৰা তথাপি অভয়াপুৰী অঞ্চলত বহু আগৰে পৰাই শিক্ষা বিস্তৃত হৈছিল। এইটো হবলৈ পাইছিল বিদুষী ৰাণী অভয়েশ্বৰী দেৱীৰ বাবে। অভয়েশ্বৰী দেৱীৰ কোনো শিক্ষা-দীক্ষা নাছিল যদিও শিক্ষাৰ প্ৰতি ৰাণীৰ যি আগ্ৰহ প্ৰকাশ পাইছিল ইয়ে ৰাণীৰ দূৰদৰ্শিতাৰ পৰিচয় দিয়ে। পিতৃগৃহত থকা অৱস্থাত ৰাণীৰ লিখা-পঢ়া শিকা নহ'ল—শিক্ষানুষ্ঠানৰ অভাৱত। কিন্তু পিছৰ কালত ৰাণী হৈ তেওঁ লিখা-পঢ়া চৰ্চা কৰিছিল। শুনা যায় বঙ্গদেশৰ পৰা অনা শিক্ষয়িত্ৰী স্বৰ্গীয়া সৰলা ৰায়ৰ ওচৰত তেওঁ শিক্ষা লাভ কৰিছিল। গোৱালপাৰা জিলাৰ এই অভয়াপুৰী অঞ্চলত ৰাণীৰ বদান্যতাত সংস্কৃত শিক্ষাৰ লগতে ইংৰাজী শিক্ষাৰ ব্যৱস্থাও লোৱা হৈছিল।

১৯০৭ চনত সংস্কৃত শিক্ষাৰ বাবে ইয়াত এটা টোল স্থাপন কৰা হৈছিল। প্ৰথম অৱস্থাত টোলটো বৰ্তমান পৌৰ-সভাৰ পুখুৰীটো য'ত আছে (ৰাজবাৰীৰ সন্মুখত থকা পুখুৰী) সেইখিনিতে আছিল। কিন্তু ধুমুহাই সেই ঘৰ-দুৱাৰ ধ্বংস কৰাত, পিছত তাৰ পৰা তুলি আনি ৰাজবাৰীৰ নিচেই কাষতে পুনৰ টোলৰ ঘৰ-দুৱাৰবোৰ নিৰ্মাণ কৰে।

অভয়াপুৰী টোলৰ প্ৰথম অধ্যাপক আছিল স্বৰ্গীয় কালিকা নন্দ তৰ্কচুড়ামনী। কামৰূপৰ এই বিদগ্ধ পণ্ডিত গৰাকীয়ে এই অঞ্চলত সংস্কৃত ভাষা সাহিত্যৰ জ্ঞান বিলাইছিল। স্মৃতি, ব্যাকৰণ আৰু বিভিন্ন শাস্ত্ৰত পাৰ্গত এই গৰাকী পণ্ডিতৰ কথা এই অঞ্চলৰ ৰাইজে এতিয়াও স্মৰণ কৰে। স্বৰ্গীয় মহীৰাম দেৱ বিদ্যাৰত্ন ভট্টাচাৰ্য্য আছিল টোলৰ পৰৱৰ্তী অধ্যাপক। এওঁ ব্যাকৰণ আৰু ভাগৱতত বিশেষ ব্যুৎপত্তি থকা লোক আছিল। শিলামাগুৰি অঞ্চলৰ এইজনা পণ্ডিতৰ বৰঙণিও উল্লেখযোগ্য। স্বৰ্গীয় ৰাধানাথ বিদ্যাৰত্নও টোলৰ এগৰাকী অধ্যাপক আছিল। বৰপেটাৰ বাসিন্দা হ'লেও পিছত আহি ধৰ্মপুৰত নিগাজিকৈ থাকিবলৈ লয়। সংস্কৃতত প্ৰণয়ন কৰা 'ভাৱপুষ্পমালা' নামৰ গ্ৰন্থখন এতিয়াও এওঁৰ ঘৰত অপ্ৰকাশিত অৱস্থাত পৰি আছে। অভয়াপুৰী অঞ্চলৰ অইন এগৰাকী সংস্কৃত পণ্ডিত দেওহাটী নিবাসী স্বৰ্গীয় অনিৰুদ্ধ দেৱশৰ্মা ন্যায় বিদ্যাৰত্নকো টোলৰ অধ্যাপক নিযুক্ত কৰা হৈছিল। সুযোগ্য পণ্ডিতবৰ্গৰ তত্ত্বাৱধানত অভয়াপুৰী টোলে অসংখ্য সংস্কৃত প্ৰেমিক শিক্ষাদান কৰিছিল। শিক্ষাৰ্থীসকলৰ থকা, খোৱা আৰু পঢ়াৰ খৰছ ৰাণীয়ে বহন কৰিছিল বুলি শুনা যায়। অকল গোৱালপাৰাৰে নহয়, কামৰূপৰ পৰাও বহু ছাত্ৰই ইয়ালৈ অধ্যয়ন কৰিবলৈ আহিছিল। কুৰি শতিকাৰ চতুৰ্থ দশকৰ মাজভাগত এই টোল সম্পূৰ্ণৰূপে বন্ধ হয়।

ঊনবিংশ শতিকাৰ শেষ ভাগৰ পৰাহে অসমত আধুনিক শিক্ষানুষ্ঠানসমূহ গঢ় লৈ উঠিব ধৰে। বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত অভয়াপুৰী অঞ্চলত ভালেমান শিক্ষা কেন্দ্ৰৰ সৃষ্টি হয়। ১৯০৪ চনত অভয়াপুৰীত ৰাণী অভয়েশ্বৰীৰ নামেৰে অভয়েশ্বৰী উচ্চ ইংৰাজী বিদ্যালয় স্থাপন কৰা হয়। আৰম্ভণিতে ইংৰাজী মজলীয়া বিদ্যালয় ৰূপে শুভাৰম্ভ কৰা এই বিদ্যালয়খন পিছত অৰ্থাৎ ১৯০৪ চনত উচ্চ ইংৰাজী বিদ্যালয়লৈ উন্নীত কৰা হয়। প্ৰথম অৱস্থাত অভয়াপুৰী নাট মন্দিৰত (দুৰ্গাবাৰীৰ কাষত) বিদ্যালয়খন চলোৱা হৈছিল। কিন্তু ছাত্ৰৰ সংখ্যা বছৰে বছৰে বাঢ়ি যোৱাত আহল-বহল ঘৰৰ অভাৱ ৰাইজেৰে অনুভৱ কৰা হয় আৰু ১৯২৮ চনত বৰ্তমানে চলি থকা নতুন ঘৰলৈ স্থানান্তৰিত কৰা হয়। ৰাণীৰ নামেৰে ইয়াৰ নামাকৰণ কৰাৰ প্ৰধান উদ্দেশ্য আছিল এয়ে যে ৰাণীয়ে বিদ্যালয়ৰ সকলো খৰচ বহন কৰিছিল। ছাত্ৰসকলে বিনা মাচুলে পঢ়িবলৈ সুবিধা পালেও পিছত নামমাত্ৰ মাচুল দিব-লগীয়া হৈছিল। ছাত্ৰসকল থাকিবলৈ তিনিটা ছাত্ৰাবাস আছিল, হিন্দু, মুছলমান আৰু দুখীয়া ছাত্ৰাবাস। এতিয়া তিনিওটা মিলি এটাহে আছে। বিদ্যালয়ৰ প্ৰথম প্ৰধান শিক্ষকৰ পদ গ্ৰহণ কৰিছিল স্বৰ্গীয় বিপিন চন্দ্ৰ চক্ৰৱৰ্তী ডাঙৰীয়াই। এওঁৰ পিছত ক্ৰমে স্বৰ্গীয় বনমালী গোস্বামী, স্বৰ্গীয় সুৰেন্দ্ৰ মোহন বন্দোপাধ্যায়, স্বৰ্গীয় যোগেশ চন্দ্ৰ ৰায় চৌধুৰী, শ্ৰীপূৰ্ণ-চন্দ্ৰ দত্ত, স্বৰ্গীয় আশুতোষ চ্যাটাৰ্জী আৰু শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্মাই প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰে। ১৯৬২ চনত এই বিদ্যা-লয়খনক উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়লৈ উন্নীত কৰাৰ লগে লগে প্ৰধান শিক্ষকৰ পদটো অধ্যক্ষলৈ ৰূপান্তৰিত কৰা হয়। স্বৰ্গীয় কালাপ্ৰসাদ মেধি আৰু স্বৰ্গীয় সুৰেশ ভট্টই অধ্যক্ষ হিচাবে উক্ত বিদ্যালয়ত যোগদান কৰিছিল।

আজিৰ অসমৰ ভালেমান আগশাৰীৰ ব্যক্তি অভয়েশ্বৰী বিদ্যালয়ত এসময়ত শিক্ষকতা কৰিছিল নাইবা ছাত্ৰ আছিল। বৰ্তমান অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই এই বিদ্যালয়ত কেবাবছৰো সুখ্যাতিৰে শিক্ষকতা কৰিছিল। এসময়ৰ অসমৰ ৰাজহমন্ত্ৰী শ্ৰীহৰেশ্বৰ দাস, বি, বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ স্বৰ্গীয় সুৰেন্দ্ৰ মোহন দাস, অসম চৰকাৰৰ অতিৰিক্ত শিক্ষাধিকাৰ শ্ৰীদেৱীচৰণ মহন্ত আৰু অৱসৰপ্ৰাপ্ত শ্ৰম আয়ুক্ত শ্ৰীবনমালী শৰ্মা আদি এই অনুষ্ঠানৰ কৃতি ছাত্ৰ আছিল।

স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত প্ৰাক্‌স্বাধীনতা কাললৈ অসম তেনেই পিছ পৰি আছিল যদিও অভয়াপুৰী অঞ্চলত স্বাধীনতাৰ কেইবাবছৰো আগৰেপৰাই স্ত্ৰী-শিক্ষাৰ প্ৰচলন আছিল। ১৯৩৮ চনতে ইয়াত এখন বালিকা মধ্য ইংৰাজী বিদ্যালয় আৰম্ভ কৰা হয়। বিজনী ৰাজ ষ্টেট'ৰ মেনেজাৰ স্বৰ্গীয় ৰতিকান্ত শৰ্মা, স্বৰ্গীয় যতীন্দ্ৰ নাথ নিয়োগী, স্বৰ্গীয় গিৰীন চৌধুৰী, স্বৰ্গীয় মনোমোহন দাস আদি ভালেমান ব্যক্তিৰ নেৰানেপেৰা চেষ্টাত এই অনুষ্ঠানখনে গঢ় লৈছিল।

চালুকীয়া অৱস্থাত শিক্ষানুষ্ঠানখনৰ প্ৰধান শিক্ষকৰ গুৰু দায়িত্ব বহন কৰিছিল অৱসৰ প্ৰাপ্ত শিক্ষক ধৰ্মপুৰ নিবাসী স্বৰ্গীয় মনোমোহন দাসে। লাহে লাহে বালিকা উচ্চ ইংৰাজী বিদ্যালয় এখনৰ অভাৱো ৰাইজে অনুভৱ কৰিব ধৰিলে। ১৯৪২ চনত পৰ্য্যায়ক্ৰমে এই বিদ্যালয়খনকে উচ্চইংৰাজী বিদ্যালয়লৈ উন্নীত কৰা হয়। ভালে কেইজন শিক্ষাবিদে বিদ্যালয়খনত



প্ৰধান শিক্ষকৰূপে থাকি বিদ্যালয়ৰ উন্নতি সাধি গৈছে। তেওঁলোক হ'ল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, গিৰিজা ভূষণ ভট্টাচাৰ্য্য, স্বৰ্গীয় কৰুণা কান্ত বৰুৱা, স্বৰ্গীয় হৰপ্ৰসাদ চক্ৰৱৰ্তী আদি। ৰাণী অভয়েশ্বৰীৰ তোলনীয়া পুত্ৰ কুমাৰ যোগেন্দ্ৰ নাৰায়ণৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ এই বিদ্যালয়ৰ নাম যোগেন্দ্ৰ নাৰায়ণ সোঁৱৰণী বালিকা উচ্চ বিদ্যালয় ৰখা হয়।

প্ৰাক্‌স্বাধীনতা কালত অভয়াপুৰী অঞ্চলত কেবাখনো প্ৰাথমিক বিদ্যালয় স্থাপন কৰা হৈছিল। ১৯০৮ চনত ধৰ্মপুৰ নিম্ন প্ৰাথমিক বিদ্যালয়, ১৯১০ চনৰ ১৪ এপ্ৰিলত বিজনী ষ্টেট'ৰ কৰ্মচাৰী স্বৰ্গীয় সুৰেন্দ্ৰ কুমাৰ দত্ত মহোদয় আৰু ভালেকেইজন বঙালী আৰু অসমীয়া ভদ্ৰলোকৰ একনিষ্ঠ চেষ্টাত অভয়াপুৰী বালিকা নিম্ন বুনিয়াদী বিদ্যালয়, ১৯৩১ চনত অভয়াপুৰী বঙালী বালিকা প্ৰাথমিক বিদ্যালয় আদি তিনিখন প্ৰাথমিক বিদ্যালয়ৰ সৃষ্টি হয়। পাছদুৱাৰ প্ৰাথমিক বিদ্যালয়-খনো স্বাধীনতাৰ বহু আগতে আৰম্ভ হয়। ৩১ জন ছাত্ৰ-ছাত্ৰীৰে সূচনা কৰি বঙালী বালিকা প্ৰাথমিক বিদ্যালয়খনত অসমীয়া আৰু বঙালী মাধ্যমত শিক্ষা প্ৰদান কৰা হৈছিল।

স্বাধীনোত্তৰ কালত অইন অইন ঠাইৰ দৰে অভয়াপুৰী অঞ্চলতো গাৱেঁ গাৱেঁ প্ৰাথমিক, মজলীয়া আৰু উচ্চ বিদ্যালয় গঢ়ি উঠিছিল। এই শতিকাৰ চতুৰ্থ দশকৰ শেষভাগত অভয়াপুৰী বাপুজী মজলীয়া ইংৰাজী বিদ্যালয় স্থাপিত হয়। কলা পৰিষদ ভৱনত সূচনা কৰা বিদ্যালয়খনক ১৯৬৩ চনত বৰ্তমানে থকা নিজা ঘৰলৈ স্থানান্তৰিত কৰা হয় আৰু সেই চনতে উচ্চ ইংৰাজী বিদ্যালয়লৈ উন্নীত কৰা হয়। একনিষ্ঠ কংগ্ৰেছ কৰ্মী আৰু মুক্তি যুজাৰু দেওঁহাটী গাওঁৰ স্বৰ্গীয় দুৰ্গা প্ৰসাদ ৰায়ৰ স্মৃতি ৰক্ষাৰ কাৰণে উত্তৰ শালমাৰা গাওঁত দুৰ্গা প্ৰসাদ সোঁৱৰণী উচ্চ ইংৰাজী বিদ্যালয় স্থাপন কৰা হয় ১৯৫৬ চনত। পঞ্চম দশকৰ ভিতৰত বৌমাৰী, ধৰ্মপুৰ, বামুণগাওঁ, শালমাৰা, বৰিগাওঁ, দেওহাটী, পিৰাধৰা আদি অঞ্চলত ভালেকেইখন প্ৰাথমিক, মজলীয়া বিদ্যালয় আৰম্ভ কৰা হৈছে।

অভয়াপুৰী অঞ্চলৰ ৰাইজে মহাবিদ্যালয় এখনৰ অভাৱ ৰবকৈ অনুভৱ কৰি আহিছিল। বহুতো আগ্ৰহি ছাত্ৰই আৰ্থিক দুৰৱস্থাৰ হেতু উচ্চ শিক্ষা লাভৰপৰা বঞ্চিত হব লগা হৈছিল। ১৯৫৫ চনৰ আগভাগলৈকে এই অঞ্চলৰ ছাত্ৰ-ছাত্ৰীয়ে উচ্চ শিক্ষাৰ বাবে হয় ধুবুৰী নহয় গুৱাহাটী বৰপেটা আদি ঠাইলৈ যাব লগা হৈছিল। সেয়ে অভয়াপুৰী অঞ্চলৰ ৰাইজে ইয়াত এখন মহাবিদ্যালয় খোলাৰ বাবে দৃঢ় পৰিকৰ হ'ল। ৰাইজৰ

আশাশুৱীয়া প্ৰচেষ্টা, দান-বৰঙণি আৰু অকুণ্ঠ সহায় সহযোগৰ ফল স্বৰূপে অভয়াপুৰী মহাবিদ্যালয়ৰ জন্ম হয় ১৯৫৫ চনত। কিন্তু বৰ পৰিতাপৰ কথা এইয়ে যে আজি কুৰি বছৰেও ইয়াৰ বাণিজ্যশাখা বা বিজ্ঞান শাখা কোনোটোৱে খোলা নহ'ল। কলা শাখাবো সকলো বিলাক বিষয়তে 'সন্মান'ৰ পাঠ্যক্ৰম খোলা হোৱা নাই। এই-খিনিতে উল্লেখ কৰিব পাৰি যে অভয়াপুৰী মহাবিদ্যালয়ৰ সমসাময়িক বজালী মহাবিদ্যালয় (১৯৫৫) আৰু গোৱালপাৰা মহাবিদ্যালয়ে (১৯৫৫) আজি একো একোখন পূৰ্ণ পৰ্য্যায়ৰ মহাবিদ্যালয় ৰূপে স্বীকৃতি লাভ কৰিছে। এই মহাবিদ্যালয়ৰ আৰম্ভণিত সমূহ বিজনী ৰাইজৰ আৰ্থিক বৰঙণি আছিল।

হিন্দী শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰতো অভয়াপুৰী অঞ্চল বহুখিনি আগবাঢ়ি গৈছে। ১৯৬৬ চনৰ জুলাই মাহত স্থাপন কৰা 'অসম ৰাষ্ট্ৰভাষা বিষাৰদ বিদ্যালয়' নামৰ অনুষ্ঠানটিয়ে এই অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰাষ্ট্ৰীয় ভাষাক জনপ্ৰিয় কৰি তোলাত যথেষ্ট সহায় কৰিছে। 'অভয়াপুৰী ৰাষ্ট্ৰভাষা প্ৰবোধ বিদ্যালয়' নাম দি আৰম্ভ কৰা বিদ্যালয়খনক ১৯৭২ চনত ''বিষাৰদ বিদ্যালয়'' হিচাপে অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে স্বীকৃতি দিয়ে। ইয়াত শিক্ষালাভ কৰা বহুতো ছাত্ৰ-ছাত্ৰীয়ে বিভিন্ন শিক্ষানুষ্ঠানত শিক্ষকতা কৰি জীৱিকা নিৰ্বাহৰ পথ উলিয়াব পাৰিছে। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে গোৱালপাৰা মহকুমাত এতিয়ালৈকে প্ৰাথমিক বিদ্যালয় মুঠ ৮৬৯ খন, মজলীয়া স্কুল ১৮৭ খন, ঘাটি মঞ্জুৰী প্ৰাপ্ত হাইস্কুল ৬১ খন, আৰু স্বীকৃতিপ্ৰাপ্ত হাইস্কুলৰ সংখ্যা ১১৮ খনৰ উপৰিও উচ্চ শিক্ষাৰ বাবে ১২ খন মহাবিদ্যালয়, ২ খন বি, টি, মহাবিদ্যালয়, ১খন আইন মহাবিদ্যালয়, ৩খন বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ আৰু যোৱা ১৫ই আগষ্ট, ১৯৭৫ চনত চৰকাৰীকৃত বঙ্গাইগাওঁ নৰ্মাল স্কুল (যদিওঁ এই শিক্ষক প্ৰশিক্ষণ বিদ্যালয়ওে পূৰ্ণ পৰ্য্যায়ৰ অৱস্থা পাবলৈ বহুতো বাকী) আছে, কিন্তু গোৱাল-পাৰা জিলাৰ বৰ্দ্ধিত জনসংখ্যা অনুপাতে এই বিদ্যালয়ৰ সংখ্যা নিচেই তাকৰ। তাৰোপৰি কাৰীকৰী শিক্ষা প্ৰতিষ্ঠানৰ অভাৱে উঠি অহা ল'ৰা-ছোৱালীক শিল্প-বাণিজ্যৰ ফালে চাল খুওৱাৰ বাবে সুবিধাৰ অভাৱ বিশেষভাৱে অনুভৱ কৰা হৈছে। আশা কৰো সদাশয় ৰাইজ আৰু জনপ্ৰিয় চৰকাৰে এই দিশটোৰ প্ৰতি মনোযোগ দিব।

**ৰাজনৈতিক ভূমিকা** : ভাৰত মাতৃৰ লুপ্ত স্বাধীনতা উদ্ধাৰৰ বাবে দেশত যি বিপ্লৱৰ বহ্নিশিখা সিচৰিত হৈ পৰিছিল, সেই শিখা অভয়াপুৰী অঞ্চললৈও বিয়পিছিল। ১৯২০ চন। গান্ধীজীৰ অসহযোগ আৰু খিলাফৎ আন্দোলনৰ আহ্বানত বিদেশী বস্ত্ৰ বৰ্জন কৰাৰ আন্দোলনে তীব্ৰ আকাৰ ধাৰণ কৰে। অভয়াপুৰী অঞ্চলতো আন্দোলনৰ ঢৌ বৈছিল। আন্দোলনত সঁহাৰি জনাই স্বৰ্গীয় ব্ৰজমোহন বৰ্মন, স্বৰ্গীয় গৌৰীকান্ত চক্ৰৱৰ্তী, স্বৰ্গীয় খৰিৰুদ্দিন আহমেদ, স্বৰ্গীয় ৰফিউদ্দিন আহমেদ, স্বৰ্গীয় দুৰ্গাপ্ৰাদ ৰায় আদি লোকসকলে কাৰাবৰণ কৰিবলগীয়া হৈছিল। বেছিভাগ নেতা আৰু কৰ্মীয়ে এই সংক্ৰান্ততে জেললৈ যাব লগা হোৱা বাবে কাম পৰিচালনা কৰা মানুহ প্ৰায় নোহোৱা হৈয়ে পৰিছিল। এনে অৱস্থাত গোৱালপাৰা জিলা কংগ্ৰেছৰ সম্পাদক সুৰেন্দ্ৰমোহন সেনগুপ্তই বিভিন্ন ঠাইৰ লগতে অভয়াপুৰীলৈও আহে আৰু সভা সমিতি পাতি অভয়াপুৰীত এখন শাখা কংগ্ৰেছ কমিটি গঠন কৰে। অভয়াপুৰী অঞ্চলৰ শাখা কংগ্ৰেছৰ সম্পাদক স্বৰ্গীয় হৰেন্দ্ৰ কুমাৰ সিংহ ডাঙৰীয়াই এই অঞ্চলত ৰাজনৈতিক কাৰ্য্যকলাপ পৰিচালনা কৰাত যথেষ্ট সহায় কৰিছিল আৰু নিজেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

১৯২৬ চনৰ ডিচেম্বৰ মাহত ভাৰতীয় কংগ্ৰেছ মহাসভাৰ অধিৱেশন বহে পাণ্ডুত। কংগ্ৰেছ অধিৱেশনে যুৱক সমাজৰ মাজত এটা জাগৰণৰ সৃষ্টি কৰিছিল। গোৱালপাৰা চহৰৰ ভালেকেইজন ডেকা কৰ্মীয়ে গোৱালপাৰা মহকুমাৰ বিভিন্ন ঠাইত কিছুমান উপদল গঠন কৰি ফুৰিছিল। অভয়াপুৰীতো তেনেধৰণৰ এটি উপদল গঠন কৰা হৈছিল।

''লোণ আইন ভঙ্গ'' ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত এটা উল্লেখযোগ্য ঘটনা। ১৯৩০ চনত গান্ধীজীৰ লোণ আইন ভঙ্গ আন্দোলনত নেতৃত্ব দি অভয়াপুৰী অঞ্চলৰ ভালেমান ব্যক্তিয়ে কাৰাবৰণ কৰিছিল। অভয়েশ্বৰী স্কুলৰ বহুতো ছাত্ৰই স্বতঃফুৰ্তভাৱে আহি আন্দোলনত যোগ দি আন্দোলন সজীৱ কৰি তুলিছিল। অভয়াপুৰীত পতা বিৰাট ৰাজহুৱা সভাত স্বৰ্গীয় যোগেন্দ্ৰনাথ নাথে বক্তৃতা দিছিল আৰু আন্দোলনৰ উদ্দেশ্য ৰাখ্যা কৰিছিল। আন্দোলনত বিভিন্ন প্ৰকাৰে নেতৃত্ব দি গ্ৰেপ্তাৰ হোৱা অভয়াপুৰী অঞ্চলৰ কৰ্মীসকল আছিল স্বৰ্গীয় দুৰ্গাপ্ৰসাদ ৰায় (দেওহাটী), স্বৰ্গীয় অখিল চন্দ্ৰ ৰায় (পিৰাধৰা), স্বৰ্গীয় ভদ্ৰেশ্বৰ শীল (দেওঁহাটী), ধৰ্মপুৰৰ স্বৰ্গীয় ৰমেশচন্দ্ৰ শৰ্মা ভাগৱতী, স্বৰ্গীয় ব্ৰজ মোহন পাঠক, শ্ৰীনৰেন্দ্ৰ নাথ মজুমদাৰ স্বৰ্গীয় গোবিন্দচন্দ্ৰ দেৱশৰ্মা (অভয়াপুৰী টাউন), আদি কেবাগৰাকী।

১৯৩২ চনত মহাত্মাজীৰ গ্ৰেপ্তাৰৰ লগে লগে দেশত আইন অমান্য আন্দোলন আৰম্ভ হ'ল। ধৰ্মপুৰৰ স্বৰ্গীয় ব্ৰজমোহন পাঠকে আন্দোলনত অংশ গ্ৰহণ কৰি কংগ্ৰেছৰ কেম্প ডাইৰেক্টৰ হিচাবে দায়িত্ব লৈছিল। কিন্তু পাঠক ডাঙৰীয়া গ্ৰেপ্তাৰ হোৱাৰ লগে লগে স্বৰ্গীয় গোবিন্দ্ৰ চন্দ্ৰ দেৱ শৰ্মাই সেই দায়িত্ব লয়। আইন অমান্য আন্দোলনত বিভিন্ন প্ৰকাৰে ভাগ লোৱা অভয়া-পুৰী অঞ্চলৰ বিশিষ্ট ব্যেক্তিকইজনমান হ'ল পিৰাধৰাৰ স্বৰ্গীয় শঙ্কৰ ৰাম ৰাও (ওৰফে কাল্টুৰাম দাস) ধৰ্মপুৰৰ স্বৰ্গীয় চক্ৰপাণি শৰ্মা, অভয়াপুৰী চহৰৰ স্বৰ্গীয় দেৱেন্দ্ৰ নাৰায়ণ সিংহ আদি।



১৯৪১—'৪২ চনৰ সময় চোৱাত বিভিন্ন ঠাইত 'শান্তি-সেনা' নিযুক্তি আৰু গঠনমূলক কাম আদিত অভয়াপুৰী অঞ্চলৰ জনসাধাৰণেও উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। অভয়াপুৰী অঞ্চলতো ''শান্তি সেনা'' সংগঠন কৰা হৈছিল। ১৯৪১ চনত লোকপ্ৰিয় স্বৰ্গীয় গোপীনাথ বৰদলৈ আৰু ডাঃ ভূৱনেশ্বৰ বৰুৱা দেৱ ''শান্তিসেনা'' সংগঠন চাবলৈ গোৱাল-পাৰা হৈ অভয়াপুৰীলৈ আহে। অভয়াপুৰীৰ 'শান্তিসেনা' বহিনীৰ তত্ত্বাৱধায়ক আৰু পৰিচালক আছিল স্বৰ্গীয় গোবিন্দ চন্দ্ৰ দেৱশৰ্মা দেৱে। বৰদলৈ আৰু বৰুৱাদেৱে অভয়াপুৰীত ''শান্তিসেনা'' বাহিনীৰ কাৰ্য্যকলাপ দেখি ভূয়সী প্ৰশংসা কৰিছিল। '৪২ৰ গণবিপ্লৱত এই অঞ্চলৰ ভালেকেইজন ব্যক্তিয়ে অংশ গ্ৰহণ কৰি জেললৈ গৈছিল। তেওঁলোকৰ ভিতৰত শ্ৰীউমেশ চন্দ্ৰ চক্ৰৱৰ্তী (বৰিগাওঁ), শ্ৰীদিনেশ চন্দ্ৰ দাস (দেওঁহাটী), শ্ৰীখগেন্দ্ৰ নাথ ৰায় (নাৰিকলা), শ্ৰীগীতেন্দ্ৰ মোহন দাস (ধৰ্মপুৰ) আৰু বহুতো আছিল; যিসকলৰ নাম তৎকালীন তথ্যপাতিৰ অভাৱ আৰু স্থান কালৰ সীমিত পৰিসৰৰ হেচাত দিয়াটো সম্ভৱপৰ হৈ নুঠিল। ভাৰতৰ স্বাধীনতা আন্দোলনত অংশ গ্ৰহণকাৰী গোৱালপাৰা মহকুমাৰ যিসকল বৰ্তমান জীৱিত লোকে স্বাধীনতাৰ ৰূপালী জয়ন্তী উপলক্ষে আগ-বঢ়োৱা 'তাম্ৰপত্ৰ' লাভ কৰিছিল এই সুযোগতে তেওঁলোকৰ নাম উল্লেখ কৰা হ'ল। তেওঁলোক হৈছে—সৰ্বশ্ৰী অখিল চন্দ্ৰ দাস (পাচনিয়া), কামেশ্বৰ অধিকাৰী (সৃজনগ্ৰাম), দণ্ডীচৰণ ডেকা (বাঙাপানী), ললিত মোহন দাস (সৃজনগ্ৰাম), জীতেন্দ্ৰ নাৰায়ণ দাস (বঙ্গাইগাওঁ), শিবেন্দ্ৰ নাথ নাথ (বলদমাৰী), যোগেন্দ্ৰ নাৰায়ণ ৰাভা (আগিয়া), কেশৱ চন্দ্ৰ বৰুৱা (নিবাৰী), ক্ষীৰোদ মোহন ৰায় (টুকুৰা), জানকীৰাম বৰ্মণ (বাঘডোৰা), লেফাৰুৰাম বড়ো (দ্বাৰকা), ভেকোৰাম বৰ্মণ (বায়দা), মণি-শঙ্কৰ বসুমতাৰী (দুধনৈ), দুৰ্গানাথ নাথ (গোৱালপাৰা), বসন্তকুমাৰ দাস (নৰসিংহবাৰী) আদি।

১৯৪৪ চনৰ নবেম্বৰ মাহত পণ্ডিত জৱহৰলাল নেহৰুৱে অসম ভ্ৰমণলৈ আহি অভয়াপুৰীলৈও আহে। নেহৰুৰ ভ্ৰমণ অভয়াপুৰীৰ ৰাজনৈতিক ইতিহাসৰ এটি স্মৰণীয় ঘটনা। অভয়েশ্বৰী বিদ্যালয়ৰ খেলপথাৰত এক বিৰাট ৰাজহুৱা সভাত ভাষণ দি ৰাইজক স্বাধীনতা যুদ্ধৰ বাবে উদ্বুদ্ধ হবলৈ তেওঁ উদাত্তকণ্ঠে আহ্বান জনাইছিল।

**সাংস্কৃতিক বিকাশ** : কলাকৃষ্টি আদিতো অভয়াপুৰী অঞ্চল যথেষ্ট আগবঢ়া আছিল। এসময়ত গোৱালপাৰা জিলাত কেবাটাও জমিদাৰী সৃষ্টি হয়। জমিদাৰসকলে তেওঁলোকৰ কৰ্মচাৰীবৰ্গক অসমৰ বাহিৰৰপৰা বিশেষকৈ বঙ্গদেশৰ পৰা আমদানি কৰিবলৈ ধৰে। ফলত বঙালী আমোলা মহৰীসকলে উৎসৱ পৰ্ব আদিত বঙ্গদেশৰ যাত্ৰাদল আনি অভিনয় কৰিবলৈ লয়। এই বঙালী যাত্ৰাদলসমূহৰ অভিনয়ে স্থানীয় কলামোদী-সকলক যথেষ্ট আকৃষ্ট কৰে আৰু তেনে ধৰণৰ নাট্যদল গঠন কৰিবলৈ অনুপ্ৰেৰণা যোগায়। উনবিংশ শতিকাৰ শেষ ভাগত অভয়াপুৰী অঞ্চলৰ লেংটিচিঙাত তেনে ধৰণৰ এটা ভ্ৰাম্যমান যাত্ৰা দলৰ সৃষ্টি হয়। অসমৰ প্ৰধান প্ৰধান চহৰবোৰত এই দলটোৱে অভিনয় দেখুৱাই ফুৰিছিল। অভয়াপুৰী অঞ্চলত থিয়েটাৰৰ শুভাৰম্ভ কৰা হয় ৰাণী অভয়েশ্বৰীৰ ৰাজত্ব কালত। অৱশ্যে উনবিংশ শতিকাৰ শেষ ভাগত জিলাৰ ঠায়ে ঠায়ে ছাত্ৰসকলৰদ্বাৰা থিয়েটাৰ অভিনয় আৰম্ভ হয়। ৰাণী অভয়েশ্বৰীয়ে অভয়াপুৰীত সাজি দিয়া নাটমন্দিৰতে যথেষ্ট সংখ্যক নাট মঞ্চস্থ কৰা হৈছিল। বৰ্তমান অভয়াপুৰী অঞ্চলৰ ধৰ্মপুৰ, দেওহাটী, বামুণগাওঁ, পিৰাধৰা, শিৱবাৰী আদি ঠাইত কিছুমান নাট্যগোষ্ঠী গঢ়ি উঠিছে আৰু এই নাট্যগোষ্ঠীসমূহে ইয়াৰ ৰাইজক আমোদ-প্ৰমোদ দি আছে।

প্ৰাচীন কামৰূপী নৃত্যৰ এটা সুকীয়া ঐতিহ্য আছে। সেই ঐতিহ্য বহন কৰিয়েই এসময়ত অভয়াপুৰীত প্ৰাচীন কামৰূপী নৃত্যৰ চৰ্চা হৈছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা নাম গোৱা পদ্ধতিৰে এই অঞ্চলত বিভিন্ন পাঠকৰ দলসমূহ গঢ়ি উঠিছে। থিয় নাম, বহা নাম, নাগৰা নাম, আদি বিভিন্ন প্ৰকাৰৰ পাঠকৰ দল এই অঞ্চলৰ গাৱেঁ গাৱেঁ সৃষ্টি হৈছে। অভয়াপুৰীৰ আশে-পাশে নামদলসমূহৰ সৃষ্টি হোৱাৰ প্ৰধান কাৰণ প্ৰতি গাওঁতে থকা নামঘৰসমূহ। নামঘৰৰ লগত নাম গোৱা পদ্ধতি ওতঃপ্ৰতঃভাৱে জড়িত। মহাপুৰুষৰ নাম গোৱা প্ৰথাৰ লগে লগে মহিলাৰ নামগোৱা দলৰ কথাও উনুকিয়াব লাগিব। এইখিনিতে উল্লেখ কৰিব পাৰি যে ধৰ্মপুৰৰ মহিলাৰ নামগোৱা দল এটিয়ে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেৰে এই অঞ্চলৰ নাম প্ৰচাৰ কৰি যথেষ্ট সুখ্যাতি অৰ্জন কৰিছিল। বিজনী ৰাজ্যৰ শেষ ৰাজধানী অভয়াপুৰীৰ অতীত আৰু বৰ্তমানৰ এয়ে সংক্ষিপ্ত ইতিহাস। ১৯৬০ চনত অভয়াপুৰীয়ে নগৰৰ মৰ্য্যদা লাভ কৰে।

---

টোকা : প্ৰবন্ধটো যুগুত কৰোঁতে স্বৰ্গীয় খগেন্দ্ৰনাথ নাথ ডাঙৰীয়াৰ 'স্বাধীনতা সংগ্ৰামত গোৱালপাৰাৰ অৱদান' আৰু শ্ৰীঅম্বিকাচৰণ চৰকাৰৰ 'ৰত্নপীঠত এভুমুকি' নামৰ কিতাপ দুখনকে ধৰি অভয়াপুৰী অঞ্চলৰ ভালেমান গণ্যমান্য বয়োবৃদ্ধ ব্যক্তিয়ে সমল আদি দি সহায় কৰা বাবে তেওঁলোকলৈ কৃতজ্ঞতা থাকিল।

—প্ৰবন্ধকাৰ

# তপস্বিনী ৰাণী

শ্ৰীমতী অৰ্পণা বণিক্য

হে তপস্বিনী ৰাণী অভেশ্বৰী,
প্ৰণিপাত জনাও তোমাক
তোমাৰ স্মৃতিৰ সুবাস
ধূলিয়ে বালিয়ে উৰে
গছে বনে অভয়াপুৰীৰ ।
ৰাজকাৰেঙৰ নিৰলা কোণত
সেইখিনি চিনাকি বেদীতে
জ্বলে চাগে চাকিটি আজিও
গৰিমাৰ শতেক স্মৃতিৰে ।
ধূপৰ ধোঁৱাৰ সতে অগা-ডেৱা কৰে
মৌন মুখৰ নিতে গধূলি পৰত ॥
যৌৱনৰ ৰঙীণ বেলাৰ
হেঁপাহৰ বাসন্তী লগনত
কালৰ কঠুৱা হাতে
ঢালি দিলে তীব্ৰ হলাহল
মাৰ গ'ল মিলনৰ
মধুময় ক্ষণ ।
পিন্ধিলা যতনে দেৱী
বৈৰাগ্যৰ সাতশৰী ধাৰী
সঙ্গী কৰি ব্ৰত – উপাসনা
আৰু কঠোৰ সাধনা —
গৈৰিক বসনা তুমি কৰি গ'লা
জীৱনৰ পূজা আৰাধনা ॥
অসমৰ পশ্চিম প্ৰান্তত
দেখুৱালা মহীয়সী মহা আদৰ্শ
পূজা পালনৰ ব্ৰত অসম চানেকি
শাসনৰ ৰাজদণ্ড ধৰি—
জাগ্ৰত গোসানীসমা ৰাণী মাতৃৰূপা ॥
জেতুকা পাতৰ দৰে
কোমল হিয়াত দুঃসহ বৈধব্য যন্ত্ৰণা
দুচকুত বিচ্ছেদৰ লোতক দুধাৰী
বিষাদৰ হুমুনিয়াহ হিয়াতে সামৰি —
স্বদেশ স্বামীৰ হকে আত্মাহুতি দিয়া —
মহাসতী জয়াৰ আদৰ্শ
শিৰত সাৱটি ললা ।
ৰাজসুখ ঐশ্বৰ্য্য বিভূতি হেলাৰে নেওচি
জগাই তুলিলা ঐশ্বৰিক পৱিত্ৰ বাসনা ।
স্বামীৰ পাদুকা থাপি
ৰাজ থাপনাত, ৰাজধৰ্ম-কৰ্ম আচৰিলা ॥
তোমাৰে তপস্যা থলী
সেইখিনি অভয়াপুৰীতে
আজি জননীৰ পূজা আয়োজন ।
সেৱকৰ সমাৰোহ, উখল-মাখলে
সোঁৱৰণী তোমাৰেই জগাই প্ৰাণত ।
এই মহাপূণ্য লগণত
তোমাৰ স্মৃতিৰে দেৱী
শ্ৰদ্ধাঞ্জলি যাচিছোঁ তোমাকে ।
আকাশত জোন-বেলি
জিলিকিব মানে
তুমিও জিলিকি ৰ'বা মানস পটত ।
গুণমুগ্ধ শত হৃদয়ৰ
একচ্ছত্ৰী ৰাণী তুমি মহা তপস্বিনী ॥



# সাহিত্য সেৱাত গোৱালপাৰা জিলাৰ অৱদান

o o o

শ্ৰীহীৰেণ দাস

অসমৰ পশ্চিম সীমাত অৱস্থিত গোৱালপাৰা জিলা প্ৰাচীন কালৰে পৰা সাহিত্য সাধনাৰ কেন্দ্ৰস্থল আছিল। এই অঞ্চলত সাহিত্য চৰ্চাৰ আৰম্ভণি হয় ঘাইকৈ কোচ ৰাজবংশী ৰজাসকলৰ পৃষ্ঠপোষকতাত। সাহিত্য সংস্কৃতিৰ প্ৰতি প্ৰৱল অনুৰাগী এই ৰজাসকলৰ ৰাজত্বকালত প্ৰাচীন অসমীয়া সাহিত্যৰ গছজুপি পত্ৰে-পুষ্পে জাতিষ্কাৰ হৈ সৌৰভ বিলাবলৈ ধৰে। ষোড়শ শতিকাৰ পূৱ-ভাৰতৰ প্ৰবল প্ৰতাপী ৰজা মহাৰাজ নৰনাৰায়ণৰ বিদ্যানুৰাগৰ কথা সৰ্বজনবিদিত। তেওঁৰ পৃষ্ঠপোষকতাতে মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱকে আদি কৰি প্ৰাচীন অসমীয়া সাহিত্যিকসকলে অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ় কৰে। এই যুগতে কেবাজনো গোৱালপৰীয়া সাহিত্যসাধকে কোচ ৰজা-সকলৰ ছত্ৰছায়াত থাকি অসমীয়া সাহিত্যলৈ অমূল্য অৱদান দি গৈছে। দুখৰ বিষয় যে ইয়াৰ কেইজনমান লেখকৰ ৰচনাৱলীত গোৱালপাৰা আৰু কোচবিহাৰৰ কথিত ভাষাৰ প্ৰভাৱ দেখি বঙলা সাহিত্যৰ ইতিহাস ৰচকসকলে এওঁলোকৰ লিখনিসমূহক বঙলা ভাষাৰ অন্তৰ্ভুক্ত কৰিছে। উদাহৰণ স্বৰূপে প্ৰাচীন কামৰূপীয় ভাষালৈ অষ্টাদশ পৰ্ব মহাভাৰতৰ অনুবাদক কবীন্দ্ৰ পাত্ৰৰ নাম উল্লেখ কৰিব পাৰি।

বিংশ শতিকাৰ আগৰ গোৱালপাৰা জিলাৰ সাহিত্যিক-সকলৰ বিষয়ে সবিশেষ সংগ্ৰহ কৰাটো দুৰূহ কাম। বিংশ শতিকাৰ আৰম্ভণিৰ পৰা যিসকল গোৱালপৰীয়া সাহিত্যিকে অসমীয়া ভাষা সাহিত্যৰ বেদীত উল্লেখযোগ্য অৱদান আগ-বঢ়াইছে সেইসকল লিখকৰ আৰু তেওঁলোকৰ সাহিত্যৰাজিৰ বিষয়ে সম্যক আলোচনা কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। দৰাচলতে গোৱালপাৰা জিলাত আধুনিক অসমীয়া ভাষা সাহিত্যৰ চিন্তা চৰ্চা আৰম্ভ হয় বৰ্তমান শতিকাৰ আগভাগতে। অসমৰ সীমান্তবৰ্তী আৰু বঙ্গদেশৰ গাতে লাগি থকা অঞ্চল হিচাপে গোৱালপাৰাৰ ভাষা সংস্কৃতিত বঙ্গদেশৰ প্ৰভাৱ তথা আধিপত্য এই শতিকাৰ বহুদিনলৈ চলি আহিছিল। কিন্তু বঙ্গভাষা সংস্কৃতিৰ প্ৰবল প্ৰভাৱৰ মাজতো কিছুসংখ্যক গোৱালপৰীয়া সাহিত্যিকে নীৰৱে অসমীয়া ভাষা সাহিত্যৰ কৃচ্ছ-সাধনত ব্ৰতী হৈছিল। তাৰেই ফল স্বৰূপে এই জিলাৰ কেবাজনো সফল গল্পকাৰ ঔপন্যাসিক, প্ৰবন্ধকাৰ, অনুবাদক সাহিত্যিকে অসমীয়া সাহিত্যৰ ভঁড়াললৈ সাধ্যানুসাৰে অৰিহণা আগবঢ়াবলৈ সমৰ্থ হৈছে।

গোৱালপাৰাৰ দৰে পিচপৰা জিলাত নানা প্ৰতিকূল অৱস্থাৰ মাজতো অসমীয়া ভাষা সাহিত্যৰ চিন্তা-চৰ্চাই প্ৰসাৰতা লাভ কৰাৰ মূলতে আছিল গোৱালপাৰাবাসী ৰাইজৰ অন্তৰত থকা অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি প্ৰৱল অনুৰাগ আৰু প্ৰগাঢ় প্ৰেম। গোৱালপৰীয়া মানুহৰ অন্তৰত থকা অসমীয়া ভাষা-সাহিত্য প্ৰেমৰ নিদৰ্শন পোৱা যায় বিভিন্ন সময়ত এই জিলাত বহা অসম সাহিত্য সভাৰ অধিবেশনসমূহৰ যোগেদি। এই কথা গৌৰৱেৰে স্মৰণ কৰিব পাৰি যে অসম সাহিত্য সভাৰ তাৎপৰ্য্য-পূৰ্ণ দ্বিতীয় মুকলি অধিবেশন বহিছিল গোৱালপাৰা জিলাৰ গোৱালপাৰা নগৰত ১৯১৮ চনৰ ডিচেম্বৰ মাহত। এই অধিবেশনৰ সভাপতি আছিল সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱ (১৯১৭ চনত শিৱসাগৰত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন বহে, তেতিয়া ইয়াৰ নাম আছিল 'অসম সাহিত্যিক সন্মিলনী'')। ইয়াৰ পিছতো ১৯২৬ চনত ধুবুৰীত স্বৰ্গীয় বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত, ১৯২৭ চনত গোৱালপাৰাত স্বৰ্গীয় তৰুণৰাম ফুকনৰ সভাপতিত্বত, ১৯৫৬ চনত ধুবুৰীত বেণুধৰ শৰ্মাৰ সভাপতিত্বত (ৰূপালী জয়ন্তী অধিৱেশন), ১৯৬১ চনত গোৱালপাৰাত ত্ৰৈলোক্য নাথ গোস্বামীৰ সভাপতিত্বত আৰু ১৯৭২ চনত ধুবুৰীত হেম বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ অধিবেশন বহে। এইদৰে অসমীয়া ভাষা সাহিত্যৰ ওৰিয়াল স্বৰূপ অসম সাহিত্য সভাৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা

আৰু অনুৰাগ প্ৰকাশ কৰি গোৱালপাৰাবাসী ৰাইজে দৰাচলতে অসমীয়া ভাষা সাহিত্যৰ প্ৰতি তেওঁলোকৰ ঐকান্তিকতাৰে প্ৰমাণ কৰিছে।

চিৰ চেনেহী ভাষা জননীৰ বেদীত অৰ্ঘ্য ৰচনা কৰিবলৈ যিসকল গোৱালপৰীয়া সাহিত্যিকে আগবাঢ়ি আহিল তেখেঁসকলৰ কথাকে আজি অসম সাহিত্য সভাৰ চতুৰ-চত্বাৰিংশ অভয়াপুৰী অধিবেশনৰ পবিত্ৰ দিনত আমি শ্ৰদ্ধাৰে সুৰঁৰিছো।

## জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী :

যিসকল প্ৰাতঃস্মৰণীয়া ব্যক্তিয়ে এই অঞ্চলত আধুনিক অসমীয়া ভাষা সাহিত্যৰ পাতনি মেলে, তেওঁলোকৰ ভিতৰত অন্যতম জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী। গোৱালপাৰা জিলাৰ পিচপৰা অঞ্চল মেছপাৰা ইষ্টেটৰ ৰাজধানী লক্ষীমপুৰত ১৮০৩ শকৰ ১১ পুহত এওঁৰ জন্ম হয়। বঙলা ভাষাৰ মাধ্যমেৰে এখেতৰ বিদ্যাৰম্ভ হয়। স্কুলীয়া জীৱনৰো কেইবা বছৰলৈকে চৌধুৰীয়ে বঙলা ভাষাকেই শিকে। কিন্তু তেওঁৰ অন্তৰত আছিল অসমীয়া ভাষাৰ প্ৰতি গভীৰ অনুৰাগ। তাৰেই ফল স্বৰূপে স্কুলৰ চাৰিবেৰৰ বাহিৰতেই তেওঁ অসমীয়া ভাষাৰ চিন্তা-চৰ্চা আৰম্ভ কৰে। সেই সময়ত অসমীয়া ভাষা চৰ্চা কৰাত তেওঁ কেনে প্ৰতিকূল অৱস্থাৰ সন্মুখীন হব লগা হৈছিল আৰু কিমানখিনি কষ্ট কৰিব লগা হৈছিল তাক—"মোৰ জীৱন স্মৃতি"ত তেওঁ সুন্দৰভাৱে বৰ্ণনা কৰিছে।

অসমীয়া সাহিত্যত চৌধুৰীৰ পৰিচয় প্ৰধানকৈ এজন সফল গল্পকাৰ হিচাপে। "আৱাহন" যুগত তেওঁৰ ৰচিত গল্পসমূহে অসমীয়া সাহিত্যত নতুন যুগৰ সূচনা কৰিছিল। ডঃ মহেশ্বৰ নেওগৰ মতে "অসমীয়া সাহিত্যত চুটিগল্প লেখক হিচাপে নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ এখন বিশিষ্ট আসন আছে। চৌধুৰী ডাঙৰীয়াই 'আৱাহন'ৰ দৰে আগশাৰীৰ আলোচনী এখন প্ৰতিষ্ঠা কৰি বিভিন্ন গল্প প্ৰবন্ধৰ সম্ভাৰেৰে প্ৰতিকূল অৱস্থাৰ মাজতো অসমীয়া ভাষা জননীক যিদৰে সেৱা কৰি গ'ল তাৰ বাবে অসমীয়া সাহিত্যত তেওঁৰ নাম যুগমীয়া হৈ ৰব"। নগেন্দ্ৰ চৌধুৰীৰ অসংখ্য গল্প 'আৱাহন' 'বৰদৈ চিলা' আদি সমসাময়িক আলোচনীত প্ৰকাশ পাইছিল। তেওঁৰ ৰচিত 'বীণাৰ ঝঙ্কাৰ' এখনি মনোৰম গল্প সংকলন। ডঃ হেমন্তকুমাৰ শৰ্মা সম্পাদিত "নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প" নামৰ গ্ৰন্থখনিতো চৌধুৰী ডাঙৰীয়াৰ বহুতো মূল্যবান গল্প থুপাই প্ৰকাশ কৰা হৈছে। ইয়াৰ বাহিৰেও তেওঁৰ বহুতো গল্প আৰু নাটক প্ৰকাশিত আৰু অপ্ৰকাশিত অৱস্থাত সিচৰতি হৈ আছে। প্ৰকাশভঙ্গীৰ সৰলতা আৰু চৰিত্ৰ-বোৰৰ সংবেদনশীলতাই চৌধুৰীৰ গল্পৰ বৈশিষ্ট্য। তেওঁৰ 'তামৰ তাবিজ,' 'মোৰ পৰিণয় কাহিনী,' 'মধুমালতী,' 'বিজয়া' আদি উচ্চাঙ্গৰ গল্প হিচাপে অসমীয়া সাহিত্যত স্বীকৃত হৈছে।

গল্পৰ নিচিনাকৈ প্ৰবন্ধ আৰু ভ্ৰমণকাহিনী ৰচনাতো চৌধুৰী ডাঙৰীয়াই দক্ষতা দেখুৱাব পাৰিছিল। তেওঁৰ 'কুম্ভমেলা যাত্ৰা', 'আগ্ৰা' আদি সুন্দৰ ভ্ৰমণ কাহিনী। চৌধুৰীদেৱৰ প্ৰবন্ধসমূহৰ ভিতৰত 'প্ৰাগঐতিহাসিক যুগৰ চিত্ৰশিল্প,' 'মণিপুৰী পৌৰাণিক নৃত্য,' 'বড়ো জাতিৰ কথা,' 'স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা,' 'আহোম ভাষাৰ পুথি,' 'প্ৰবাসীৰ প্ৰলাপ,' 'মোৰ জীৱন স্মৃতি,' 'জীৱ-জন্তুৰ ওপৰত মানুহৰ কৰ্তৃত্ব,' 'লুপ্ত অতিকায় প্ৰাণী,' 'ভোজনৰ ফেশ্যন,' 'ডমিচাইল্ডৰ ডিগবাজী' আদি প্ৰবন্ধ বিশেষ উল্লেখযোগ্য। এই প্ৰবন্ধৰাজিয়ে চৌধুৰী ডাঙৰীয়াৰ বিভিন্ন বিষয়ত জ্ঞানৰ পৰিচয় দিয়ে।

১৯২৯ খৃঃত 'আৱাহন' নামৰ মাহেকীয়া কাকতৰ প্ৰতিষ্ঠা কৰি চৌধুৰী ডাঙৰীয়াই অসমীয়া জাতিক তেওঁৰ ওচৰত ঋণী কৰি থৈ গৈছে। সেই সময়ত কেবাখনো অসমীয়া আলোচনী নিয়মীয়াকৈ প্ৰকাশ হৈছিল যদিও বিবিধ গল্প, প্ৰবন্ধ, বিশ্বপ্ৰবাহ, ভ্ৰমণ কাহিনী, চিত্ৰ আদিৰে ৰমক-জমক আলোচনী অসমীয়াতে প্ৰকাশ হোৱা নাছিল। চৌধুৰী ডাঙৰীয়াই আৰ্থিক ক্ষয়-ক্ষতিলৈ কেৰেপ নকৰি অসমীয়া সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিলে। তেওঁ অসম সাহিত্য সভাৰো এজন প্ৰধান পৃষ্ঠপোষক আছিল। তেওঁৰ সাহিত্য সেৱাৰ স্বীকৃতি স্বৰূপে অসম সাহিত্য সভাই ১৯৩১ চনত শিৱসাগৰত বহা ত্ৰয়োদশ অধিবেশনত তেওঁক সভাপতি পাতি সন্মানিত কৰে। এই অধিবেশনতে অসম সাহিত্য সভাৰ তৰফৰপৰা লক্ষ্মীনাথ বেজবৰুৱাক অভিনন্দিত কৰা হৈছিল আৰু সেই সভাতেই চৌধুৰী ডাঙৰীয়াই বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে। ১৯৪৭ খৃঃৰ ১৩ নৱেম্বৰত ইহলীলা সম্বৰণ কৰা নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ আদৰ্শই আজিও গোৱালপাৰা বাসীক সাহিত্য চৰ্চাত অনু-প্ৰেৰণা যোগায়।

## স্বৰ্গীয় সুৰেন্দ্ৰ মোহন দাস :

লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সুৰেন্দ্ৰ মোহন দাসৰ জন্মস্থান অভয়াপুৰী (ধৰ্মপুৰ)। সৰুৰেপৰা তেওঁ মেধাৱী ছাত্ৰ আছিল। প্ৰতিকূল অৱস্থাৰ মাজতো তেওঁ পঢ়াশুনা কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত এম, এ ডিগ্ৰী লাভ কৰে। কটন কলেজত অধ্যাপনা কৰি থকা কালতে তেওঁ সাহিত্য সাধনাত ব্ৰতী হয়। সেই সময়তে তেওঁ 'টলষ্টয়ৰ সাধু' ৰচনা কৰে। প্ৰখ্যাত ৰুচ সাহিত্যিক টলষ্টয়ৰ সাহিত্য আৰু জীৱন দৰ্শনৰ প্ৰতি তেওঁৰ প্ৰৱল অনুৰাগ আছিল। পৰিণত বয়সত অভিজ্ঞ লেখনীৰে তেওঁ টলষ্টয়ৰ 'যুদ্ধ আৰু শান্তি' নামৰ সুবৃহৎ গ্ৰন্থখনি অসমীয়ালৈ অনুবাদ কৰে। এই গ্ৰন্থখনি অসমীয়া অনুবাদ সাহিত্যৰ এটি মূল্যবান সম্পদ। এই গ্ৰন্থখনি ৰচনাৰ বাবেই তেওঁক 'ছোভিয়েট দেশ নেহৰু পুৰস্কাৰ' প্ৰদান কৰা হয়। শেষ বয়সত ৰুচিয়া ভ্ৰমণ কৰি তেওঁ 'টলষ্টয়ৰ দেশত' নামৰ গ্ৰন্থখনি লিখে। দাসদেৱে বহুতো স্কুল কলেজৰ পাঠ্যপুথি ৰচনা কৰি গৈছে। টলষ্টয় আৰু জীৱনদৰ্শন সম্বন্ধে এখনি গ্ৰন্থ তেওঁ আধৰুৱা অৱস্থাত এৰি থৈ যায়। বিভিন্ন সময়ত প্ৰকাশিত তেওঁৰ প্ৰবন্ধসমূহ অতি মূল্যবান। ১৯০৫ চনৰ মাঘ মাহত জন্ম গ্ৰহণ কৰা সুৰেন্দ্ৰ মোহন দাসে ১৯৭৫ চনৰ আহিন মাহত ইহলীলা সম্বৰণ কৰে।

## শ্ৰীসীতানাথ ব্ৰহ্ম চৌধুৰী :

'আৱাহন' যুগৰে পৰা এতিয়ালৈকে কবিতা ৰচনা কৰি সুখ্যাতি অৰ্জন কৰা এজন প্ৰখ্যাত কবি বঙাইগাওঁৰ শ্ৰীসীতা-নাথ ব্ৰহ্ম চৌধুৰী। ডেকা কালৰেপৰা ব্ৰহ্ম চৌধুৰী ডাঙৰীয়াই নিৰবিচ্ছিন্নভাৱে কবিতা কুঁৱৰীৰ সাধনা কৰি আহিছে। প্ৰকৃতি প্ৰেম আদি ভাৱে বিভিন্ন সময়ত তেওঁৰ মনত যি ভাবৰ হেন্দোলনি তুলিছিল তাকেই তেওঁ কবিতা ৰূপেৰে সুন্দৰকৈ সাৱলীলভাৱে ছন্দৰ মাজেৰে প্ৰকাশ কৰিছে। তেওঁৰ সাহিত্য সেৱাৰ স্বীকৃতি স্বৰূপে অসম চৰকাৰে তেওঁক সাহিত্যিক পেঞ্চন দি সন্মানিত কৰে। সীতানাথ ব্ৰহ্ম চৌধুৰীৰ কবিতা সংকলন সমূহ (১) কমল কলি, (২) আবেগ (৩) চকুলোঁ, (৪) ফুলেশ্বৰী দৈমাৰী। ইয়াৰ বাহিৰেও তেওঁৰ বহুতো কবিতা বিভিন্ন আলোচনীত প্ৰকাশ পাইছে। শ্ৰীব্ৰহ্ম চৌধুৰী এসময়ত লোকসভাৰো সদস্য আছিল। তেওঁ কৰ্মব্যস্ত জীৱনৰ মাজতো অক্লান্তভাৱে সাহিত্য সাধনা কৰি গৈছে। এইখিনিতে শ্ৰীব্ৰহ্ম চৌধুৰীৰ বৈশিষ্ট।

## শ্ৰীৰমণীকান্ত শৰ্মা :

শ্ৰীযুত শৰ্মাৰ জন্মস্থান গোৱালপাৰা জিলাত নহয় যদিওঁ তেখেঁতে এই জিলাৰ কোকৰাঝাৰতে নিগাজীকৈ বসতি কৰিছে। কোকৰাঝাৰ কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীশৰ্মাই অধ্যাপনা কৰাৰ লগতে নেৰানেপেৰাকৈ সাহিত্য সেৱা কৰি গৈছে। গধুৰ বিষয়ৰ প্ৰবন্ধকাৰ হিচাপে শৰ্মাই বিশেষ সফলতা লাভ কৰিছে। সাহিত্য সংস্কৃতি, ধৰ্ম, শিক্ষা আৰু গান্ধীবাদৰ ওপৰত লিখা তেখেঁতৰ প্ৰায় এশমান প্ৰবন্ধ অসম সাহিত্য সভা পত্ৰিকা, নতুন অসমীয়া, অসম ট্ৰিবিউন, নীলাচল, পাঞ্চজন্য, সাহিত্য সমনুয়, সৌৰভ, Careers and Courses, Religions' Education in Modern India, গান্ধী শতবাৰ্ষিকী সংখ্যা আদিত প্ৰকাশ পাইছে। তেখেঁতৰ তথ্যগধুৰ প্ৰবন্ধসমূহে সুধীসমাজত চিন্তাৰ সমল যোগাইছে। তেখেঁতৰ প্ৰকাশিত পুথি 'চৰিত্ৰ পাঠ' আৰু 'বিবাহ মাধুৰী'। আন দুখনি পুথি 'সত্য সন্ধানীৰ বিচিত্ৰ কাহিনী' আৰু 'দাম্পত্য জীৱন' সোনকালে প্ৰকাশ পাব। বিশ্বকোষত প্ৰকাশৰ বাবে তেখেঁতে এলানি প্ৰবন্ধ লিখিছে।

## ৺প্ৰভাত চন্দ্ৰ অধিকাৰী :

অভায়াপুৰীৰ এগৰাকী সুসাহিত্যিক আছিল ৺প্ৰভাত চন্দ্ৰ অধিকাৰী। দলগোমা সত্ৰৰ অধিকাৰী ডাঙৰীয়াই বিজনী ৰজাৰ চাকৰি গ্ৰহণ কৰি অভয়াপুৰীতেই থাকিবলৈ লয়। ধৰ্মতত্ত্ব বিষয়ত অধিকাৰীৰ অগাধ বুৎপত্তি আছিল। তেওঁ 'দোহাৱলী' আৰু 'তত্ত্বকথা' নামে দুখনি ভক্তিমূলক গ্ৰন্থ লিখে। তেওঁ ধৰ্ম বিষয়ক বহুতো প্ৰবন্ধও লিখিছিল আৰু সেইবোৰ সমসাময়িক আলোচনীত প্ৰকাশ পাইছিল। বিজনী ৰাজ্যৰ দেৱান ৺যতীন্দ্ৰ নাথ নিয়োগী ডাঙৰীয়াৰ অনুপ্ৰেৰণাত তেওঁ মহাপুৰুষ মাধৱদেৱৰ জীৱনী এখন ইংৰাজীতে লিখি প্ৰকাশ কৰিছিল। তেওঁ 'কৃষ্ণ কুমাৰী' নামে এখন নাটকো ৰচনা কৰিছিল। অধিকাৰী ডাঙৰীয়াৰ ধৰ্ম আৰু সাহিত্য জ্ঞানৰ কথা অভয়াপুৰী অঞ্চলৰ ৰাইজে আজিও শ্ৰদ্ধাৰে স্মৰণ কৰে।

## শ্ৰীঅম্বিকা চৰণ চৰকাৰ :

বঙাইগাওঁ নৰ্মাল স্কুলৰ অধ্যক্ষ শ্ৰীচৰকাৰৰ জন্মস্থান বঙাইগাওঁ। তেখেঁতে ছাত্ৰাৱস্থাৰ পৰাই সাহিত্য সাধনাত মনোনিবেশ কৰে। সংস্কৃতি আৰু বুৰঞ্জী মূলক প্ৰবন্ধ লিখি তেখেঁতে সুখ্যাতি অৰ্জন কৰিছে। তেখেঁতৰ প্ৰথম প্ৰকাশিত পুথি 'ৰত্নপীঠত এভূমুকি' (১৯৬১ চন)। এই পুথিত পশ্চিম অসম তথা গোৱালপাৰা জিলাৰ ঐতিহাসিক পৰিচয় এই জিলাৰ অধিবাসীসকলৰ চিনাকি ৰত্নপীঠ অঞ্চলৰ সাহিত্য সাধনা আৰু ভাষা সাহিত্য সম্পৰ্কে বৈজ্ঞানিক পৰিচয় ডাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। তেখেঁতৰ 'বিচিত্ৰা' নামৰ গ্ৰন্থত

বিভিন্ন বিষয়ৰ ওপৰত লিখা ২১টা তথ্যগধূৰ প্ৰবন্ধ প্ৰকাশ পাইছে। শ্ৰীচৰকাৰে "কোঁচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি" নামৰ গ্ৰন্থখনিত পূৰ্ব ভাৰত তথা অসমৰ কোঁচ ৰাজবংশী গোষ্ঠীৰ লোকৰ ইতিহাস আৰু সংস্কৃতিৰ লগতে এই অঞ্চলৰ সাৰ্বজনীন ইতিহাস লিপিবদ্ধ কৰিছে। ই অসমীয়া ভাষাত এই বিষয়ৰ প্ৰথম আৰু একমাত্ৰ গ্ৰন্থ। 'তপস্বিনী ৰাণী অভয়েশ্বৰী' নামৰ পুস্তিকাখনিত তেখেতে ৰাণী অভয়েশ্বৰীৰ জীৱনী লিখিছে। তেখেতে কবিতাবো চৰ্চা কৰিছে। ভাৰতত চীনৰ আক্ৰমণৰ সময়ত তেখেতৰ দেশাত্মবোধক কবিতাৰ সংকলন 'সীমান্তৰ আহ্বান' প্ৰকাশ পায়। তেখেতৰ 'গুৰুবাদঃ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীঠাকুৰ অনুকুল চন্দ্ৰ' নামৰ পুথিত দুই মহাপুৰুষৰ ধৰ্মতত্ত্ব আৰু গুৰুবাদ সম্পৰ্কে আলোচনা কৰা হৈছে। এইবোৰৰ উপৰিও তেখেতৰ 'অপমৃত্যু (উপন্যাস)' 'বিজনী ৰাজ্যৰ ইতিহাস' আৰু 'বৰ্ণহীন মানব সমাজ নামৰ পুথি' কেইখনি পোহৰৰ অপেক্ষাত আছে।

**শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মা :**

কোকৰাঝাৰ কলেজৰ উপাধ্যক্ষ শ্ৰীশৰ্মা এগৰাকী প্ৰতিভা-সম্পন্ন সাহিত্যিক। অধ্যাপনা কৰাৰ লগে লগে তেখেতে ভাষা জননীৰ সেৱাত একাণপতীয়াকৈ আত্মনিয়োগ কৰিছে। তেখেতৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ 'বননিৰ পৰা ৰাজধানীলৈ' (১৯৬২ চন) এখনি লঘু-ব্যঙ্গ উপন্যাস। এই উপন্যাসত তেখেতে হাতী এটাৰ প্ৰতীকৰ সহায়েৰে সমসাময়িক সমাজৰ দোষ গুণ বোৰ দেখুৱাই সমালোচনা কৰিছে। শিশু সাহিত্য ৰচনাত শৰ্মা দেৱৰ বিশেষ বুৎপত্তি আছে। তেখেতৰ 'একেখন আকাশৰ তৰা' এখনি সফল শিশু গ্ৰন্থ। তেখেতৰ 'শঙ্কৰদেৱ' আৰু 'ঠাকুৰ ৰামকৃষ্ণ' মহাপুৰুষ দুজনাৰ জীৱনীমূলক গ্ৰন্থ। 'প্ৰেমসৰোবৰ' নামৰ গ্ৰন্থত তেখেতে ঐতিহাসিক ব্যক্তিসকলৰ ইতিহাসে স্পৰ্শ নকৰা দিশবোৰ লৈ আকৰ্ষণীয় জীৱন আলেখ্য যুগুত কৰিছে। শ্ৰীশৰ্মাই সামাজিক উপন্যাস ৰচনাতো হাত দিছে। তেখেতৰ 'চিনাকি সুৰৰ আত' আৰু 'সেউজী পাৰৰ সপোন নামৰ' সামাজিক উপন্যাস দুখনি অলপদিন আগতে প্ৰকাশ পাইছে। শ্ৰীশৰ্মাদেৱৰ পৰা আমি বহুতো মৌলিক সাহিত্য আশা কৰিছো।

**শ্ৰীশিবানন্দ শৰ্মা :**

বিলাসীপাৰাৰ শিবানন্দ শৰ্মা অসমীয়া ভাষা সাহিত্যৰ এজন অক্লান্ত সেৱক। এখেতৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ৰ বহুতো গৱেষণামূলক প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ পাইছে। গোৱালপাৰা জিলাক অসমৰ পৰা কাঢ়ি নি বঙ্গ দেশৰ লগত চামিল কৰাৰ ষড়যন্ত্ৰৰ বিৰুদ্ধে এখেতে বহুতো ৰাজনৈতিক প্ৰবন্ধ লিখি গোটেই জিলাতে প্ৰবল জনমত গঢ়ি তুলিছিল। এখেতৰ প্ৰকাশিত গ্ৰন্থসমূহ 'পশ্চিম দিগন্তত ক'লা ডাৱৰ', 'অপচেষ্টা' আৰু 'গোৱালপাৰা জিলাৰ সংস্কৃতি সংৰক্ষণ'। অলপতে প্ৰকাশিত তেখেতৰ 'নাপিত জাতিৰ ইতিবৃত্ত' নামৰ পুথিত অসমৰ ক্ষয়িষ্ণু সম্প্ৰদায় এটিৰ সমস্যা দাঙি ধৰা হৈছে। "তেখেতৰ স্বাধীনতা আন্দোলনত ধুবুৰী" নামৰ গ্ৰন্থত ভাৰতৰ স্বাধীনতা যুদ্ধত ধুবুৰী মহকুমাৰ অৱদানৰ বিষয়ে আলোচনা কৰা হৈছে। ১৯৭২ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ স্মৃতি-গ্ৰন্থখনি তেখেতে সম্পাদনা কৰি উলিয়াইছিল।

**শ্ৰীমোহিনী মোহন ব্ৰহ্ম :**

কোকৰাঝাৰ বিদ্যাপীঠ হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীমোহিনী মোহন ব্ৰহ্ম এজন একনিষ্ঠ সাহিত্য সেৱী। বড়ো সংস্কৃতিৰ ওপৰত তেখেতে বহুতো গধুৰ প্ৰবন্ধ লিখি বিভিন্ন আলোচনীত প্ৰকাশ কৰিছে। তেখেতৰ প্ৰকাশিত গ্ৰন্থ (১) বড়ো লোকগীত (বড়ো, ইংৰাজী, অসমীয়া), (২) বড়ো কছাৰী ছুল (বড়ো আৰু অসমীয়া), (৩) বড়ো ভাষা শিক্ষা, (৪) মিথি নাংগৌ খৌৰাং (বড়ো)। বড়ো আৰু অসমীয়া দুয়োটা ভাষাতে এখেতে সাহিত্য ৰচনা কৰি আছে।

**শ্ৰীবিমল নাথ :**

অসমীয়া অনুবাদ সাহিত্যত বিশেষ অৰিহণা আগবঢ়োৱা এজন লিখক হ'ল গোৱালপাৰাৰ শ্ৰীবিমল নাথ। তেওঁ পৃথিৱীৰ বিভিন্ন দেশৰ কেইখনমান বাছকবনীয়া উপন্যাস আৰু গল্প সংকলন অনুবাদ কৰি অসমীয়া অনুবাদ সাহিত্যৰ ভঁড়াল চহকী কৰিছে। শ্ৰীনাথৰ অনুবাদসমূহৰ ভাষা সৰল আৰু বৰ্ণনা সাৱলীল। তেওঁৰ অনুদিত উপন্যাস আৰু গল্পসমূহ— (১) ডেভিদ কোপাৰ ফিল্ড (ডিকেন্স-ইংৰাজী), (২) পাপ আৰু পৰাচিত (ডষ্টয়েভস্কি—ৰুচ), (৩) প্ৰিয় বন্ধু (মোপাচাঁ—ফৰাচী), (৪) প্ৰেম আৰু ভয় (ষ্টিফেন জাইগ—জাৰ্মান), (৫) পগলা ফাটেক (চেকভ-ৰুচ), (৬) মৰণ যাত্ৰীৰ জীৱন লিপি (জুলিয়াচ ফুচিক—চেক), (৭) প্ৰণয় তৃষ্ণা (টুৰ্গেনিভ—ৰুচ), (৮) হৰ্থনৰ শ্ৰেষ্ঠ গল্প (নেথনিয়েল হৰ্থন-আমেৰিকা), (৯) প্ৰিয় বান্ধৱী (মোপাচাঁ—ফৰাচী)। ইয়াৰ বাহিৰেও তেওঁ 'লাল বাহাদুৰ শাস্ত্ৰী', 'মহাভাৰতৰ সাধু' আৰু চতুৰ্ভাষী শব্দকোষ আদি মৌলিক পুথিও লিখিছে।



**শ্ৰীমুস্তাফিজুৰ ৰহমান :**

ডেকা সাহিত্যিক মুস্তাফিজুৰ ৰহমানৰ জন্ম অভয়াপুৰীত। কম বয়সতে সাহিত্য-চৰ্চাত আত্মনিয়োগ কৰি এওঁ কৃতিত্ব অৰ্জন কৰিব পাৰিছে। এওঁ বহুতো বিদেশী ভাষাৰ গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰি অসমীয়া অনুবাদ সাহিত্যক চহকী কৰিছে। ৰুচ ভাষাৰ বহুতো গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰা বাবে এওঁক ছোভিয়েট দেশ নেহৰু পুৰস্কাৰেৰে পুৰস্কৃত কৰা হয়। তেওঁৰ অনুদিত পুথিসমূহ হ'ল—'লা-ৰোমানা' আলবাটো-মোৰাভিয়া), 'লেডী চেটাৰ্লীৰ প্ৰেম' (লৰেন্স), 'ছোভিয়েট দেশৰ গল্প,' 'বিদেশিনী'(অনুবাদ)'মন ডিঙ্গাৰ পাল' (অনুবাদ),'মৌচুমী' (অনুবাদ) ইত্যাদি। তেওঁ চিকিম ভ্ৰমণ কৰি 'চিকিম' নামেৰে এখনি সুন্দৰ ভ্ৰমণ কাহিনীও লিখিছে। মুস্তাফিজুৰ ৰহমানৰ কাপৰ পৰা বহুতো সাৰ্থক সাহিত্যৰ সৃষ্টি হব বুলি আশা ৰাখিছো।

**শ্ৰীৰেৱতী মোহন দত্ত চৌধুৰী :**

গৌৰীপুৰৰ শ্ৰীদত্ত চৌধুৰী অসমীয়া সাহিত্যৰ এজনা সম্ভাৱনাপূৰ্ণ লেখক। তেখেত "শীলভদ্ৰ" ছদ্মনামেৰেহে পঢ়ুৱৈ সমাজত বিশেষভাৱে পৰিচিত। উপন্যাস ৰচনাত তেখেতৰ যথেষ্ট কৃতিত্ব আছে। কম দিনৰ ভিতৰতে 'আহত-গুৰি', 'আগমণিৰ ঘাট', 'ৰাস্তৱ', 'মধুপুৰ আৰু তৰঙ্গিনী', আদি কেবাখনো উপন্যাস লিখি অসমীয়া উপন্যাস সাহিত্যত যথেষ্ট অৱদান আগবঢ়াইছে। তেখেতৰ লিখাৰ এটা নিজস্ব ঠাচ আছে। কম কথাৰে বেচি ভাৱ প্ৰকাশ কৰি সহজে পঢ়ুৱৈ সমাজৰ অন্তৰত প্ৰবেশ কৰাৰ কৌশল তেখেতে জানে। গল্প লিখক হিচাপেও এখেতে কম দিনৰ ভিতৰতে এখন সুকীয়া আসন অধিকাৰ কৰিবলৈ সমৰ্থ হৈছে। বিভিন্ন আলোচনীত এখেতৰ গল্প নিয়মীয়াকৈ প্ৰকাশ পায়। কেইখনমান অনাতাঁৰ নাটো এখেতে ৰচনা কৰিছে।

**শ্ৰীনলিনী শৰ্মা :**

অসমীয়া সাহিত্যত গল্প লেখক হিচাপে খ্যাতি অৰ্জন কৰা শ্ৰীশৰ্মা এজন গোৱালপৰীয় ডেকা সাহিত্যিক। বিলাসী-পাৰা কলেজত অধ্যাপনা কৰি থকা শ্ৰীশৰ্মাৰ অসংখ্য গল্প-অসম বাণী, আমাৰ প্ৰতিনিধি, গগনা, পছোৱা, দৈনিক অসম, আদিত প্ৰকাশ পাইছে। তেওঁৰ প্ৰথম গল্প সংকলন 'চিৰতা' ইতিমধ্যে প্ৰকাশ পাইছে, আৰু পঢ়ুৱৈ তথা সমালোচকৰ দ্বাৰা প্ৰশংসিত হৈছে। নলিনী শৰ্মাৰ কাপৰ পৰা বহুতো সাৰ্থক গল্পৰ সৃষ্টি হব বুলি আমি আশা ৰাখিছো।

**৺প্ৰমথ নাথ চক্ৰবৰ্তী :**

অসমীয়া ভাষা সাহিত্যক মনে-প্ৰাণে ভাল পোৱা এজন গোৱালপৰীয়া সাহিত্যিক আছিল ধুবুৰীৰ প্ৰমথ নাথ চক্ৰবৰ্তী। গোৱালপাৰা জিলাক বঙ্গাভুক্ত কৰাৰ চক্ৰান্তৰ বিৰুদ্ধে বহুতো ৰাজনৈতিক প্ৰবন্ধ পাতি লিখি এখেতে গোৱালপাৰাবাসীক জগাই তুলিছিল। সাহিত্যিক হিচাপে অসমীয়া সাহিত্যত কোনো বিশেষ আসন অধিকাৰ কৰিবলৈ সমৰ্থ নহলেও, চক্ৰবৰ্তী ডাঙৰীয়া আছিল অসমৰ পশ্চিম সীমান্তত অসমীয়া ভাষা সংস্কৃতিৰ সীমান্ত প্ৰহৰী স্বৰূপ। এখেতেই পোন প্ৰথমে ধুবুৰী আদালতত অসমীয়াতে আৰজি দাখিল কৰে। এখেতে ১৯২৯ চনত অসম সাহিত্য সভাৰ যোৰহাট সন্মিলনত বুৰঞ্জী শাখাৰ সভাপতি আৰু ১৯৫৬ চনত ধুবুৰী অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল।

**ডঃ বীৰেন্দ্ৰ নাথ দত্ত :**

গোৱালপাৰা কলেজৰ অধ্যক্ষ ডঃ বীৰেন্দ্ৰ নাথ দত্ত এজন সু-সাহিত্যিক। প্ৰবন্ধ লেখক হিচাপে সুখ্যাতি অৰ্জন কৰা শ্ৰীদত্তৰ কৃষ্টি আৰু সংস্কৃতি মূলক বহুতো গধুৰ প্ৰবন্ধ 'সংলাপ', 'সজ্জা' আদি আলোচনীত প্ৰকাশ পাইছে। গোৱালপাৰা জিলাৰ কলাকৃষ্টি আৰু ভাষাৰ ওপৰত এখেতে এলানি মূল্যবান প্ৰবন্ধ লিখিছে। এখেতৰ লিখনিসমূহে গোৱালপাৰাৰ লোক-কলাৰ ওপৰত নতুন আলোকপাত কৰিছে। অসম সাহিত্য সভাই প্ৰকাশ কৰা তেখেতৰ 'গোৱালপৰীয়া লোকগীত সংগ্ৰহ' এখনি মূল্যবান গ্ৰন্থ।

**শ্ৰীতৃষ্ণা মহন্ত :**

গোৱালপাৰা জিলাত মহিলা সাহিত্যিকৰ সংখ্যা নিচেই কম। যি কেইজন মহিলা সাহিত্যিকে প্ৰচুৰ সম্ভাৱনাৰে সাহিত্য ৰচনাত মনোনিবেশ কৰিছে, তেওঁলোকৰ ভিতৰত তৃষ্ণা মহন্ত অন্যতম। শ্ৰীমতী মহন্তৰ জন্ম গোৱালপাৰাত। এওঁৰ অৰ্থনীতি বিষয়ৰ বহুতো প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ পাইছে। সম্প্ৰতি 'ইউৰোপ ভ্ৰমিলো' নামেৰে তেওঁৰ এখনি সুন্দৰ ভ্ৰমণ কাহিনীও প্ৰকাশ হৈছে। শ্ৰীমতী মহন্তই অসমীয়া সাহিত্যত যথেষ্ট অৰিহণা যোগাব বুলি আশা কৰিব পাৰি।

**শ্ৰীঅনিমা গুহ (দাস) :**

গোৱালপাৰা জিলাৰ আন এগৰাকী মহিলা সাহিত্যিক কোকৰাঝাৰৰ ডঃ অনিমা গুহ। অসমৰ বাহিৰত থাকিও এখেতে নিয়মিতভাৱে অসমীয়া সাহিত্য চৰ্চা কৰি আহিছে। 'নীলাচল', 'আমাৰ প্ৰতিনিধি' আদি আলোচনীত এখেতৰ বহুতো গল্প আৰু প্ৰবন্ধ প্ৰকাশ পাইছে। প্ৰখ্যাত মাৰাঠী লেখক শ্ৰীপাদ যোশীৰ 'পূৰ্বাঞ্চল চক্ৰ' নামৰ গ্ৰন্থখনি এখেতে অসমীয়ালৈ অনুবাদ কৰিছে।

অভয়াপুৰী অঞ্চলৰ এচাম সাহিত্যিকে সম্প্ৰতি নতুন প্ৰতিশ্ৰুতিৰে সাহিত্য সাধনাত মনোনিবেশ কৰিছে। তেওঁ-লোকৰ ভিতৰত অধ্যাপক নগেন্দ্ৰ নাৰায়ণ গোস্বামী, অধ্যাপক উদ্ধৱ পাঠক, অধ্যাপক কামদত্ত পাঠক আৰু শ্ৰীবিজু বন্দোপাধ্যায়ৰ নাম বিশেষভাৱে উল্লেখযোগ্য। নগেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে বিভিন্ন আলোচনীত প্ৰবন্ধ পাতি লিখাৰ উপৰিও তিনিখন স্বৰচিত কবিতা সংকলনো প্ৰকাশ কৰিছে (উষা, কাব্য কানন, কাব্য কৌমদী)। কবি হিচাতে শ্ৰীগোস্বামীয়ে অসমীয়া সাহিত্যত তেখেতৰ স্বাক্ষৰ ৰাখি যাব পাৰিব বুলি আমাৰ বিশ্বাস। উদ্ধৱ পাঠক এজন নীৰৱ সাহিত্যসেৱী। তেওঁৰ ৰচিত ৰাণী অভেয়েশ্বৰীৰ জীৱনীয়ে বিজনী ৰাজ্যৰ বহুতো পুৰণি কথা পোহৰলৈ আনিছে। তেখেতৰ 'ৰাণীৰ দিনৰ দুৰ্গাপূজা', 'অন্যত্ৰ বিৰলা দেৱী', 'অদ্ভূত ৰামায়ণ' আৰু 'অকণিৰ মেল,' নামৰ গ্ৰন্থকেইখন প্ৰকাশৰ অপেক্ষাত আছে। অভয়াপুৰী কলেজৰ অধ্যাপক শ্ৰীকামদত্ত পাঠকে বিভিন্ন আলোচনী আদিত বহুতো তথ্যগধুৰ প্ৰবন্ধ লিখি গভীৰ জ্ঞানৰ পৰিচয় দিছে। শ্ৰীবিজু বন্দোপাধ্যায় এজন সফল প্ৰবন্ধ লিখক। অসমবাণী, দৈনিক অসম আৰু আন আন আলোচনীত এওঁৰ বহুতো প্ৰবন্ধ প্ৰকাশিত হৈছে। এওঁৰ প্ৰকাশিত গ্ৰন্থ 'পঞ্চায়ত-ৰাজ' আৰু 'গান্ধীজী—তেওঁৰ মত আৰু পথ', পঢ়ুৱৈ সমাজৰ দ্বাৰা সমাদৃত হৈছে। অভয়াপুৰীৰ পুৰণিচাম সাহিত্যিকৰ ভিতৰত ৺মফিজুদিন আহমদৰ নাম বিশেষ উল্লেখযোগ্য। এওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ 'নহৰ', 'অৰ্পণ' আৰু 'আহুতি'। ইয়াৰ বাহিৰেও অভয়াপুৰী অঞ্চলৰ বহুতো সাহিত্যসেৱীয়ে নতুন উদ্যমেৰে সাহিত্য সাধনাত মনোনিবেশ কৰিছে।

গোৱালপাৰা জিলাৰ চুকে কোণে বহুতো সাহিত্যসেৱীয়ে তাহানিকালৰে পৰা ভাষা জননীৰ সেৱাত সাধ্যানুসাৰে অৰিহণা আগবঢ়াইছে। এইসকল সাহিত্যসেৱীৰ আৰু গ্ৰন্থসমূহৰ উল্লেখ নকৰিলে আমাৰ আলোচনা অসম্পূৰ্ণ হৈ ৰব। এখেত-সকলৰ বহুতেই আজি ইহজগতত নাই। সাহিত্য সভাৰ এই পূণ্য দিনত আমি তেখেতসকলক শ্ৰদ্ধাৰে সোঁৱৰিছো। স্বৰ্গীয় শশীভূষণ মৌজদাৰে (কাকৈজানা) বহু বছৰৰ আগতে 'বাসিফুল', 'কবিতাকুঁহি' আৰু 'বিজনী ৰাজ্যৰ ইতিহাস' নামে তিনিখন গ্ৰন্থ লিখিছিল। স্বৰ্গীয় হৰকিশোৰ অধিকাৰীয়ে (বইটামাৰী) 'ৰাজবংশী কুলদীপ', 'কলি-পৰাজয়', 'শঙ্কৰ-বিজয়', 'মনষা ভাষণ', 'সৰল কবিতাময়ী', 'বৈৰাগ্য সুধামৃত' নামেৰে কেইবাখনিও পুথি ৰচনা কৰিছিল। স্বৰ্গীয় অমৃতভূষণ অধি-কাৰীয়ে (গৌৰীপুৰ) ''শ্ৰীশ্ৰীমন্নাম ঘোষা' লিখি তত্ত্বজ্ঞানৰ পৰিচয় দিছিল। স্বৰ্গীয় কেশৱ চন্দ্ৰ শৰ্মাই (বাকাইটাৰী) 'সুভাষিত চন্দ্ৰিকা' নামে এখনি পুস্তিকা লিখিছিল। স্বৰ্গীয় গিৰীন্দ্ৰ চন্দ্ৰ নাথৰ (গোৱালপাৰা) 'ৰবিঞ্চন ক্ৰুছ' এখনি মনোৰম গ্ৰন্থ। স্বৰ্গীয় কেশৱ চন্দ্ৰ চৌধুৰীয়ে 'চানক্য শ্লোক' অনুবাদ কৰিছিল। স্বৰ্গীয় দেৱেন্দ্ৰ নাথ চক্ৰৱৰ্তীয়ে (বইটামাৰী) 'কসুমাঞ্জলি', 'ফলৰ-পাহি', আৰু 'জয়গীতি-প্ৰজাপ্ৰীতি' ৰচনা কৰি সুখ্যাতি আৰ্জিছিল। স্বৰ্গীয় হৰকিশোৰ বিদ্যাবিনোদে (দুধনৈ) 'ৰাস্কেলি', 'উদ্ধৱ-সংবাদ' আৰু 'কাপীয়ানীৰ সতীধৰ্ম' নামৰ তিনিখন পুথি ৰচনা কৰিছিল। স্বৰ্গীয় মহেন্দ্ৰ চন্দ্ৰ বসুমতাৰীয়ে (বাসুগাওঁ) 'আকিঞ্চন' নামে কবিতা পুথি লিখিছিল। স্বৰ্গীয় হৰেশ্বৰ দেৱ গোস্বামীয়ে (বইটামাৰী) 'যোগকীৰ্তন', 'যোগী জাতিৰ কথা', 'মহাযোগী মহাদেৱ', 'উপাসনা আৰু সৃষ্টিতত্ত্ব নামে কেইবাখনিও পুথি লিখি সমাদৰ লাভ কৰিছিল। স্বৰ্গীয় কণক চন্দ্ৰ ৰায়ে (বইটামাৰী) 'লক্ষ্মী পূৰ্ণিমা' নামে এখন পুথি ৰচনা কৰিছিল। স্বৰ্গীয় মহেশ্বৰ ৰায়ে (যোগীঘোপা) 'মনমতী' লিখিছিল। স্বৰ্গীয় যোগেন্দ্ৰ নাৰায়ণ চৰকাৰে (বঙ্গাইগাওঁ) 'আকাশৰ দেশ' আৰু 'শচিৎ' নামৰ নাটক লিখি নাট্য প্ৰতিভাৰ চিনাকি দিছিল। পুৰণি যুগৰ মহিলা সাহিত্যিক মালতী বালা দাসে (বইটামাৰী) 'ফুলৰ হাৰ' ৰচনা কৰিছিল। স্বৰ্গীয় পদ্মলোচন দিহিডাৰে (আমগুৰি) 'শঙ্কৰদেৱৰ জীৱনী', 'আখৰ মালা' আৰু 'প্ৰহেলিকা' নামৰ পুথি লিখিছিল।

এই পুথিসমূহৰ বেছিভাগেই বৰ্তমান বজাৰত পাবলৈ নাই। অৱশ্যে বহুতো পুৰণি মানুহৰ ব্যক্তিগত পুথিভঁৰালত বিচাৰিলে বেছি সংখ্যক পুথিয়েই উদ্ধাৰ কৰিব পৰা যাব। গোৱালপাৰা জিলাত থকা অসম সাহিত্য সভাৰ বিভিন্ন শাখাসমূহে এই ক্ষেত্ৰত আগবাঢ়ি আহিলে এটি মহৎ কাম সমাধা হব।

গোৱালপাৰা জিলাৰ যিসকল সাহিত্যসেৱীয়ে অসমীয়া সাহিত্যৰ ভঁৰাললৈ অবদান আগবঢ়াইছে আৰু এতিয়াও সাহিত্যসেৱাত ৰত হৈ আছে, সেইসকলৰ এটি পৰিচয় তলত দিয়া হ'ল।

বইটামাৰীৰ শ্ৰীউপেন্দ্ৰ কুমাৰ বৰুৱা এজন অক্লান্ত সাহিত্যসেৱী 'টুনী কাহিনী', 'মৌলানা আবুল কালাম্ আজাদ', 'মুক্তিৰ পথত ছাত্ৰশক্তি', 'তীৰ্থদৰ্শন', 'মলিনা' আৰু 'পূণ্যতীৰ্থৰ যাত্ৰী' তেওঁৰ প্ৰকাশিত পুথি। তেখেতে এতিয়াও সাহিত্য ৰচনাত লাগি আছে। বইটামাৰীৰেই আন এজন সাহিত্যসেৱী শ্ৰীদেৱেন্দ্ৰ চন্দ্ৰ দাস। তেওঁ 'মালতী গাভৰু', 'ৰাঙলী হাঁহিৰ সিপাৰে', 'আৰে আৰে যোৱা', 'কি সুন্দৰ মানুহ', 'ধুনীয়া ফুল এপাহি' আদি উপন্যাস আৰু 'অসমৰ বীৰ', 'শয়তান বধ', 'মিলনৰ দিন' আদি নাটক লিখিছে। 'সমবায় বুৰঞ্জী', 'হিন্দু শাস্ত্ৰত এভুমুকি', 'দেশীয় চিকিৎসা', 'নাৰীশক্তি', 'গাওঁবঢ়া দৰ্শন' আদি তেওঁৰ ৰচিত আনকেইখনি-মান পুথি। দুধনৈৰ শ্ৰীহাকিম চন্দ্ৰ ৰাভাই 'সমাজ বিকাশ' আৰু 'গোপীনাথ বৰদলৈ' নামে দুখন পুথি ৰচনা কৰিছে। দুধনৈৰ শ্ৰীমাণিকচন্দ্ৰ দাসে 'প্ৰতিদান' নামেৰে এখন উপন্যাস আৰু শ্ৰীৰাজেন্দ্ৰ নাথ ৰাভাই 'ৰাভাসংস্কৃতি', 'ৰঙালী বিহু', 'কাতিক পূজাৰ গীত', 'লক্ষ্মণৰ শক্তিশেল', 'বাঁশীপূৰাণ' 'উদয়ণ', 'ৰাৱন বধ', 'মেঘনাদ বধ', 'ঘটোৎকচ বধ', 'মহিৰাৱন বধ', 'দধিমথন' আদি গ্ৰন্থ লিখিছে। শ্ৰীঅশ্বিনী কুমাৰ সিংহই (আটুগাওঁ, মূলাগাওঁ) 'ভূমিশ্বৰ পাহাৰৰ' কাহিনী লিখিছে। শ্ৰীযামিনী কুমাৰ বৰুৱাই (শক্তিআশ্ৰম) 'সৰল গীতা' নামৰ গ্ৰন্থখনি লিখি তত্ত্বজ্ঞানৰ পৰিচয় দিছে। শ্ৰীতৰুণ খাকলাৰী (দুধনৈ) 'মোৰ বীণ', 'অসমী আই', 'নৰৰূপা' আদি কেবাখনো পুথিৰ ৰচক। শ্ৰীসুশীল ৰায় (দুধনৈ) 'ভাৰত মিলাপ', 'সঙ্গীত-মঞ্জৰী' 'নৃত্য মঞ্জৰী', 'প্ৰলাপ', 'বিলাপ', 'অসমাপিকা' আদি গ্ৰন্থৰ প্ৰণেতা। শ্ৰীখগেন্দ্ৰ চন্দ্ৰ ৰায়ে (শিঙিমাৰী) 'গৃহস্থৰ সদাচাৰ', 'প্ৰণৱ', 'অজপা' আদি কেইবাখনো পুথি লিখিছে। গৌৰীপুৰৰ শ্ৰীৰঘুনাথ দেৱ চৌধুৰীয়ে 'মানৱ সভ্যতা' আৰু টিপলাইৰ শ্ৰীহৰিমোহন চৰকাৰে 'বহুৰঙী গীতৰ আচলত সভ্যতা' আৰু 'টুকুৰা গীত' নামৰ পুথি ৰচনা কৰিছে। বনগাৱঁৰ (টিপলাই) শ্ৰীকান্তেশ্বৰ শৰ্মাই (১) 'নিশ্বাৰ্থ প্ৰেম', (২) 'সৰ্বজয়ী' আৰু 'দুধনৈৰ মণি ৰাভাই (১) 'মিননি' (২) 'চাথাব' নামৰ কিতাপ লিখিছে।

শ্ৰীদ্বিজেন নাথ বইটামাৰী অঞ্চলৰ এজন উঠি অহা সাহিত্যিক। তেওঁৰ প্ৰথম প্ৰকাশিত পুথি 'জীৱন বীণাৰ সুৰ'। তেওঁৰ আন কেইখনমান গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত আছে। শ্ৰীঅনিৰাম বসুমাতাৰীৰ (দুধনৈ) 'অসমীয়া কৃষ্টি', 'বড়ো কছাৰী কৃষ্টি', 'সমাজ আৰু শাসন নীতি' কেইখনমান উল্লেখযোগ্য গ্ৰন্থ। শ্ৰীঅমিয় হাটোৰ (বগুলামাৰী) 'ৰাভা বুৰঞ্জী'য়ে ৰাভা জাতিৰ বিষয়ে বহুতো তথ্যৰ সন্ধান দিছে। শক্তিআশ্ৰমৰ স্বামী যোগানন্দ গিৰীয়ে 'শক্তি আশ্ৰমৰ ইতিহাস' লিখিছে। শ্ৰীদেৱেন্দ্ৰ নাৰায়ণ ৰাভাৰ (ধনুভাঙ্গা) 'উদয়ণ আৰু ৰাভা'। শ্ৰীধৰ্মেশ্বৰ চৰকাৰৰ (ধনতলা) কবিতামালা' উল্লেখযোগ্য পুথি। মাণিকপুৰৰ বৈকুণ্ঠ আশ্ৰমৰ গুৰু শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী এগৰাকী সুবক্তা আৰু সুসাহিত্যিক। তেখেতৰ দ্বাৰা সম্পাদিত 'শ্ৰীমদ্ভাৰতগীতা' অসমীয়া ভক্তি সাহিত্যৰ এখন মূল্যবান গ্ৰন্থ। শ্ৰীধ্ৰুৱ নাৰায়ণ বৰুৱাই (বইটামাৰী) 'অসমাপিকা নামে' এখনি গ্ৰন্থ লিখিছে। তেখেতৰ বহুতো চিন্তাশীল প্ৰবন্ধও বিভিন্ন কাকতত প্ৰকাশ পাইছে। বইটামাৰীৰেই খগেন্দ্ৰ চন্দ্ৰ বৰ্মণে 'শেষ উপহাৰ', শ্ৰীমতীলাল নাথে 'আজিও মনত পৰে', অৱনী বান্ধৱ দিহিডাৰে 'ৰাজভক্তি' আৰু দেৱেন্দ্ৰ নাৰায়ণ বৈকুণ্ঠে 'প্ৰীতিৰ পৰশ' নামৰ গ্ৰন্থ ৰচনা কৰিছে। গৌৰীপুৰৰ মুস্তাফিজুৰ ৰহমানে 'তুষাৰ মৰু প্ৰান্তত' আৰু বইটামাৰীৰ ৰসিকানন্দ নাথে 'ছাঁ আৰু পোহৰত' নামৰ নাটক লিখি প্ৰকাশ কৰিছে। শ্ৰীপ্ৰসন্ন নাৰায়ণ ভাগৱতী (ধুপধৰা) 'ঋগবেদ সংহিতা', 'শৰীৰ তত্ত্ব আৰু 'ত্ৰিবিধ কৰ্ম' নামৰ গ্ৰন্থৰ ৰচয়িতা। দুধনৈৰ আশীলাল ধীমানে 'স্তোত্ৰমালা', 'সত্যচিন্তা', 'মানুহৰ কৰ্তব্য', 'সন্ধ্যাপদ্ধতি', আদি পুথি লিখিছে।

শ্ৰীবীৰেন দাস (লক্ষীপুৰ) এজন প্ৰতিভাসম্পন্ন লেখক। তেওঁৰ 'মেৰিয়ান' (উপন্যাস), 'যোগবিয়োগ' (নাটক) আৰু 'দেৱদাসী' (উপন্যাস) নামৰ পুথিকেইখন প্ৰকাশিত হৈছে। শ্ৰীযজ্ঞেশ্বৰ চৌধুৰীয়ে (ৰংজুলী) 'গুণৰ পুজা', 'জীৱন্ত মানুহ' যমপুৰত, 'সাধনী', 'গুৰুদক্ষিণা' আদি নাট লিখিছে। শ্ৰীসমৰ ব্ৰহ্ম চৌধুৰীৰ (পাটাকাটা) 'জনজাতিৰ তেজ কিমান ৰঙা', লক্ষ্মীকান্ত ৰায়ৰ (চোৰাপাৰা) 'জীৱনতৰী', ইন্দিৰা হাজোৱাৰীৰ (দুধনৈ) 'শিহৰণ', মহম্মদ চিৰাজ (চুনাৰী) 'নদীৰ নাম শিয়ালদহ' (উপন্যাস), গিৰীশচন্দ্ৰ বৰুৱাৰ (গৌৰীপুৰ) 'গোৱালপৰীয়া লোকগীত', বলেন্দ্ৰ দাসৰ (পাচনীয়া) 'অসমীয়া ভাষা সাহিত্যৰ আলোচনা', ভূপেন নাথৰ (মৰনৈ) 'কমলাকান্ত দপ্তৰ (ভাঙনি) 'ধৰ্মতত্ত্ব', মকবুল আলীৰ (ধুবুৰী) 'ঘৰুৱা কথা', 'পছিয়া হাওঁৱা' প্ৰভাসেন্দু চক্ৰৱৰ্তীৰ (ধুবুৰী) 'ধ্ৰুৱ'।

এইদৰে গোৱালপাৰা জিলাৰ চুকে কোণে বহুতো খ্যাত আৰু অখ্যাত লেখক অসমীয়া সাহিত্য সাধনাত ব্ৰতী হৈ আছে। অসমৰ আন আন ঠাইৰ তুলনাত গোৱালপাৰা জিলাত সাহিত্য চৰ্চাৰ পৰিবেশ কিছু সীমিত। তাৰোপৰি নানান সংস্কৃতিৰ মিলন ক্ষেত্ৰ হোৱাৰ বাবে এই জিলাত মূল অসমীয়া

সংস্কৃতিৰ আতডাল অলপ শিথিল ধৰণৰ। সেইবাবেই গোৱালপাৰা জিলাত অসমীয়া সাহিত্যৰ যশস্বী লিখকৰ সংখ্যা কম। কিন্তু প্ৰথিতযশা লেখকৰ সংখ্যা কম হ'লেও এই অঞ্চলত অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ সেৱকৰ সংখ্যা মুঠেই নগণ্য নহয়।

অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ প্ৰতি গোৱালপাৰা বাসী ৰাইজৰ অন্তৰত আছে প্ৰগাঢ় প্ৰেম। অভয়াপুৰীৰ নিচিনা পিচপৰা আৰু সৰু ঠাইত অসম সাহিত্য সভাৰ লেখীয়া বৃহৎ অনুস্থানৰ অধিবেশন পাতি গোৱালপৰীয়া ৰাইজে অসমীয়া ভাষা সাহিত্যৰ প্ৰতি থকা গভীৰ অনুৰাগ নকৈ প্ৰমাণ কৰিছে। গোৱালপাৰাৰ উঠি অহা শিক্ষিত ডেকাচামে অসমীয়া ভাষা সাহিত্যৰ অক্লান্ত সাধনাৰ যোগেদি অসমী আইৰ মুখ উজ্জ্বল কৰিব পাৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

বিঃ দ্ৰঃ—প্ৰবন্ধটি যুগুত কৰোতে গোৱালপাৰা জিলাৰ কিছুমান লেখক-লেখিকাৰ নাম উল্লেখ নোহোৱাৰ সম্ভাৱনা থাকি গৈছে। লিখকৰ অজ্ঞাতবশতঃ আৰু অনিচ্ছাকৃত ত্ৰুটীৰ বাবে তেওঁলোকে যেন ভুল নুবুজে। — সম্পাদক




# থলুৱা সংস্কৃতিত জনজাতীয় প্ৰভাৱ

শ্ৰীমনোৰঞ্জন লাহাৰী

গোৱালপাৰীয়া ভাষা-সংস্কৃতি হ'ল—গোৱালপাৰা জিলাৰ অধিবাসী বিভিন্ন সম্প্ৰদায়ৰ ভাষা আৰু সংস্কৃতিক সংমিশ্ৰণৰ এটি সমূহীয়া বিকাশ। নানা জাতিৰ সংগম স্থান এই গোৱাল-পাৰা জিলাখন। উন্নত আৰু পিছপৰা সম্প্ৰদায়সমূহকে ধৰি ইয়াত আছে অসমৰ প্ৰাচীন ঐতিহ্যসম্পন্ন বড়ো-কছাৰী, ৰাভা গাৰো আৰু অন্যান্য সম্প্ৰদায়ৰ মানুহ। একেটা ঠাইতেই প্ৰতি-বেশী হিচাবে বহুবছৰ ধৰি বসবাস কৰি অহাৰ ফলত বিভিন্ন সম্প্ৰদায়ৰ মাজত এটি নিগূঢ় সম্পৰ্ক গঢ়ি উঠিছে। গোৱালপাৰা জিলাতেই ক্ষত্ৰিয় ৰাজবংশী সম্প্ৰদায়ৰ মানুহ থুপ খাই আছে। বড়ো, ৰাভা আৰু গাৰোসকলৰ সম্পৰ্কটোও বেছি গভীৰ এই সম্প্ৰদায়ৰ লোকসকলৰ লগত। এসময়ত ক্ষত্ৰিয় ৰাজবংশী-সকল আছিল বিশাল বড়ো-গোষ্ঠীৰ এটা শাখা – একে পৰিয়ালৰ ভাই-ককাই। বহুবছৰ ধৰি এই দুইগোষ্ঠীৰ মানুহে পৃথক হৈ থাকিলেও আত্মীয়তা আৰু ভাতৃত্ব বিচ্ছিন্ন হৈ যোৱা নাই।

**ভাষাৰ অৱদান :**

গোৱালপাৰীয়া ভাষা এটি মিশ্ৰিত ভাষা। গোৱালপাৰা জিলাৰ বিভিন্ন জাতি আৰু উপজাতিয়ে এই ভাষাৰ ইন্ধন যোগাইছে। এই ভাষাৰ ওপৰত নানাভাষাৰ প্ৰভাৱ পৰিছে। এই ভাষালৈ বড়ো-কছাৰী, ৰাভা আৰু গাৰো জনগোষ্ঠীৰ অৱদান বিশেষ মনকৰিবলগীয়া। গোৱালপাৰীয়া কথিত ভাষাত 'ব্ৰা' উপসৰ্গটো ব্যৱহাৰ হয়। যেনে - কি ৰকম মানষি ব্ৰা'। এই বাক্যটো বড়োৰ প্ৰতিবাক্য হ'ল—'মাবাদি মানষি ব্ৰা'। এই 'ব্ৰা' উপসৰ্গটো বড়োৰ অৱদান নহ'লেও, বড়োৰ প্ৰভাৱ পৰিছে। গোৱালপাৰীয়া ভাষাত অনুস্বাৰ (ং) বৰ্ণটো সঘনে ব্যৱহাৰ হোৱা দেখা যায়। মঙ্গোলীয়ান আৰু তিব্বেতো-বাৰ্মা ভাষাবোৰত বিশেষকৈ বড়ো ভাষাত 'ং' বৰ্ণই প্ৰাধান্য লাভ কৰিছে। এই অনুস্বাৰ বৰ্ণৰ ব্যৱহাৰটো গোৱালপাৰীয়া ভাষাৰ ওপৰত প্ৰভাৱ পৰা দেখা যায়। যেনে—খা, যা আদিবোৰত অনুস্বাৰ উপসৰ্গদি ক্ৰিয়া কৰা হয়। উদাহৰণ স্বৰূপে—(১) মই যাং। (২) মই নাইখাং ইত্যাদি। তেনেকৈ অনুস্বাৰযুক্ত ক্ৰিয়া-বোৰ হ'ল—দিছুং, খাইছুং, যাবাৰলাগিছুং, নাইযাং ইত্যাদি। অৱশ্যে এইটোও কব লাগিব যে গোৱালপাৰাৰ বিভিন্ন সম্প্ৰদায়ৰ ভাষাৰ প্ৰভাৱ বড়ো, ৰাভা আৰু গাৰো জনগোষ্ঠীৰ ওপৰতো পৰিছে।

**সংস্কৃতিৰ অৱদান :**

বড়ো-কছাৰী, ৰাভা, গাৰো আৰু অনান্য জনগোষ্ঠীৰ নিজৰ নিজৰ বৈচিত্ৰময় সংস্কৃতি আছে। আচাৰ-ব্যৱহাৰ, সামাজিক ৰীতি-নীতি, পিন্ধন-উৰুন, খোৱা-লোৱা, ধৰ্ম বিশ্বাস আৰু পালন আৰু শিক্ষা-দীক্ষাৰ দ্বাৰা কোনো এটা গোষ্ঠী এক জাতিৰ সংস্কৃতি পৰিচয় পোৱা যায়। মঙ্গোলীয়ান ফৈদৰ জাতিবোৰ বেছিভাগেই প্ৰকৃতি পূজাৰী=শক্তি উপাসক। শিল এটা বা গছত দেৱত্ব আৰোপ কৰি দেৱ-দেৱীক পূজা কৰে বড়ো, ৰাভা আৰু গাৰোসকলে। বড়োসকলে 'শিজো' গছক 'বাথৌ বৌৰাই' (শিৱ) বুলি পূজা। কালী দেৱীক শক্তিৰূপে পূজা কৰে। সেয়েহে গোৱালপাৰা জিলাৰ জমিদাৰসকলৰ প্ৰায় মন্দিৰবোৰত কালীৰ থান আছিল আৰু এই থানবোৰত ম'হ বলি দিয়া হৈছিল। এই ম'হ বলি দিয়া প্ৰথা এতিয়াও কালী-পীঠবোৰত (বগৰীবাৰীৰ মহামায়া ধামকে আদি কৰি) এতিয়াও চলি আছে। গোৱালপাৰীয়া সংস্কৃতিত বড়ো, ৰাভা আৰু গাৰো-সকলৰ এই শক্তি পূজা এটি উল্লেখযোগ্য অৱদান। ক্ষত্ৰিয় ৰাজবংশীসকলে মাৰৈ পূজা বা মনসা পূজা কৰে। বড়ো-সকলেও মাৰৈ পূজা কৰে। এই মাৰৈ পূজা পদ্ধতি মঙ্গোলীয়ান জনগোষ্ঠীৰ অৱদান।

তাঁতশালেদি বোৱা-কটা অৰ্থাৎ বয়নশিল্প-বড়ো, ৰাভা, গাৰো আৰু অনান্য জনগোষ্ঠীৰ অপৰিহাৰ্য্য শিল্প। গোৱালপাৰীয়া সংস্কৃতিলৈ এই জনগোষ্ঠীৰ এটা ডাঙৰ অৱদান। বয়ন-শিল্পৰ বাহিৰেও এৰি পলু পোহা আৰু এৰি সূতাৰে এৰি ছাদৰ, মুগা-পাতৰ ৰিহা তৈয়াৰ কৰা-এইবোৰ কুটীৰ শিল্প আজি-কোপতি তেওঁলোকৰ মাজত পূৰ্ণ উদ্যমেৰে চলি আছে। অনান্য কুটীৰ শিল্পৰ ভিতৰত যেনেকৈ বাহঁ-বেতেৰে নানাবিধ আহিলা-পাতি তৈয়াৰ কৰা কামতো বড়ো, ৰাভা আৰু গাৰোসকলে সিদ্ধহস্ত। ইয়ো গোৱালপাৰীয়া সংস্কৃতিলৈ এটা লেখত লবলগীয়া অৱদান।

**সাংস্কৃতিক সম্পৰ্ক :**

গোৱালপাৰীয়া ভাষা আৰু সংস্কৃতিৰ লগত বড়ো, ৰাভা আৰু গাৰোসকলৰ সম্পৰ্ক অতি আপোন। গোৱালপাৰা জিলাৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত যেনেকৈ লোকগীতি, সাধুকথা, কিংবদন্তি, গাথাঁ আৰু প্ৰবাদবাক্য প্ৰচলিত আছে তেনেকৈ বড়ো, ৰাভা, গাৰো (আৰু অনান্য জনগোষ্ঠীৰ মাজতো প্ৰচলিত আছে। এই মৌখিক জন-সাহিত্যই গোৱালপাৰা জিলাৰ সম্প্ৰদায়বোৰৰ একোটা সামাজিক চিত্ৰ দাঙি ধৰে। এসময়ত বড়োসকলৰ মাজত 'টাক্ৰিপাল্লা' বুলি নাট্য-যাত্ৰা প্ৰচলিত আছিল। টাকুৰিৰ নিচিনা ঘূৰি ঘূৰি গায়ন-বায়ন আৰু নাচনী-সকলে নাচগান কৰি কৰি দৰ্শকমণ্ডলীক আমোদ দিছিল। সেই কাৰণে এই পালাৰ নাম 'টাক্ৰিপাল্লা' কোৱা হৈছিল। গোৱালপাৰা জিলাৰ প্ৰচলিত কুশান গানৰ লগত এই 'টাক্ৰি পাল্লা'ৰ সাদৃশ্য পৰিলক্ষিত হয়। বড়োৰ 'খেমথা' গান আজি-কালি যাত্ৰা গানত ৰূপান্তৰিত হৈছে। বড়ো, ৰাভাৰ 'ধনত্ৰা' গোৱালপাৰাৰ দতৰা একেই। ছেৰজা হ'ল ছেৰেণ্ডাৰ এক ৰূপান্তৰ। এইদৰে সঙ্গীত অৰ্থাৎ গান-বাজনা বিশেষকৈ বাদ্য যন্ত্ৰৰ ফালৰ পৰাও গোৱালপাৰাৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত মিল থকা দেখা যায়। বড়ো, ৰাভা আৰু অনান্য জনগোষ্ঠীৰ মানুহে নানাবিধ জাতীয় উৎসৱ পালন কৰে। 'বৈছাগু' উৎসৱ পালন কৰি বড়োসকলে পুৰণি বছৰক বিদায় দি নতুন বছৰক আদৰণি জনায়। তেনেকৈ গোৱালপাৰাৰ বিভিন্ন সম্প্ৰদায়ৰ লোকসকলেও (মুছলমান, বঙালী আৰু সাওঁতালসকলৰ বাদে) নৱবৰ্ষ উৎসৱ অৰ্থাৎ বিহু পালন কৰে। দোমাহীৰ সময়ত মাগন কৰা বিভিন্ন সম্প্ৰদায়ৰ মাজত এতিয়াও প্ৰচলিত। আৰু এইখিনিতে বিশেষ মনকৰিবলগীয়া কথা যে জাতীয় উৎসৱ পালন কৰাৰ পদ্ধতিৰ বেলিকাত মিল-অমিল থাকিলেও বিভিন্ন সম্প্ৰদায়ৰ উৎসৱবোৰ একেই উদ্দেশ্যে পালন কৰা হয়।

সামৰণিত কব পাৰি যে গোৱালপাৰীয়া ভাষা আৰু সংস্কৃতিৰ লগত বড়ো, ৰাভা, গাৰো আৰু অনান্য জনগোষ্ঠীৰ ভাষা আৰু সংস্কৃতি ওতঃপ্ৰোতঃভাৱে জড়িত হৈ আছে। নিজৰ নিজৰ ভাষা-সংস্কৃতি থকা সত্বেও, ভাষা আৰু সাংস্কৃতিক বৈষম্য থকা সত্বেও গোৱালপাৰা জিলাৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত ঐক্য আৰু সংহতি অক্ষুন্ন হৈ আছে। গোৱালপাৰাৰ ভাষা-সংস্কৃতিৰ পৰিসৰ বৃদ্ধি কৰিব পৰা যাব বিভিন্ন জাতিৰ মাজত ভাষা আৰু সাংস্কৃতিক বিনিময়ৰ যোগেদি। নিজৰ নিজৰ ঐতিহ্য অক্ষুন্ন ৰাখি অইন অইন সম্প্ৰদায়ৰ ভাষা-সংস্কৃতি বুজা-বুজিৰ মাধ্যমেদি সমূহীয়া উন্নতি সাধন কৰা যায়। এই উন্নতি কেৱল ভাষা-সংস্কৃতিত সীমাবদ্ধ নহয় ; এই উন্নতি সামাজিক, অৰ্থনৈতিক আৰু শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো সম্প্ৰসাৰণ লাভ কৰিব পৰা যায়।



# দাহৰী ৰাভাসকলৰ এটি সামাজিক আচাৰ

শ্ৰীৰাজেন ৰাভা

[ ৰাভা গোষ্ঠীৰ ভিতৰত কেইবাটাও উপ-গোষ্ঠীয় ৰাভা সম্প্ৰদায় আছে। ইয়াৰ ভিতৰত ৰংদানী, মাইতৰী, দাহৰী, চংগা দাহৰী, পাতিৰাভা আদি। ৰংদানী তুলনামূলকভাৱে উন্নত। তাৰোপৰি ৰাভাৰ পৰা সামা-জিকভাৱে কোচৰ শাৰীত পৰ্য্যায়ভূক্ত হোৱাসকলক 'কোচ-ৰাভা' বুলিও কোৱা হয়। ]

দাহৰী ৰাভাসকলে জন্মান্তৰবাদ স্বীকাৰ কৰে। 'ইহলোক' আৰু 'পৰলোক' বুলি যে জীৱৰ স্থান আছে তেওঁলোকে ভাবে। 'ইহলোক'ৰ পাপ-পুণ্যৰ বিচাৰ ক্ৰমে--কৰ্মফল অনুযায়ী মানুহে পুনঃ জীৱ-জন্তু, কীট-পতংগ, তৰু-তৃণাদি ৰূপে জন্ম গ্ৰহণ কৰে বুলি তেওঁলোকে দৃঢ় বিশ্বাস কৰে। তদুপৰি তেওঁলোক আশাবাদী। মত্যুৰ পিছত তেওঁলোকে পুনঃ মানুহৰূপেই জন্মলাভ কৰাটো কামনা কৰে। সেই কাৰণে মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে কৰা 'তৰঙা'ৰ (আদ্যশ্ৰাদ্ধ) দিনা পৰিয়ালবৰ্গ, আত্মীয়-স্বজন, বন্ধুবৰ্গ, পুৰুষ, মহিলা নিৰ্বিশেষে সকলোৱে মৃতজনক সুঁৱৰি কৰুণ ৰসেৰে ইনাই বিনাই কান্দি নৃত্য-গীত পৰিবেশন কৰে ; আৰু লগতে সৃষ্টিকৰ্তা পৰমেশ্বৰৰ ওচৰত সম-বেতভাৱে মৃতজনক মানুহ জন্ম দিবলৈ কাতৰ প্ৰাথনা জনায়।

দাহৰী ৰাভাসকলে স্বাভাৱিক মৃত্যুৰ শটোক দাহন কৰে। শটোক নতুন বগা কাপোৰেৰে ঢাকি ৰাখি, দুই ভৰি আৰু দুই হাতৰ বুঢ়া আঙুলি চাৰিটা এৰাঁ সূতাৰে বান্ধি জটিয়াই ৰাখে। মূৰ শিতানত চাকি-বন্তি জলায়। সৰু মুৰ্গীৰ পোৱালি এটি মৰা-শটোৰ বিচনাৰ তলত ৰাখি মাত দিব নোৱাৰাকৈ হেঁচি মাৰে আৰু তাৰ ডেউকা এখনি মূৰ শিতানত আৰু এখনি ডেউকা ভৰিৰ পিছফালে সৰু বাঁহৰ কাঠিত নিচান আকাৰে লগাই মাটিত থিয়কৈ পুতি ৰাখে। মুৰ্গীৰ বাকী মাংসখিনি ৰৰা চাউলসহ ভাত ৰান্ধি মূৰ শিতানত মৃতকৰ আত্মাক অৰ্পণ কৰে। সৰু মুৰ্গী পোৱালিটো বিচনাৰ তলত হেঁচি মৰাৰ উদ্দেশ্য হেনো—মতকৰ আত্মাৰ লগত সহযাত্ৰীৰূপে আন এজন লগৰীয়া দিয়া। স্ব'ৰাৰায়' (নিজ-গোত্ৰ), গিয়াতি আৰু গাৱঁৰ মানুহৰ মহিলা সম্প্ৰদায়ে মৃতকৰ আত্মাক অৰ্পণ কৰিবলৈ চাউল, কণী আদি আনে আৰু প্ৰত্যেকেই মৰা-শটোৰ ওপৰত অলপ অলপ চাউল চতিয়াই পৰলোকগত আত্মাৰ সদ্‌গতি কামনা কৰে। পিতৃ মৰিলে প্ৰথমে শটো কান্ধত তুলি লোৱাৰ অধিকাৰ জ্যেষ্ঠ পুত্ৰৰ। তেওঁৰ অবিহনে আন পুত্ৰসকলৰ। পত্নী মৰিলেও স্বামীয়ে শটো কান্ধত তুলি শ্মশানলৈ নিয়ে।

ঢাক, কাৰা, টেংটক আদি বাদ্য-যন্ত্ৰ সংগত ক্ৰমে মৃতকক সুৱঁৰি ক্ৰুণ সুৰে সমবেতভাৱে গীত গাই গাই ৰাইজে শোভাযাত্ৰা কৰি শটোক আগত লৈ শ্মশানলৈ লৈ যায়। চিতা প্ৰস্তুত কৰাৰ আগতে মৃতকৰ নামত ধৰ্মক সাক্ষী ৰাখি পৰমাধান নাইৰা লো, তাম, পিতল, ৰূপ, সোণ আদি ধাতু চিতা প্ৰস্তুত কৰিব লগা ঠাইডোখৰত পুতি দিয়ে। এই কাম নকৰিলে হেনো মৃতকৰ আত্মাই পৰলোকত স্থান নাপায়, প্ৰেত হৈ ঘূৰি ফুৰিবলগীয়া হয়—পুনৰ্জন্ম নহয়। সেয়ে এই কামক পৰলোকৰ বাবে মাটি কিনা বোলে। মৃতকৰ চিতাৰ ওপৰত তুলি মূৰটো উত্তৰ দিশত ৰাখি ওপৰমুৱাকৈ ৰাখে। গাত মাত্ৰ এখনহে নতুন পাতল কাপোৰ ঢাকি ৰাখে। ৰঙা, ক'লা, বগা ৰঙৰ নতুন কাপোৰৰ নিচান তৈয়াৰ কৰি চিতাৰ চাৰিওফালে সজ্জিত কৰি ৰাখে। শৱটোৰ বগলৰ দুয়ো কাষে ওপৰত বাঁহৰ খুটি গজি দি সেইবোৰ ৰঙা, ক'লা, বগা সূতাৰে জটিয়াই ৰাখে। মাজে মাজে সৰু সৰু বগৰিৰ ঠানিও গুজি দিয়ে। ঘৰৰ পৰা মৃতকৰ আত্মালৈ অৰ্পণ কৰা বস্তুবোৰ একে উশাহে ৭ বাৰ চিতাখনক পাৰ কৰায়। মুখাগ্নি কৰা মানুহ-

জনে আদ্য-শ্ৰাদ্ধৰ সকলো কাম সমাধা কৰাৰ দায়িত্ব বহন কৰিব লগা হয়। শৱ-দাহনৰ পিছত মৃতকৰ অস্থি আনিব লাগিলে মাতৃ-বংশীয় (মাতৃ গোত্ৰধাৰী) মহিলাইহে আনে আৰু ঘৰত মৃতকৰ আত্মাৰ বেদী স্থাপন কৰে। পুৰুষে অস্থি আনিব নোৱাৰে। লগতে সৰু নতুন কাপোৰ এডোখৰত শৱ-দাহনৰ ধোঁৱা ভেদ কৰাই তাক টোপোলা বান্ধি ঘৰলৈ লৈ আহি বেদীত স্থাপন কৰে। এই কামৰ দ্বাৰা আদ্য-শ্ৰাদ্ধৰ কাম সমাধা নোহোৱালৈকে মৃতকৰ আত্মাক শ্মশানৰপৰা পুনঃ ঘৰলৈ লৈ অনা বুলি তেওঁলোকে বিশ্বাস কৰে।

শৱ-দাহনৰ কাম শেষ হ'লে চিতাৰ জুই পানীৰে নুমাই বাঁহ-খেৰৰ দ্বাৰা এটা পঁজা ঘৰ সজা হয়—চিতাৰ ঠাই ডোখৰত। এই ঘৰটো সজাৰ আগতে 'বুণ্ডি' (মৰা-শটোৰ অৱশিষ্টাংশ সিৰাদি) পোতা হয়। মুখাগ্নি কৰাজনেই 'বুণ্ডি' পোতে। এই ঘৰটিৰ ভিতৰতে আঙাৰেৰে এটা মণ্ডপ তৈয়াৰ কৰা হয়। তাৰ পিছত সেই মণ্ডপতেই মৃতকৰ আত্মালৈ অৰ্পিত আহাৰ্য্য অৰ্পণ কৰে। পঁজা ঘৰটোৰ ওপৰত ৰঙা, ক'লা, বগা কাপোৰৰ কেৰা থাক 'ছান্দোৱা' টনায়। তদ্ৰূপ ৰঙৰ কাপোৰৰ নিচানো চিহ্ন স্বৰূপে সৰু দীঘল বাঁহ এডালত উৰুৱাই থৈ আছে।

তাৰ পিছত যি কোনো মানুহ এজনে তিনি গাঁঠিযুক্ত শুকান ধানখেৰৰ দীঘল ভোটা-জুই, লগতে শুকান মৰাপাটৰ পাত, কপাহ, তুলসী, ঘিলা একেলগ কৰি শ্মশানৰ পৰা উভতি অহা মাজ বাটত ৰাখি থৈ আহে। শৱদাহনৰ কাম সমাধা কৰি সকলো মানুহে স্নানাদি কৰি সেই ভোটা-জুইত উক্ত বস্তবোৰ পুৰা দি, তাৰ ধোঁৱা প্ৰত্যেক মানুহে গ্ৰহণ কৰি মৃতকৰ ঘৰলৈ পোনেই আহে নিজ ঘৰলৈ নাযায়। ইয়াকে 'ঘিলা আংলা' কৰা বোলে।

যিজনে শ্মশানৰ পৰা ধোঁৱাৰ গাঁঠি (মৃতকৰ আত্মাৰ প্ৰতীক) লৈ আহে সি ৰবঘৰৰ ১ম কোঠালীৰ মাজৰ বেৰৰ সোঁ-মাজতে উক্ত গাঠিটো ৰাইজ বিদ্যমানে বেদীত স্থাপন কৰি চাকি-বন্তি জ্বলাই দিয়ে আৰু উক্ত বেদীতে মৃতকৰ আত্মালৈ 'কাৰাই' 'মদ, অৰ্পণ কৰি শ্মশানলৈ যোৱা বাটত (গাৱঁৰ বাহিৰত) পেলাই থৈ আহে। তাৰ পিছতহে ৰাইজে গৃহস্থৰ ঘৰত 'কাৰাই', 'মদ' খাই ঘৰাঘৰি যায়। সেই দিনাৰ পৰাই আদ্য-শ্ৰাদ্ধ নোহোৱালৈকে গৃহস্থৰ মানুহে দৈনিক ভাত খোৱাৰ আগতে চাকি-বন্তি জ্বলাই মৃতকৰ আত্মালৈ আহাৰ্য্য অৰ্পণ কৰে।

শ্ৰাদ্ধ কৰাকে 'মাছুৱানী' কৰা বোলে। মৰা-শটো পুতিলে ৭ দিনত শ্ৰাদ্ধ কৰে। গৃহস্থৰ আৰ্থিক অৱস্থানুসৰি আদ্য-শ্ৰাদ্ধ ১৫ দিন, ১ মাহ বা ১ বছৰৰ পিছতো কৰিব পাৰে। ১৫ দিন (তেৰেতীয়া) বা তদূৰ্দ্ধ দিনলৈকে আদ্য-শ্ৰাদ্ধৰ দিন সীমিত কৰি ৰাখিলে—'কামৰথা' মানুহজনে কাকো মাত মাতিব নোৱাৰে, মুৰ্গী, হাঁহ, কুকুৰা, গাহৰি, পাৰ, মেকুৰী, গৰু আদিকো মাত দি খেদিব নাপায়। ডাড়ি চুলি, গোফ কাটিব নাপায়, মাছ-মাংস, খাৰ খাব নাপায়, বিবাহিত বা বিবাহিতা হ'লে বেলেগ বিচনা বা ঘৰত শুব লাগে। ঘৰৰ সকলো মানুহেই মাছ-মাংস, খাৰ খাব নোৱাৰে আৰু কৃষি কৰ্মৰ পৰা বঞ্চিত হৈ থাকিব লাগে।

দাহৰী ৰাভাসকলে শ্ৰাদ্ধকেই 'তৰঙা' বোলে। এই 'তৰঙা' তিনি প্ৰকাৰৰ। যেনে—

(১) এক ছালিয়া—(সৰু তৰঙা)
(২) মাজকিলা বা আঙাৰ পেলোৱা (মধ্যম তৰঙ
(৩) বাঁশ গাৰা (ডাঙৰ তৰঙা)

(১) **একছালিয়া** :একছালিয়া তৰঙা এদিনতে সমাপন কৰা হয়। ৰাতিপুৱাৰপৰা গধূলিলৈকে সামাজিক বিধিমতে তৰঙাৰ কাম কৰা হয়। চোতালৰ পূবৰ ঘৰৰ 'মুখছাতা'ৰ পশ্চিমে 'গাণ্ঠি' স্থাপন কৰা হয়। সেই গাণ্ঠিৰ মণ্ডপতে মায়চক অৰ্পণ কৰা হয়। সাধাৰণতে—'মায়চক'ৰ ভাগ ৮টা। মাজত—১টা, আৰু তাৰ চাৰিওফালে ৭টা। তদুপৰি সোঁফালে মদ আৰু বাওঁফালে পানী অৰ্পণ কৰা পাত্ৰ থাকে। প্ৰতি ভাগ মায়চকত বেলেগ বেলেগ আহাৰ্য্য থাকে। প্ৰতিটো মায়চক কেঁচা কলপাতৰ খোঙা। সেইবোৰক 'খায়ৰক' বোলে। মধ্যস্থিত 'খায়ৰক'ৰ অৰ্পিত আহাৰ্য্যৰ ওপৰত অগ্নিস্পৰ্শ নকৰা গাহৰিৰ নেজ এডাল থিয়কৈ গজি ৰখা হয়। তদুপৰি ইচ্‌লা মাছ, কণী আদিত বাহৰ কাঠত বিন্ধাই 'খায়ৰক'ৰ আহাৰ্য্যৰ ওপৰত থিয়কৈ ৰখা হয়। মায়চকৰ অৰ্পিত আহাৰ্য্য প্ৰস্তুত কৰে 'বাবায়-হুৰ' নলগা সমাজৰ বেলেগ তিৰোতা কেইজনীয়ে। বাবায়-হুৰ সংযুক্ত আত্মীয় কুটুম্ব আৰু ৰাইজৰ তৰফৰপৰা যিমানবোৰ জোঙা মদ অনা হয়, সেই সকলোবোৰ মদ চেকি মৃতকৰ আত্মালৈ-প্ৰথমে অৰ্পণ কৰে। তাৰ পিছতহে বাকীখিনি ৰাইজে খায়। প্ৰথমে শ্ৰাদ্ধ ৰখা মানুহজনহে মায়চকত মৃতকৰ আত্মালৈ আহাৰ্য্য, মদ, পানী আদি অৰ্পণ কৰাৰ পিছতহে বাবায়-হুৰ সংযুক্ত আত্মীয় কুটুম্বসকল আৰু আন আন মানুহে অৰ্পণ কৰে। মায়চকৰ আহাৰ্য্যাদি বাওঁহাতেৰেহে অৰ্পণ কৰে।

'মায়চক' অৰ্পণ কৰাৰ সময়ত সুকীয়া বাদ্য-ধ্বনি কৰা হয়। গাণ্ঠিৰ পিছতে এখন বাঁহৰ আল্‌না তৈয়াৰ কৰি তাত জাতীয় নৃত্য-গীতৰ পোছাক-পৰিচ্ছদ, ঢাল-তৰোৱাল আদি প্ৰাচীন অস্ত্ৰ-শস্ত্ৰবোৰ সজ্জিত কৰি ৰখা হয়। দুজন বয়স্ক মানুহক সেই পবিত্ৰ গাঠি ৰক্ষাৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰা হয়। তেওঁলোক সমাজৰ পুৰোহিত স্বৰূপ। শ্ৰাদ্ধৰ কাম শেষ নোহোৱালৈকে গাণ্ঠিৰ ওচৰতে দুয়োজনে দুয়োফালে বহি কৰ্তব্য কৰিবলগীয়া হয়।



'মায়চক' অৰ্পণ কৰাৰ কাম শেষ হ'লে-পুৰুষ মহিলাই দলে দলে সাজ-পোছাক আৰু ঢাল-তৰোৱাল হাতত লৈ বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে কৰুণ সুৰে মৃতকক সুঁৱৰি নৃত্য-গীত পৰিবেশন কৰে। সাজ-পোছাক, ঢাল-তৰোৱালবোৰ গাণ্ঠিৰক্ষক পুৰোহিত দুজনে সৰবৰাহ কৰে। এই সাজ-পোছাক আৰু ঢাল-তেৰোৱাল-খৰকে 'বুকুনী' বোলে। এই 'বুকুনী' লৈহে নৃত্য কৰিব পাৰে। পুৰুষ মহিলা একেলগে নাচিব নোৱাৰে। এটা পুৰুষ বা মহিলাৰ দলে নৃত্য পৰিবেশন কৰাৰ পিছতহে আন এটা পুৰুষ বা মহিলাৰ দলে 'বুকুনী' লৈ নৃত্য কৰিব পাৰে। সাধাৰণতঃ নৃত্য কৰোঁতাসকলে গীত নাগায়। গীত গোৱা দলে নৃত্য নকৰে। এওঁলোকৰ এই নৃত্যক ময়ুৰ-ময়ুৰীৰ নৃত্য বুলি কোৱা হয়। এই নৃত্যৰ জন্ম কাহিনীল আছে। পুৰুষৰ দলে—ভৰিৰ দুই আগপতাৰ ক্ষপৰত ভোৰ দি ময়ুৰৰ দৰে দেও দি দি নাচে। গেৰোৱা মাটিত নপৰে। মহিলাৰ দলে-দুই ভৰিৰ পতা চোচোৰাই চোচোৰাই নাচে। ভৰিৰ পতা চোচোৰাই নিওঁতে এৰোটাকৈ ময়ুৰীৰ চিত্ৰ অংকিত হয়। পুৰুষৰ ভৰিৰ গেৰোৱা মাটিত পৰিলে আৰু মহিলাৰ ভৰিৰ দুই পতা দাং ছালে—তেওঁক নৃত্য পৰিবেশনৰপৰা বিৰত কৰি ৰখা হয়। নৃত্যদলৰ লগে লগে বাদ্যযন্ত্ৰ বজাই যায়। তেওঁলোকৰ বিশেষ নৃত্য-ভংগিমা নাই। এই নৃত্য-গীত পৰিবেশন কৰা হয়—গাণ্ঠিৰ সন্মুখত চোতালত সজা ৰভাৰ তলত। ৰভাৰ তলত চাৰিওফালে পুৰুষসকলে আয়তাকাৰ বা বৃত্তাকাৰে বহে। তাৰ সোঁমাজতে নৃত্য-গীত পৰিবেশন কৰা হয়। তিৰোতাসকলে আন এঠাইত বহে।



দাহৰী ৰাভাৰ 'তৰঙা'ত (শ্ৰা: নৃত্য-ৰত গাভৰ এটি দল।

মদ খোৱা কামো চোতালতে হয়। এওঁলোকৰ মদ খোৱাৰ এটা শৃংখলাবদ্ধ নীতি আছে। নৃত্য-গীত পৰিবেশনৰ সময়তো পূৰ্ণোদ্যমে মদ খোৱাৰ কাম চলি থাকে। সাধাৰণতঃ ৰভাৰ বাহিৰৰ এচুকত জোঙা মদবোৰ লাউ-টোকোৰাৰে পানীৰে চেকি এটা 'জাওনাত' (মাটিৰ ডাঙৰ পাত্ৰ) জমা কৰে। তাৰ পিছত মাটিৰ 'ঘৰীত' (দীঘল নলী থকা মাটিৰ পাত্ৰ) মদ ভৰাই লৈ শাৰী পাতি বহি থকা মানুহবিলাকক এজনৰ পিছত এজনকৈ আলাসতে মদ খুৱাই যায়। খুওৱাওঁতাজনে আলাসতে খাওঁতাজনৰ মুখত মদ ঢালি দিয়ে। খাওঁতাজনেও ঘৰীৰ নলীৰ নিঃসৃত ধাৰ নিছিগা মদ আলাসতে মুখ মেলি ইচ্ছানুসৰি খায়। খাওঁতাজনে মদৰ ঘৰীটোক হাতেৰে স্পৰ্শ কৰিব নোৱাৰে। কেনেবাকৈ স্পৰ্শ কৰি পালে ঘৰীৰ মদখিনি অস্পৃশ্য বুলি ঢালি পেলায়। ইচ্ছাকৃত হ'লে খাওঁতাজন তাৰ বাবে দণ্ডনীয় হব লাগে। খুওঁৱাতাজনেও খুব সাৱধানে মদ খুৱাব লাগে। খুওঁৱাতাজনে ইচ্ছাকৃতভাৱে খাওঁতাকনৰ মুখত ঘৰীৰ নলীৰ মুখটো স্পৰ্শ কৰালে খুওঁৱাতাজনে তাৰ বাবে দণ্ডনীয় হব লাগে।

সাধাৰণতঃ বয়সীয়াল লোকসকলকহে সন্মানাৰ্থে কাহৰ বাতিত মদ দিয়ে। তেওঁলোকক ঘৰীৰ দ্বাৰা মদ নুখুৱায়। মহিলাসকলৰ মাজতো এই পদ্ধতি প্ৰযোজ্য। সম্পূৰ্ণ এবাৰ ৰাইজক মদ খুওৱাৰ পিছত পুনৰ নতুন জোঙাৰ মদ চেকি 'জাওনাত' জমা কৰা হয়। তাৰ পিছতহে পুনৰ সেই পদ্ধতিৰে মদ খুওৱা হয়। এই সময়ছোৱাত কোনো মানুহে নিজ ইচ্ছানুসৰি ব্যক্তিগতভাৱে বেছিকৈ মদ খাব নোৱাৰে। অন্যথায় সমাজ বিধি মতে দণ্ডনীয় হব লাগে। সেইকাৰণে তেওঁলোকে কেবাদিন ধৰি বহু জোঙাৰ মদ খাইও গোলাপী নিচাত বিভোৰ হৈ আনন্দ মনেৰে নৃত্য-গীত কৰিব পাৰে। সমাজত বিশৃংখলাতা বা কোনো হাই-কাজিয়াৰ সৃষ্টি নহয়। তেওঁলোকেই মদ খায়, মদে তেওঁলোকক খাব নোৱাৰে।

সন্ধিয়া হোৱাৰ লগে লগে মৃতকৰ আত্মালৈ অৰ্পণ কৰা 'মায়চক'খিনি ৰাইজৰ এদল মানুহে ঢাল, তৰোৱালসহ বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে নৃত্য-গীত কৰি শৱদাহন কৰা বা সমাধি দিয়া ঠাইৰ ওপৰত থৈ আহে। তাৰ পিছত সকলোৱে স্নান কৰি মৃতকৰৰ গৃহস্থৰ ঘৰলৈ উভতি আহে। সেইসময়ত গৃহস্থৰ ঘৰতো নৃত্য-গীত হৈ থাকে।

শ্মশানৰপৰা উভতি অহাসকলক ঘৰত থকা ৰাইজৰ মানুহৰ এটা দলে ঢাল, তৰোৱাল লৈ মৃতকৰ ঘৰৰ চৌহদৰ বাহিৰত গৈ বাটত লুকাই থাকে আৰু সিহঁতক আহিবলৈ বাধা প্ৰদান কৰে। তেতিয়া দয়ো দলৰ মাজত ঢাল-তৰোৱালৰ তুমুল কৃত্ৰিম যুদ্ধ হয়। এই কৃত্ৰিম যুদ্ধ কৰাৰ কাৰণ :—
(১) শ্মশানৰপৰা উভতি অহা মানুহবিলাকৰ লগত শ্মশানৰ ভূত-প্ৰেতবোৰ আহে, সেয়ে যুদ্ধ কৰি সিহঁতক খেদি দিয়ে।

(২) শোকাবহ আৰু ভয়যুক্ত হৈ থকা মৃতকৰ গৃহস্থৰ পৰিয়ালবৰ্গ আৰু আত্মীয়-কুটুম্বৰ মানুহবিলাকক ভূত-প্ৰেতবোৰৰ পৰা ভয়মুক্ত কৰি সাহসী কৰি তোলা। এয়ে তেওঁলোকৰ পৰম্পৰা বিশ্বাস। তদুপৰি তেওঁলোকে সন্দেহ কৰে যে, কৃত্ৰিম যুদ্ধৰ পিছতো—খেদা খোৱা কোনো ভূত-প্ৰেতাদি উভতি আহি মতকৰ গৃহস্থৰ ঘৰৰ কোনো ঠাইত লুকাই থাকিব পাৰে। এই সন্দেহ দূৰ কৰিবৰ কাৰণেও ৰাইজে তৰোৱাল, লাঠি আদিৰে গৃহস্থৰ ঘৰৰ ছাল, দুৱাৰ, বেৰ, ৰভা এনেকি ওচৰত থকা গছ-গছনিবোৰত কোব মাৰি বিৰাট শব্দৰ ধ্বনি কৰে; আৰু লগে লগে তলৰ কথা ফাঁকি উচ্চ সুৰে কৈ কৈ কোচাল লগায়।

হিউ-হিউ-হিউ তয় খলিছা, ময় খলিছা (ভাই)
একটা বিলৰ মাছ।
তয় মৰিলে ময় মৰিলে,
কোমৰত ধৰিয়া নাচ ॥

—এই বুলি একছালীয়া তৰঙাৰ কাৰ্য্য সমাপন কৰে।

**(২) মাজকিলা বা আঙাৰ পেলোৱা (মধ্যম তৰঙা):**

এই তৰঙা দুই দিন দুই ৰাতিত সমাপ্ত কৰা হয়। ৰাতিপুৱাৰ পৰাই তৰঙাৰ কাম আৰম্ভ কৰা হয়। আগদিনাখনেই আবেলি সমাজৰ মানুহ এদলে বাদ্য-যন্ত্ৰৰ ছেৱে ছেৱে নৃত্য-গীত কৰি মৃতকক দাহন কৰা বা কবৰ দিয়া শ্মশানলৈ যায় আৰু তাত মৃতকৰ নামে খেৰৰ ধ্বজা এটি দাহন কৰি তাৰ ধোঁৱাখিনি এখন কাপোৰত একে উশাহে বান্ধি লৈ মহিলা মাহাৰী (এক বাৰায়যুক্ত) এগৰাকীয়ে বোকোচাত লৈ আহে। ইয়াকো 'গান্ঠি' বোলা হয়। নৃত্য–গীতেৰে এই 'গান্ঠিটো' বৰ ঘৰটোৰ মাজৰ বেৰৰ কাষত পশ্চিমফালে এটা নতুন কাঠৰ পীৰাৰ ওপৰত স্থাপন কৰি 'মায়চক' অৰ্পণ কৰে। 'মায়চক' অৰ্পণ কৰাৰ নিয়ম 'একছালীয়াৰ' দৰেই।

সেই দিনাখনেই আন এটি 'গান্ঠিত' শৱদাহনৰ পিছত আঙাৰৰ লগত মিহলি হৈ থকা কেইটিমান অস্থিৰ টুকুৰা দায়দী ওৱাৰিশৰ মতা মানুহ এজনে বোকোচাত তুলি লৈ আহি গাৱঁৰ বাহিৰত তৈয়াৰ কৰা এটা বেতৰ পাতৰ ঘৰত স্থাপন কৰে। ইয়াকে 'অস্থি স্থাপন' কৰা বোলে। তাত 'যমদূত' আৰু 'কালদূত'ৰ পূজা কৰা হয়। আগলতি কলপাতত চাউল প্ৰসাদ দিয়ে। তাত এজোৰ ডেকেৰা-ডেকেৰী মুৰ্গী বলি দিয়ে। মূৰ দুটা তাতে থৈ আহি দেহৰ টুকুৰা দুটি মৃতকৰ ঘৰলৈ লৈ আহে। ইয়াৰ মাংস মাহাৰীয়ে খাব নাপায়। মুৰ্গীৰ পৰিৱৰ্তে কোনোবাই ইচ্ছা কৰিলে জোৰা গাহৰিও বলি দিব পাৰে। অস্থিৰ টুকুৰাবোৰ আৰু বেতৰ পাতৰ ঘৰটি তাতেই ক্ৰমে নষ্ট হৈ যায়।

ৰাতিপুৱা ৰাইজৰ সাক্ষাতত চোতালত বুকুনী, (ঢাল, তৰোৱাল, পিন্ধা পোচাক-পৰিচ্ছদ আদি) গান্ঠি স্থাপন কৰা হয়। একছালীয়াৰ দৰেই তাতেই মায়চক অৰ্পণ কৰা হয়। মৃতকৰ বাৰায়ৰ বাহিৰে আনে ইয়াক স্থাপন কৰিব নোৱাৰে। দুজন বুঢ়া মানুহক (পুৰোহিত স্বৰূপ) বুকুনী ৰক্ষা কৰিবলৈ দিয়া হয়। সাধাৰণতঃ পুৰুষ নাইবা মহিলা চাৰি জনকৈ বুকুনী লৈ নাচিব পাৰে। পোনে পোনে নিজৰ বুকুনী লৈ নাচিব নোৱাৰে। বেদীত স্থাপন কৰা বুকুনী পুৰোহিত দুজনৰপৰা লৈহে নাচিব পাৰে। পুৰুষ মহিলা একেলগে নাচিব নোৱাৰে। এই বুকুনী আন কোনো মানুহে স্পৰ্শ কৰিব নোৱাৰে।



দাহৰী ৰাভাৰ 'তৰঙা'ত (শ্ৰাদ্ধত) স্থাপিত 'গান্ঠি'।

নৃত্য-গীত পৰিবেশন কৰা, মদ খোৱা পদ্ধতি আৰু সামূহিক ভোজনৰ ব্যৱস্থা একছালীয়াৰ তদ্ৰূপ। দুই ৰাতি দুই দিনৰ পিছত সন্ধিয়া বেলিকা—একছালীয়াৰ দৰে মৃতকৰ আত্মাক অৰ্পিত মায়চকখিনি শ্মশানৰ মণ্ডপত থৈ আহি কৃত্ৰিম যুদ্ধৰ অভিনয়ৰ দ্বাৰা মাজকিলা বা মধ্যম তৰঙাৰ কাৰ্য্য সমাপ্ত কৰা হয়।

(৩) বাঁশ গাৱা (ডাঙৰ তৰঙা): ডাঙৰ তৰঙাৰ কাম আৰম্ভণিৰে পৰা ৩ ৰাতি ৩ দিন নাইবা ৭ ৰাতি ৭ দিনৰ পিছতহে সমাপ্ত কৰা হয়। আৰ্থিক অৱস্থা সম্পন্ন মানুহৰ বাহিৰে আনে এই তৰঙাৰ কাম কৰা সম্ভৱপৰ নহয়। ই বৰ ব্যয়বহুল।

আগদিনাখনেই আবেলি ৰাইজৰ মানুহে বাদ্যযন্ত্ৰ বজাই নৃত্য-গীতেৰে শোভাযাত্ৰা কৰি ওচৰত থকা কোনো পাহাৰ বা হাবিৰ পৰা দুডাল কাকবাঁহ কাটি লৈ আহে। এই দুডাল বাঁহৰ পৰা ১২ ফুট জোখৰ সমানকৈ দুটুকুৰা বাঁহ কাটি লয় আৰু তাৰ সচখিনি (ওপৰৰ ছাল) পৰিস্কাৰ কৰে। প্ৰতি টুকুৰা বাঁহ ৯ ভাগত বিভক্ত কৰি তাক নানা ৰঙেৰে ৰঞ্জিত কৰি নক্সা অংকন কৰে। যিজনে এই নক্সা অংকন কৰিব—সেইজন মানুহ সেইদিনা উপবাসে থাকিব লাগে।

**নক্সাৰ বিৱৰণ:**

১ম, ২য়, ৩য় ভাগৰ নাম—চাংকানি
৪ৰ্থ আৰু ষষ্ঠ ভাগৰ নাম—বাখুচৰ্‌কা
৫ম ভাগৰ নাম—মাকুচালানি
৭ম, ৮ম, ৯ম ভাগৰ নাম—কৃদিককায়

—গোটেই কেইভাগ এটি অজগৰ সাপৰ নক্সা। এই সাপৰ নক্সাৰ অন্তৰালত এটি সুন্দৰ কৃষ্টিমূলক কাহিনী লুকাই আছে।

এই ৰঞ্জিত নক্সাযুক্ত দুডাল বাঁহ টুকুৰা মৃতকৰ গৃহস্থৰ আগদুৱাৰৰ দুয়োফালে পোতা হয়। সন্ধ্যা বেলিকা সেই আগদুৱাৰত বেদী প্ৰস্তুত কৰি পূজা কৰা হয়। পূজাত গাহৰি এটা আৰু মুৰ্গী এঘাৰটা বলি দিয়া হয়। মৃতকৰ মাহাৰীয়ে এই বলি দিয়া মাংস খাব নাপায়। পূজাৰ পিছতে সেই মাংসৰে ভোজন কৰে আৰু ওৰে ৰাতি ৰাইজে পদ্ধতিমূলকভাৱে শৃংখলাৰে মদ খাই নৃত্য-গীত-বাদ্যেৰে চোতালৰ ৰভা মুখৰিত কৰি তোলে।

পিছদিনাখনৰ ৰাতিপুৱাৰ পৰা ডাঙৰ তৰঙাৰ কাম যথাৰীতি নিয়মে আৰম্ভ কৰা হয়। একছালীয়া আৰু মাজকিলাৰ দৰেই ৰভাৰ তলত্ চোতালৰ পূব ভাগত 'গান্ঠি' আৰু 'বুকুনী' স্থাপন কৰা হয়। এই তৰঙাৰ মৃতকৰ আত্মালৈ অৰ্পণ কৰা 'মায়চক' আঠ ভাগত বিভক্ত কৰা হয়। মাজত এক ভাগ আৰু তাৰ চাৰিওফালে বৃত্তাকাৰে সাঁত ভাগ। পুৰুষ মহিলা সকলোৱে মৃতকৰ আত্মালৈ 'মায়চক' অৰ্পণ কৰাত অংশ গ্ৰহণ কৰিব পাৰে। 'মায়চক' অৰ্পণ কৰা হয় বাঁও হাতেৰেহে। সোঁ হাতেৰে অৰ্পণ কৰি মৃতকৰ আত্মাই অৰ্পিত বস্তু নাপায় বুলি তেওঁলোকে ভাবে। একছালীয়া আৰু মাজকিলাৰ দৰেই—তৰঙাৰ নিৰ্দিষ্ট দিন শেষ নোহোৱালৈকে যথাৰীতি নিয়মে নিয়মানুবৰ্তিতাৰে সামূহিকভাৱে আমিষ ভোজন কৰি থাকে আৰু গোটেই কেইদিন আৰু কেই ৰাতিয়ে ক্ৰমিকভাৱে মদ খাই—বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে পুৰুষ বা মহিলা বিশেষে দলভুক্ত হৈ গান্ঠিৰ ৰক্ষকৰ পৰা বকুনী গ্ৰহণ কৰি মৃতকৰ আত্মাক উদ্দেশ্য কৰি কৰুণ সুৰেৰে নৃত্য-গীত পৰিবেশন কৰে লগতে আনন্দ উপভোগ কৰে।

0 0 0



ধৰ্ম্মপুৰ সত্ৰ



যোগীঘোপাৰ বাহিৰত থকা শিলৰ গুহা



যোগীঘোপাৰ গুহা



তামৰঙা বিল ঃ জীৱিকাৰ উৎসই নহয়, পৰ্য্যটকৰ খোৰাকো....



লালমাটিৰ মছজিদ



গৌৰীপুৰৰ মাটিয়া বাগ



# চিফুং বাঁহীৰ সুৰ

শ্ৰীইষ্ট প্ৰসাদ ব্ৰহ্ম

খ্ৰীষ্টৰ জন্মৰ কেবা শ বছৰ আগতে চীন-তিব্বত ভাষা গোষ্ঠীৰ মঙ্গোলীয় 'কিৰাত'সকল আহি ভাৰতত সোমাইছিল। তেওঁলোক ভাৰতৰ উত্তৰ আৰু উত্তৰ-পূব অংশত বাস কৰিবলৈ লয়। বৰ্তমানৰ নেপাল, উত্তৰ বিহাৰ, উত্তৰ আৰু পূৰ্ব বঙ্গ আৰু অসমেই এই চীন-তিব্বতী ভাষাগোষ্ঠীৰ মঙ্গোলীয় লোকৰ বসতি স্থান। খ্ৰী: পূৰ্ব প্ৰথম শতিকাতেই তেওঁলোক হিমালয়ৰ নামনি অঞ্চলৰ পূব অংশত বিশেষকৈ অসম আৰু বঙ্গৰ সমতল অঞ্চলত সমুদ্ৰৰ তটভূমিলৈকে বিস্তৃত হৈ পশ্চিম বঙ্গলৈকে বিয়পি পৰিছিল। তেওঁলোকে কপাহী আৰু উণৰ কাপোৰ বব জানিছিল, যিটো আজিও তেওঁলোকৰ মাজত বিদ্যমান।

ইণ্ডোমঙ্গোলয়ড্ বা 'কিৰাত' বুলি কওঁতে চীন-তিব্বত ভাষাগোষ্ঠীৰ মঙ্গোলীয় শাখাৰ বিভিন্ন জাতিৰ মানুহ যেনে — নেপাল আৰু উত্তৰ অসমৰ বিভিন্ন আদিম জাতি বড়ো, নাগা কুকী-চীন, আহোম, ভাৰতীয় তিব্বতীয়সকল, খাচী, আৰু বিভিন্ন চীন তিব্বত পৰিয়াল গোষ্ঠীৰ তিব্বত ধৰ্মীয় শাখাৰ মানুহবোৰকেই বুজাইছে। এইখিনিতে এটা কথা উনুকিয়াব পাৰি যে, খাচীসকল জাতিত মঙ্গোলীয় যদিও, তেওঁলোক অষ্ট্ৰিক ভাষা গোষ্ঠীৰ।

উত্তৰ বিহাৰৰ একালৰ ক্ষমতাশালী জাতি লিচ্ছভিসকলো আদিতে চীন-তিব্বত ভাষা গোষ্ঠীৰ আদিম অধিবাসী আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। পিছে, তেওঁলোক আৰ্য্য-ভাষীসকলৰ সংস্পৰ্শত আহি এটা আৰ্য্যভাষী জাতিত পৰিণত হয়। শাক্য, কলীয়, ব্ৰাঈ বা বাজী, মৰীয়সকলেও লিচ্ছভি-সকলৰ দৰেই আদিতে মঙ্গোলীয় গোষ্ঠীৰেই আছিল; কিন্তু পিছৰ কালত তেওঁলোকো আৰ্য্যভাষী হৈ পৰে। এই সংক্ৰান্তত শ্ৰীচৰকাৰৰ 'কোচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি' দ্ৰষ্টব্য।

বড়ো বা বড়োসকল উত্তৰ-পূব ভাৰতৰ ইণ্ডো-তিব্বতীয় বা ইণ্ডো-মঙ্গোলীয় গোষ্ঠীৰ এটা লেখতলবলগীয়া শাখা। ভাৰতৰ পূব প্ৰান্তৰ চুটিয়া আৰু কছাৰীসকল; হাজো, কমতা আৰু কোচবিহাৰৰ কোচসকল, গাৰোপাহাৰৰ গাৰো, মৈমন সিং জিলাৰ হাজোং, ত্ৰিপুৰাৰ টিপ্ৰা, কাছাৰৰ ডিমাছা, আৰু ৰাভা, মেচ, মিকিৰ, লালুং, নাগা কুকি আদিক লৈ বিশাল, বিৰাট বড়ো শাখা গঠিত। অৱশ্যে এই অভিমতৰ বিপক্ষে ভালেমান যুক্তিপূৰ্ণ মতামতে ইতিমধ্যে আৰু বহুলাংশে স্বীকৃতিও পাইছে।

মহাভাৰতৰ পূৰ্বৰ কালৰ পৰাই বড়োসকলে অসম উপত্যকা, উত্তৰ আৰু পূব বঙ্গ আৰু ইয়াৰ দাঁতিকাষৰীয়া পাহাৰীয়া অঞ্চল-বোৰত বিস্তৃতি লাভ কৰিছিল। তেওঁলোকে আদিতে সম্ভৱত: একেটা আদিম বা পুৰণি বড়ো ভাষাকে ব্যৱহাৰ কৰিছিল। কালক্ৰমত এই আদিম ভাষাৰ পৰাই আজিৰ প্ৰচলিত বিভিন্ন ভাষা বা উপ ভাষাবোৰৰ উৎপত্তি হৈছে। পিছৰ কালত পশ্চিমৰ পৰা আৰ্য্য সভ্যতা বিস্তাৰিত হোৱাৰ লগে লগে এই ভাষা বিলুপ্তিৰ পথলৈ আগ বাঢ়ে। উদাহৰণ স্বৰূপে উত্তৰ-বঙ্গৰ বিশাল বড়ো গোষ্ঠীৰ লোকসকলে হিন্দুধৰ্মত দীক্ষিত হৈ পূৰ্বৰ বড়ো দোৱান এৰি উত্তৰ বঙ্গৰ ভাষা গ্ৰহণ কৰি হিন্দু বা অৰ্দ্ধহিন্দু অৱস্থা প্ৰাপ্তহৈ কোচ নামে জনজাত হয়। ড: চেটাৰ্জীয়ে তেওঁলোকক পশ্চিম অঞ্চলৰ বড়ো বুলি অভিহিত কৰিছে। এই কোচসকলৰ উত্তৰ-পশ্চিম পঞ্জাবৰ কাম্বোজা-সকলৰ লগত কোনো সম্পৰ্ক নাই। কমতাপুৰৰ খেন বংশীয় ৰজাসকলে যদিও নিজক কায়স্থ বুলি পৰিচয় দিব খোজে, তেওঁলোকেও দৰাচলতে কোচ বা বিশাল, বিৰাট বড়ো গোষ্ঠীৰেই এটা ঠাল মাত্ৰ। নীলধ্বজে সক্ৰিয়ভাৱে হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ বাবে ব্যৱস্থা লোৱাৰ ফলত বহুতো হিন্দু হৈ পৰে।

গেইট চাহাবৰ মতেও, কছাৰী আদি কৰি বহুতো আদিম বাসী হিন্দু ধৰ্মত দীক্ষা লৈ কোচ হোৱাৰ পিছত কোচ এটা জাতিত পৰিণত হৈছে। কিছুমান পণ্ডিতে কছাৰী বা কোচ-সকলক দ্ৰবিড়ীয় গোষ্ঠীৰ বুলি ধাৰণা কৰিলেও তেওঁলোকৰ শাৰীৰিক গঠন আৰু আচাৰ ব্যৱহাৰে ভালদৰে প্ৰমাণ কৰে যে, তেওঁলোক প্ৰকৃততে দ্ৰাবিড়ীয় গোষ্ঠীভুক্ত নহয় যেন লাগে। এই দীক্ষা কৰণৰ কাম অব্যাহত গতিত চলি থকাৰ ফলত কোচসকল ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰে। যোলশ শতিকাত

কোচসকল ক্ষমতাশালী হৈ উঠাৰ লগে লগে এই দেশৰ আদিম জাতিৰ মানুহবোৰে নিজকে কোচ বুলি পৰিচয় দিয়াৰ যি আগ্ৰহৰ উদ্ভৱ হ'ল, আৰু তেতিয়াৰ পৰাই মঙ্গোলীয় গোষ্ঠীৰ মানুহবোৰে নিজকে কোচ বুলি পৰিচয় দিয়াৰ যি এটা গতি চলি আছে, এইটো এতিয়াও অব্যাহত আছে। ফল স্বৰূপে আজি কোচ বুলিলে হিন্দু ধৰ্মত দীক্ষিত আদিম মঙ্গোলীয় জাতিৰ মানুহকে বুজিব লাগিব। এই কোচসকল আদিতে জড়োপাসক আছিল। কিন্তু ব্ৰাহ্মণসকলৰ সৌজন্যত হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ লগে লগে হিন্দুৰ আচাৰ ব্যৱহাৰ গ্ৰহণ কৰি পেলাইছে। এবাৰ স্বয়ং মহাদেৱে মহাৰাজ নৰনাৰায়ণক সপোনত দেখা দি মেচসকলৰ প্ৰথা মতেই সেৱা-পূজা কৰিবলৈ উপদেশ দিব লগা হৈছিল,—

প্ৰথম নিশাত দেখা দিলে সদাশিৱ।
আপোনাৰ নীতি এৰিলিহি কিয় ॥
কছাৰী মতে এভো কৰিয়ে নাচন।
তোৰ জয় হৈব কৈলো স্বৰূপ বচন ॥
এহি বুলি মহাদেৱ অন্তৰ্দ্ধান ভৈলা।
চেতনা লভিয়া ৰাজা সম্ভাৰ ছপাইলা ॥

আৰু তেতিয়াহে সোণকোষ নৈৰ পাৰত কছাৰীসকলৰ প্ৰথা মতে নাচৰ আয়োজন কৰিলে। অৱশ্যে এই কথাষাৰ প্ৰক্ষিপ্তও হব পাৰে।

সোণকোষ নদীৰ তীৰত থানা গাৰি।
পাতিলা নাচন যত আনিয়া কছাৰী ॥
হংস পাৰ মদ ভাত মহিষ শূকৰ।
কুকুৰা ছাগল উপহাৰ নিৰন্তৰ ॥
পাতিলে নাচন তথা মাদল বজাই।
সবাৰো মাজত তুলিলন্ত দেওধাই ॥
(দৰং ৰাজ বংশাৱলী)।

চিকনা ঝাৰৰ হাৰিয়া মণ্ডলৰ বংশধৰ বিচু (শিশু) কমতা-পুৰৰ অধীশ্বৰ হোৱাৰ লগে লগে বিশ্বসিংহ নাম লৈ কোচ বিহাৰলৈ ৰাজধানী স্থানান্তৰিত কৰে। তেতিয়া ব্ৰাহ্মণ পুৰোহিত বৰ্গ উপগ্ৰহৰ দৰে তেওঁৰ চাৰিওফালে গোট খাবলৈ আৰম্ভ কৰে আৰু তেওঁক ক্ষত্ৰিয় কুলৰ বুলি দেখুৱাবৰ কাৰণে পৰশুৰামৰ ক্ষত্ৰিয় নিধনৰ আখ্যান উদ্ভাৱন কৰে। এনে ধৰণৰ কাহিনী ইয়াতেই শেষ নহয়। ব্ৰাহ্মণ পুৰোহিতসকলৰ এই উদ্ভাৱিকা শক্তিৰ বলতে কাছাৰৰ কছাৰী ৰজাসকল পিতলেৰে সজোৱা প্ৰকাণ্ড গৰুৰ প্ৰতিমূৰ্তিৰ পেটত সোমাই হিন্দু ধৰ্মত দীক্ষিত হৈ মহাভাৰতৰ ভীমৰ বংশধৰ হ'ল, আহোম ৰজাসকল ইন্দ্ৰবংশী হ'ল।

আলেন চাহাবে ( B.C. Allen ) কোৱামতে অসমৰ বিভিন্ন জাতি বা সম্প্ৰদায়ৰ মাজত কোনো নিৰ্দিষ্ট সীমাৰেখা নাই। কিয়নো, কছাৰী সম্প্ৰদায়ৰ মানুহো প্ৰথমে কোচ, তাৰ পিছত কেওট আৰু কলিতা হৈ পিছলৈ সম্পূৰ্ণ কায়স্থ জাতিত পৰিৱৰ্তিত হবগৈ পাৰে।

গ্ৰিয়াৰছন চাহাবৰ মতে কোচসকলে পিছলৈ তেওঁলোকৰ আদি ভাষা কবলৈ এৰি অশুদ্ধ বঙালীত কথা কবলৈ আৰম্ভ কৰে। কোচসকলৰ সেই আদি ভাষা আদি বড়ো ভাষাৰ বাহিৰে কি ভাষা হব পাৰে। কোচ-কছাৰী-ৰাজবংশীক বাদ দি গোৱালপাৰা জিলাৰ কথা ভাবিব নোৱাৰি। আজিও গোৱালপাৰা জিলাৰ কোচসকলে যি ভাষাত কথা কয় তাৰ সৰহ ভাগেই বড়ো ভাষাৰ শব্দেৰে ভৰপূৰ। এই বড়ো ভাষা সমগ্ৰ অসম আৰু বঙ্গৰ কিছু অংশত বহুকাল ধৰি প্ৰচলিত আছিল। কালক্ৰমত দাতিকাষৰীয়া আৰ্য্য ভাষাৰ প্ৰভাৱত পৰি লাহে লাহে নিশ্চিহ্ন হৈ যোৱাৰ উপক্ৰম হয়। যি ভাষাৰ জৰিয়তে এই অঞ্চলৰ বিভিন্ন নদ-নদীৰ নামাকৰণ কৰা হৈছিল, সেই ভাষা ক্ৰমান্বয়ে নিস্তেজ হৈ পৰিল।

কোচসকলৰ কথা আলোচনা কৰিবলৈ যাওঁতে ৰাজবংশী-সকলৰ কথাও আহি পৰে। গেইট চাহাবৰ মতে জলপাইগুড়ি, কোচবিহাৰ, আৰু গোৱালপাৰা জিলাৰ ৰাজবংশীসকল মঙ্গোলীয় গোষ্ঠীৰ কোচসকলৰ বাহিৰে আন একো নহয়। কিছুমানে তেওঁলোকৰ গাৰ বৰণ সাধাৰণতঃ কলা কাৰণে অষ্ট্ৰো-এচিয়াটিক বা দক্ষিণ ভাৰতৰ দ্ৰাবিড়সকলৰ গোষ্ঠী ভুক্ত বুলি ভাবিব খোজে। কিন্তু ভাষা আৰু দেহৰ আকৃতিৰ পৰা চাবলৈ গলে মঙ্গোলীয় গোষ্ঠীৰ মানুহৰ লগতহে তেওঁলোকৰ মিল পোৱা যায়। কোচসকল হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছত পূৰ্বৰ আচাৰ-ব্যৱহাৰ আৰু ভাষা আদি এৰি আহিবলৈ ধৰে আৰু তাৰ পৰিবৰ্তে হিন্দুসকলৰ আচাৰ-ব্যৱহাৰ অনুকৰণ কৰি উত্তৰ বঙ্গৰ বঙালী বা অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ লয়। নতুনকৈ হিন্দু ধৰ্ম, আচাৰ-ব্যৱহাৰ আৰু ভাষা গ্ৰহণ কৰিব লোৱাত তেওঁলোক সাধাৰণতঃ এই বিষয়ত বেছি সাৱধানতা বা গোৰামীৰ ভাব প্ৰদৰ্শণ কৰিছিল। পিছে, স্বনামধন্য ৰজা বিশ্বসিংহ বা নৰনাৰায়ণৰ গৌৰৱোজ্জ্বল ইতিহাসো পাহৰিবপৰা নাছিল, আৰু সেই কাৰণে তেওঁলোকৰ, বংশধৰ হিচাবে নিজকে ক্ষত্ৰিয় কুলৰ ৰাজবংশী বুলি চিনাকি দি গৌৰৱবোধ কৰে। ক্ষত্ৰিয় শব্দৰ প্ৰকৃত অৰ্থ হৈছে ৰাজ্য, প্ৰজা আৰু কৃষ্টিক ক্ষতিৰ পৰা ত্ৰাণ কৰি বৃদ্ধিৰ পথত আগবঢ়াই নিয়া। সেয়ে কোচ-ৰাজবংশীসকলৰ ক্ষত্ৰিয়ত্ব দাবী সমীচিন।

গ্ৰিয়াৰছন চাহাবৰ মতেও হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছৰ পৰাই কোচসকল ৰাজবংশী বুলি জনাজাত হয়। এইটো স্বাভাৱিক, যিহেতু কোচ ৰাজন্যবৰ্গ হিন্দু ধৰ্মত দীক্ষিত হৈ হিন্দু ধৰ্মৰ শ্ৰেষ্ঠ পৃষ্ঠপোষক হৈ পৰে। গতিকে ৰজাক অনুসৰণ কৰি আনবোৰেও ৰজাৰ ধৰ্মকে গ্ৰহণ কৰি নিজক ৰাজবংশৰ বুলি পৰিচয় দিয়াৰ কাৰণে ৰাজবংশী বুলি চিনাকি দিয়াত অস্বাভাৱিকতা একো নাই। পিছে, হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছতো তেওঁলোকৰ পূৰ্বৰ আচাৰ-ব্যৱহাৰ,



বিশ্বাস বহুখিনি এৰিব পৰা নাছিল। ৰাজবংশীৰ মাজতো আকৌ যিসকল নিজৰ পূৰ্বৰ আচাৰ-ব্যৱহাৰ সম্পূৰ্ণৰূপে সংস্কাৰ কৰি শাস্ত্ৰৰ বিধানমতে হিন্দু ধৰ্মৰ আচাৰ-ব্যৱহাৰ মানি চলে, তেওঁলোকে নিজকে ক্ষত্ৰিয় বুলি চিনাকি দিবলৈ লয় আৰু বামুণসকলৰ দৰে লগুণো পৰিধান কৰে। তেওঁ-লোকে ব্ৰাহ্মণ পুৰোহিতৰ আশ্ৰয় গ্ৰহণ কৰি ব্ৰাহ্মণসকলৰ অনুকৰণত বৈদিক প্ৰথামতে বিয়া বাৰু আৰু গোত্ৰ প্ৰথা অৱলম্বন কৰে। অৱশ্যে কোচসকল আজি বহুলাংশে বৈদিক প্ৰথা অৱলম্বণ কৰি বৈদিক প্ৰভাৱেৰে প্ৰভাৱাণ্বিত হ'লেও ভাৰতৰ অন্যান্য আৰ্য্য গোষ্ঠীৰ লগত লীন হৈ যোৱা নাই। বাহ্যিক আচাৰ-ব্যৱহাৰত পৰিৱৰ্তন ঘটিলেও শাৰীৰিক গঠন কিছু পৰিমাণে হ'লেও অপৰিৱৰ্তিত থাকিল।

এইদৰে উত্তৰ বঙ্গ আৰু ব্ৰহ্মপুত্ৰ উপত্যকা ব্যাপি বসবাস কৰা 'কিৰাত' বড়োসকলে হিন্দু ধৰ্মৰ প্ৰভাৱত পৰি তেওঁলোকৰ নিজ ভাষা এৰি পুৰণি বঙালী বা পুৰণি অসমীয়া ভাষা গ্ৰহণ কৰে। আহোমসকল সকলো ক্ষেত্ৰতে নিজৰ ভাষা এৰি আৰ্য্য ভাষা গ্ৰহণ কৰে।

কলিতা জাতি সম্পৰ্কে ডঃ বাণীকান্ত কাকতিদেৱৰ মত এই যে, কলিতা জাতিৰ মানুহ অসমৰ চাবেক অধিবাসী নহয়। ব্ৰাহ্মণসকলৰ দৰে তেওঁলোকো পশ্চিমৰ মিথিলা, কনৌজ আদি ঠাইৰপৰা আহিছিল। কোচ জাতিৰ মানুহ যেতিয়াই কিম্বদন্তি বা ইতিহাসত উল্লেখযোগ্য অৱস্থানলৈ আহিছিল, তেতিয়াৰ পৰাই তেওঁলোকে 'কোলিতা' বা 'কোলতা' গুৰু পুৰোহিত মানি লোৱা দেখা যায়।

কোচ বা কছাৰী ৰজাসকলৰ অসমীয়া ভাষাৰ প্ৰতি পৃষ্ঠপোষকতা নুই কৰিব নোৱাৰি। আনকি কছাৰী ৰজা তাম্ৰধ্বজৰ ৰাণী চন্দ্ৰপ্ৰভাৰ কথামতে তেওঁৰ ন'ৰা সুৰদৰ্প নাৰায়ণৰ ৰাজত্ব কালত জনৈক ভুৱনেশ্বৰ বাসম্পতিয়ে নাৰদী পুৰাণ ৰচনা কৰিছিল। এইখন দেশ অসম, য'ত হিন্দু আৰু মঙ্গোলীয় সভ্যতাৰ মিলন ঘটিছে। এটাই আনটোৰ সভ্যতা অস্বীকাৰ কৰিব খুজিলে মহা ভুল কৰা হব।

0 0 0

# হুদুম পূজা

শ্ৰীশিবেন্দ্ৰ নাৰায়ন মণ্ডল

স্মৰণাতীত কালৰেপৰা অসমৰ পশ্চিম প্ৰান্ত তথা কমতা অঞ্চলত দীৰ্ঘস্থায়ী অনাবৃষ্টিৰ সময়ত বৰষুণ অনাৰ বাবে হুদুমদেৱৰ পূজা কৰা প্ৰথা চলি আহিছে। এই অঞ্চলৰ ৰাতি পূজাৰ নিচিনাকৈ "হুদুম পূজা"ও তিৰোতাসকলৰ নিজস্ব পূজা অনুষ্ঠান। গভীৰ নিশা কোনো নিৰ্জন নদীৰ পাৰত নাইবা লোকালয়ৰপৰা আঁতৰৰ প্ৰান্তৰত হুদুম পূজাৰ অনুষ্ঠান কৰা হয়। এই পূজা কৰাৰ বাবে এজোপা কলগছ, এটা জলপূৰ্ণ ঘট, এখন নতুন কুলা, ফেচু চৰাইৰ বাহ আৰু বেশ্যাৰ চুলি সংগ্ৰহ কৰা হয়। তদুপৰি ধুপাতি বাৰশইচ (বাৰ প্ৰকাৰ শষ্য) নৈবেদ্যৰ ফলমূল, গুড়, চেনি আদিও লাগে। হুদুম পূজাৰ কাৰণে এটি সন্তানৰ জননীৰ গাধোৱা পানী অপৰিহাৰ্য্য উপকৰণ। পূজাৰ কাৰণে নিৰ্দিষ্ট ঠাইডোখৰ পৰিষ্কাৰ পৰিচ্ছন্ন কৰাৰ পিছত তাত এটা গাঁত খন্দা হয় আৰু সেই গাতটোত বেশ্যাৰ চুলি, ফেচুলুকাৰ বাহ আৰু এটি সন্তানৰ মাকৰ গাধোৱা পানী ঢালি দিয়া হয়। ম্বাই পূজাৰিনীজনীয়ে উৰুলিৰ মাজেদি বিৱসনা হৈ কলগছডাল সেই গাঁতটোত পুতি দি নতুন কুলাখনৰ ওপৰত গা ধোৱে। তাৰ পিছত পুনৰ সমনাই দিয়া উৰুলিৰ মাজত কুলাত থকা পানী ঢালি হুদুমদেৱৰ প্ৰতীক কলগছ জোপাক গা ধুৱাই কলগছৰ গুৰিত ঘট স্থাপন কৰা হয়। ঘট স্থাপন কৰাৰ আগতে জলপূৰ্ণ ঘটটোত এযোৰ তামোল পাণ আৰু 'বাৰ শইচ' ৰখা হয়। ঘট স্থাপন কৰাৰ পিছত ধূপ, দীপ নৈবেদ্য আদি সজাই হুদুমদেৱৰ সন্তুষ্টি সাধনৰ কাৰণে পূজাৰিনী আৰু নাচনিসকলে উলঙ্গ হৈ নৃত্য-গীত কৰে।

এই পূজাত বিবাহিতা আৰু বিধবা তিৰোতাবিলাকেহে অংশ লয়, অবিবাহিতা ছোৱালীক হুদুম পূজাত অংশ গ্ৰহণ কৰিবলৈ দিয়া নহয়। কিয়নো হুদুম পূজাৰ নাচ গানত পূজাৰিনীসকলে স্বৰ্গৰ দেৱতাক মৰ্ত্যৰ মানুহৰ আসনত নমাই আনি "হুদুমদেৱৰ" মনোৰঞ্জন আৰু সন্তুষ্টি সাধনৰ কাৰণে লাস্যময় নৃত্য-গীত আদিৰ অনুষ্ঠান কৰে। মাজে মাজে আদি-ৰসাত্মক ভঙ্গীৰে হুদুমদেৱৰ প্ৰতীক কল গছজোপাক আলিঙ্গন কৰি নৃত্য কৰা হয়। তলত কেইটামান হুদুম পূজাত গোৱা গীত দিয়া হ'ল :

(ক)

হুদুম দেও হুদুম দেও
আমাক ফুটাক পানী দেও
আমাৰ দেশত নাই পানী
জীৱন ধৰি টানাটানি।

(খ)

হুদুম দেও হুদুম দেও,
এক ছলকা পানী দেও,
ছুয়ায় আছোং নাই পানী
ছুয়ায় ছুতী বাৰাবানি
কালা মেঘ ধওলা মেঘ,
মেঘ সোদৰ ভাই,
এক ঝাক্ পানী দেও
গাও ধুবাৰ যাই।

(গ)

আয়ৰে হাড়িয়া মেঘ আয় পৰ্বত ধায়া
তোক মেঘক বান্ধি থুইম, মাথাৰ কেশদিয়া,
আয়ৰে কালিয়া মেঘ, আয় পৰ্বত ধায়া
তোক মেঘক বান্ধি থুইম, গালাৰ হাৰ দিয়া।

(ঘ)

হুদুমেৰ ঘৰ গাত ভাই
কাৰোৰ দেখোং পানী নাই,
বইল পেটি মেঘৰে তুই খাটাম্বৰ
মোৰ গাও ধোৱা জল দেও,
জল পান কৰ ॥

(ঙ)

হুদুম হুদুমৰে
হুদুম কি কাম কৰেৰে—
কেশ দিয়া ঘৰ ছায়য়া
হুদুম ভিজি মৰে ৰে ।

এই হুদুম পূজাৰ সৃষ্টি বা উৎপত্তি সম্বন্ধে ভিন্নমত দেখা যায় । ডঃ অজয় কুমাৰ চক্ৰবৰ্তীয়ে তেওঁৰ "Literature in Kamata-Koch Raj Dardar" গ্ৰন্থত হুদুম পূজাক লিঙ্গ পূজাৰ (শিব পূজাৰ) ৰূপান্তৰ বুলি উল্লেখ কৰিছে । কিছুমানে এই অঞ্চলৰ হুদুম পূজাক কিৰাট জনগোষ্ঠীৰ মাইকী মানুহে কৰা বৃষ্টি বন্দনা বুলি অভিমত দিয়ে ।

ৰাজকুমাৰী নীহাৰ বৰুৱাই তেওঁৰ "নগ্নপূজা" শীৰ্ষক প্ৰবন্ধত 'হুদুমদেও' পূজাক মেঘদেৱতাৰ পূজা বুলি উল্লেখ কৰিছে । শ্ৰীমতী বৰুৱাৰ মতটোৱেই অধিকতৰ যুক্তি গ্ৰাহ্য বুলি কব পাৰি । কিয়নো প্ৰথমতে, যি উদ্দেশ্যে এই পূজাৰ সৃষ্টি নহওক কিয়, পিছৰ কালত 'হুদুম পূজা' মেঘদেৱতা বা ইন্দ্ৰ পূজাত ৰূপান্তৰিত হৈছে । হুদুম পূজাৰ এটি গীতত দেৱৰাজৰ (ইন্দ্ৰৰ) উল্লেখ পোৱা যায় । গীতৰ সংশ্লিষ্ট অংশ তলত দিয়া হল—

দেৱৰাজ যেইনা ঘাটে
দুৰ্বা তুলসী ভাসে,
যেইনা ঘাটে ঘিউয়েৰ বাতি জ্বলে
যেইনা ঘাটে ঢাকেৰ বাজনা বাজে
সেইনা ঘাটে নেও মোৰ পূজা দেৱৰাজ ।

[গোৱালপাৰা জিলাৰ হুদুম পূজা সাৰ্বজনীন নহয় ; ইয়াক বিশেষ কাৰণতহে আৰু সময়তহে অনুষ্ঠিত কৰা হয় । ই গোৱালপাৰা জিলাৰ সম্পূৰ্ণ স্বকীয়া কৃষ্টি । ভাৰতৰ দাক্ষিণাত্যৰ অংশ বিশেষত এনে ধৰণৰ সাদৃশ্য থকা পূজাৰ ব্যৱস্থা আছিল বুলি শুনা যায় ।]

* শব্দাৰ্থ :--দেল--দেৱতা ; ফুটাক--ফোটা বা টোপাল ; ছুৱায়-- চুৱা বা অপবিত্ৰ ; ধওলা--বগা বৰ্ণৰ ; হাড়িয়া-- বৰ্ণ বিশেষ ; ছায়য়া--চাউনি দিয়া ; ভিজি--তিতি । সম্পাদক--

0 0 0





# মাৰৈ পূজাৰ থলুৱা ৰূপ

শ্ৰীজীৱন সিংহ

মনসা বা বিষহৰি পূজাই গোৱালপাৰা জিলাৰ কিছুমান বিশেষ গৃহস্থৰপৰা বিশিষ্ট আসন লাভ কৰি আহিছে । মনসাৰ ভক্ত গৃহস্থৰ ঘৰত থকা দেৱী মনসাৰ পূজাৰ ঘট এটিয়ে ইয়াৰ জ্বলন্ত নিদৰ্শন । পূজাৰ আদি অংশতে কৰা হয় ঘট-পূজা । এই ঘট-পূজাৰ দিনা মনসা-কীৰ্তন গায়ক-সকলৰে সৈতে সমদল যাত্ৰাৰে গৃহস্থজনে নৈ বা পুখুৰীলৈ গৈ সেই নৈ বা পুখুৰীৰ পানীত এবাৰ ডুবিয়েই ঘটটি পানীৰে পূৰ্ণ কৰি লৈ আহে । গোৱালপাৰা জিলাত এই ঘট বিষহৰিৰ ঘট বুলি জনাজাত । কিন্তু মনকৰিবলগীয়া যে অইনদিনা নহ'লেও সেই দিনাৰে পৰা পূজাৰ কেইদিন গৃহস্থজনক বোলা হয় 'মাৰেয়া' । গোৱালপাৰাত প্ৰচলিত মনসা গীতৰ জাগৰণী গীতত মাৰেয়াকো জগাই তোলা হয় । আনহাতে গৃহস্থক গোৱালপাৰা কোচবিহাৰ আৰু ৰংপুৰ জিলাত 'মাৰেয়া' বোলে । সেয়ে মাৰেয়াৰ মনসা পূজা বোলা হয় 'মাৰৈ পূজা' (গাৰ্হস্থিক পূজা) । দৰঙৰফালে এই মাৰেয়া শব্দটোৱে গৈ 'মাৰিয়া' হৈছে গৈ । সেয়ে হ'লে মাৰেয়াৰ পূজাই যে মাৰৈ পূজা তাক স্পষ্ট বুজা যায় :

"তুষ্ট হয়া ব্ৰহ্মাণী মাৰিয়াক বোলে বাণী
ধন-জন বাঢ়িব অপাৰ ।"

* * *

"তুষ্ট হৈয়া পদ্মাৱতী দেখা দিলা তাৰ ।
থাপনাত বসিয়া মাৰিয়াক দিলা বৰ ॥"

বণিক চন্দ্ৰধৰো আছিল এজন গৃহস্থ বা গাৰ্হস্থ আশ্ৰমী, এজন শৈৱ । অথচ গৃহস্থৰ দেৱী মনসাক পূজা নকৰি, পূজা-অৰ্চনা কৰে শিৱক । এইখিনিতেই আহি পৰিল চন্দ্ৰধৰৰ ওপৰত মনসাৰ আক্ষেপ । পৰিণতিত গৃহস্থ চন্দ্ৰধৰে মনসাক পূজা নকৰি নোৱাৰিলে । কিন্তু এই মনসা বা বিষহৰি কোন ? মনসা গীত বা পদ্মা-পুৰাণত পোৱা যায় মনসা চণ্ডিকাৰে এক অভিব্যক্তি । তেন্তে মনসা পূজা হৈছে শক্তি-পূজা । পিছে চন্দ্ৰধৰ হৈছে শৈৱ । সেয়ে মনসাৰ আখ্যানৰ অন্তৰালত দেখা যায় শৈৱ-শাক্তৰ সংঘৰ্ষ । সেয়ে যদি হয় এই সংঘৰ্ষৰ কাৰণ ? প্ৰত্যুত্তৰত কব পাৰি, শিৱ হৈছে বৈষ্ণৱ । শিৱৰ বৈষ্ণৱত্ব ? —দাক্ষায়নী যেতিয়া শিৱৰ পত্নী, তেতিয়া শিৱ বদ্ধ-জীৱ মাত্ৰ । দক্ষযজ্ঞত শিৱে সতীক নিমন্ত্ৰণ নোপোৱাকৈ পিতৃগৃহত যাবলৈ নিদিয়ে ; কিন্তু সতীয়ে শিৱৰ কথা অগ্ৰাহ্য কৰি দক্ষযজ্ঞত গৈ প্ৰাণত্যাগ কৰিলে । তেতিয়া শিৱে বুজিলে,—প্ৰকৃতি তেওঁৰ বশীভূতা নহয়, কৰ্তব্য উপস্থিত হ'লে প্ৰকৃতিয়ে সকলো সম্বন্ধ ছিঙি দিব পাৰে । তেতিয়াহে তেওঁ শক্তিক প্ৰকৃততে চিনিব পাৰিলে,—শক্তি জ্ঞান উপস্থিত হ'ল । মহাযোগত শিৱ ধ্যানস্থ হ'ল । ইফালে দাক্ষায়নী হিমালয়ৰ ঘৰত গৌৰীৰূপে জন্মগ্ৰহণ কৰি শিৱক পতিৰূপে পাবলৈ শিৱৰ অৰ্চনা কৰিবলৈ ধৰিলে । শিৱে ভ্ৰূক্ষেপও নকৰিলে । যিজনে এদিন সতীৰ মৃতদেহ কান্ধত লৈ ত্ৰিলোক ভ্ৰমিছিল, তেৱেঁই সেই হেৰোৱা মাণিক সতীক পাইও ভ্ৰূক্ষেপ কৰা নাই । গৌৰীয়ে দেৱতাসকলৰ সাহায্যত মদনৰ হতুৱাই ধ্যানভঙ্গৰ চেষ্টা কৰিলত মদন ভষ্ম হৈ গ'ল । শিৱে শক্তিক পত্নীৰূপে দাসীৰ দৰে গ্ৰহণ কৰি ব্ৰহ্মৰ সানন্দত নিমগ্ন হ'ল । তেতিয়া শিৱ হৈ পৰিল বৈষ্ণৱ । দেখা যায়, জীৱ যিমান দিন মায়াৰ অধীন, সিমান সি বদ্ধজীৱ । যেতিয়া সেই বদ্ধজীৱ প্ৰকৃতিৰ বাহমুক্ত হবলৈ সাধনা কৰে, সি হয় শাক্ত । যেতিয়া মায়ামুক্ত হৈ প্ৰেমৰস মাধুৰ্য্যত নিমগ্ন হয়, তেতিয়া সি বৈষ্ণৱ । অতএৱ শাক্ত নহ'লে কোনেও বৈষ্ণৱৰ অধিকাৰ লাভ কৰিব নোৱাৰাই শৈৱ-শাক্তৰ সংঘৰ্ষ । ইফালে প্ৰতিজন গৃহস্থই মায়াপাশত আৱদ্ধ হৈছে প্ৰকৃতিৰ কঠিন শৃঙ্খল, মায়াৰ মোহিনী শক্তি ৰমণীৰ দ্বাৰা । সেই ৰমণীক আত্মশক্তিত লীন

## HAPPY NEWS FOR AUTHORISED AGENTS

### COMMISSION GOES UP

The existing rate of commission of Authorised Agents increased from 1.75 per cent to 2.5 per cent.

Similarly the rate of commission admissible to the Mahila Pradhan increased from 3 per cent to 4 per cent.

The first three top-most Authorised Agents in Assam during 1975-76 with their collections and earned commissions are as follows :

| Sl. No. | Name | Amount of collection | Commission earned |
|---|---|---|---|
| 1. | Smti. Anima Roy Choudhury, Ulubari, Gauhati-781007. | Rs. 22,99,300/- | Rs. 40,254.74 in 75-76 |
| 2. | Shri B. K. Roy Choudhury, Silchar. | Rs. 17,93,400/- | Rs. 31,385.72 in 75-76 |
| 3. | Shri Ramesh Chandra Saha, Station Road, Karimganj. | Rs. 10,73,050/- | Rs. 18,778.36 in 75-76 |

Incentive Prizes awarded to Authorised Agents and Pay Roll Group Leaders in 1975-76 in Assam are as follows :—

| | | | | |
|---|---|---|---|---|
| (a) | State Level Prizes :— First Prize .. | Rs. | 1,000/- | one prize. |
| | Second Prize .. | Rs. | 600/- | one prize. |
| | Third Prize .. | Rs. | 400/- | one prize. |
| (b) | District Level Prizes .. .. | Rs. | 350/- | nine prizes. |
| (c) | Sub-Divisional Level Prizes .. .. | Rs. | 300/- | eighteen prizes. |
| (d) | State Level Prize to top-most Mahila Pradhan. Agent (Smti. Rezia Begam) Sibsagar. .. .. | Rs. | 300/- | one prize. |
| (e) | (i) Fertilizer Corporation of India, Namrup | Rs. | 400/- | one prize. |
| | (ii) Tocklai Experimental Station, Jorhat. | Rs. | 350/ | one prize. |
| | (iii) Gauhati Refinery, Noonmati .. | Rs. | 300/ | one prize. |
| | (iv) Oil and Natural Gas Commission, Sibsagar | Rs. | 200/ | one prize. |

[ Issued by the Director, Small Savings, (Govt. of Assam), Pub Sarania, Gauhati-3 ]



কৰিব নোৱাৰিলে, শক্তি আত্মভূত নহয় আৰু জীৱৰ পূৰ্ণতা আহিব নোৱাৰে। সেয়ে প্ৰতিজন গৃহস্থই শক্তিক আত্মভূত কৰি জীৱৰ পূৰ্ণতা অৰ্থাৎ বৈষ্ণৱত্ব লাভ কৰাত যি শক্তি মনসাৰ পূজা সেয়ে মাৰৈপূজা ফলকথা : মাৰেয়াৰ (গৃহস্থৰ) পূজাই মাৰৈ পূজা।

সম্ভৱতঃ এসময়ত মনসাপূজক বা শক্তি পূজকসকলে কিছুমান পাৰত গজা বৈষ্ণৱ সম্প্ৰদায়ৰ পবাহে বাধাপ্ৰাপ্ত হোৱাত অথবা সেই সময়ত সমাজত প্ৰচলিত ধৰ্মান্ধতা দূৰ কৰণাৰ্থেই এই ৰূপকধৰ্মী কাল্পনিক আখ্যানৰ অভ্যুত্থান। উল্লেখ কৰিব পাৰি যে এই আখ্যানৰ কোনো নিশ্চিত ঐতিহাসিক নিদৰ্শন এতিয়ালৈ পোৱা নাই। চান্দোৰ মেৰঘৰ বুলি ছয়গাওঁৰ বালা-সিধিত যি শিলৰ আৰু ইটাৰ মেৰ এটা আছে, সেইতো হয়তো কোনো মন্দিৰৰ ধ্বংসাৱশেষো হব পাৰে। বঙ্গদেশ আৰু অসমৰ পণ্ডিতসকলে ঘটনাৰ পটভূমি নিজ নিজ দেশৰ ভিতৰত সন্ধেদ দিব খুজিছে যদিও নিশ্চয়তালৈ আহিব পৰা নাই। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে বঙ্গদেশ আৰু অসমৰ গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাত যেতিয়া মনসা পূজা আৰু গীতে প্ৰাধান্য লাভ কৰে ; তেতিয়া গায়ক আৰু কবিসকলে নিজ নিজ দেশ বা ঠাইত ঘটনাৰ পটভূমি ৰূপায়িত কৰিবলৈ চেষ্টা কৰে ; অথবা এনেও হব পাৰে যে ঘটনাৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ আখ্যানৰ সৈতে মিল থকা কিছুমান ঠাই নৈ আদিৰ নাম সন্নিবিষ্ট হয়।

এতিয়া কথা হ'ল এই কাহিনী যদি ৰূপকধৰ্মী কাল্পনিক আখ্যানেই হয় তেন্তে শক্তিৰ অধিষ্ঠাত্ৰী মনসাৰ বৈষ্ণৱীত্ব আৰু মনসা চণ্ডীৰ বিৰোধ ? ইয়াৰ উত্তৰত কব পাৰি যে শক্তিক আত্মভূত কৰি জীৱৰ পূৰ্ণতাৰ আদৰ্শৰ বাবেই মনসাৰ, জীৱৰ বাঞ্ছিত বৈষ্ণৱীত্ব আৰু মনসা-চণ্ডীৰ আত্মবোধ।

"যস্মাদ্বিশ্বমিদং সৰ্ব্বং তস্য শক্ত্যা মহাত্মনঃ ।
তস্মাদেৱোচ্যতে বিষ্ণুৰ্বিশধাতোঃ প্ৰবেশনাৎ ॥"

বহলাৰ্থত শক্তিৰ অধিষ্ঠাত্ৰী চণ্ডিয়ে মনসা আৰু মনসা বা চণ্ডিয়ে যিমানদিন আত্মভূত হৈ পূৰ্ণতা লাভ কৰিব পৰা নাই, সিমানদিন মনসা-চণ্ডীৰ বিৰোধ। অতএৱ নিজেই নিজৰ



বৰবজী প্ৰসিদ্ধ বানৰজাৰ গড় (অভয়াপুৰী)

বিৰুদ্ধাচৰণ কৰি আত্মবিস্মৃত হৈ সতীৰ বিৰহত উদ্বাউল অবৈষ্ণৱ শিৱৰ অৱস্থাটোকে সূচায়। অৱশেষত আত্মভূত আৰু আত্মজ্ঞানী চণ্ডীয়ে মনসা-অভিব্যক্তি বৈষ্ণৱী। ফলিতাৰ্থ, শাক্তৰ পিছতহে বৈষ্ণৱত্ব আহিব পাৰে।

সম্ভৱতঃ পূৰ্ব ভাৰতৰ অনাৰ্য্য জনসমাজত তেতিয়াৰ বিশেষকৈ কোচ ৰাজত্বৰ আৰু তাৰ আগৰ-পিছৰ ৰজা-মহাৰাজা-সকলে আমদানি কৰা ব্ৰাহ্মণাদি আৰ্য্য পণ্ডিতসকলে অনাৰ্য্যৰ এক্কাৰ সমাজত আৰ্য্যৰ দেৱ-দেৱীৰ ধ্যান-ধাৰণাৰে পোহৰাবৰ প্ৰচেষ্টা কৰে আৰু তাৰেই ফলস্বৰূপে অভক্তৰ পৰা পূজা অৰ্চনা আদায় কৰিব পৰা বিভৎস ৰূপৰ অপূৰ্ব সমাবেশেৰে মনসা বা বিষহৰি পূজাৰ প্ৰাধান্য দেখা যায় পূৰ্ব ভাৰতত। সেয়ে হয়তো মনকৰেও প্ৰণাম কৰিলে পূৰ্ব ভাৰতৰ কমতাৰাজক—'কমতাইৰ ৰজা বন্দো, ৰাজা জল্পেশ্বৰ।' কমতা ৰাজ্যৰ ভিতৰতো আকৌ বৰ্তমান গোৱালপাৰা জিলাতেই এই পূজাৰ কেন্দ্ৰবিন্দু স্থিত যেন লাগে-মনসা পূজাৰ উখল—মাখল, প্ৰাধান্য, প্ৰভাৱ আৰু গুৰুত্বলৈ চাই।

গোৱালপাৰা জিলাত মনসা পূজাত দুবিধ গীতৰ প্ৰচলন আছে—পদ্মপুৰাণ আৰু মুখপুৰাণ। পদ্মপুৰাণ লিপিবদ্ধ গীত আৰু মুখ পুৰাণ হৈছে গুৰুৱে শিষ্যক মুখে মুখে স্মৃতি শক্তিৰ প্ৰভাৱত শিক্ষা দিয়া গীত। মুখপুৰাণৰ আখ্যানৰ মূল জঁকাটো পদ্মপুৰাণৰ যদিও ঠাই বিশেষে ফালৰি কাটি সুঁতিৰ সৃষ্টি হোৱাও দেখা যায়। অনুমান কৰিব পাৰি, আদিতে মনসা-গীত মানুহৰ মুখে মুখে চলি আহিছিল আৰু সেয়ে সেই আদিম অৱস্থাটোৰ সাক্ষী হৈ ৰৈ আছে মুখপুৰাণ। সাধাৰণতে মুখ-পুৰাণৰ গীতৰ মাজত দেখা যায় নগ্নতা অথচ মুকলিমূৰীয়া ভাৱৰ ৰূপ আৰু পদ্মপুৰাণত দেখা যায় গাম্ভীৰ্য্য আৰু মাৰ্জিত অৱস্থা এটা; মুখপুৰাণৰ নগ্নতা অথচ মুকলিমুৰীয়া ভাৱৰ পৰি লক্ষিত হয় মনবাৰী কাব্যত।

এইদৰে গোৱালপাৰাত প্ৰচলিত মনসা পূজাৰ দুয়োবিধ গীতৰ মাজেৰে মনসা পূজা তিনিভাগে বিভক্ত হৈছে,—(ক) কীৰ্তন (খ) লাখল বা দেৱীয়া আৰু (গ) গোটা মাৰৈ।

(ক) **কীৰ্তন :** কীৰ্তনত মাৰৈ পূজাৰ জাক-জমকতা নাই বুলিলেই হয়। কীৰ্তনৰ দ্বাৰা গৃহস্থই কেৱল দেৱী মনসাৰ সাধাৰণ পূজাৰে নিজৰ কৰ্তব্য বা দায়িত্বখিনিহে পালন কৰা দেখা যায়। এই পূজাত হাৰেয়াৰ ঘটৰ উপৰিও কুহিলাৰ এটা টেপাৰি প্ৰস্তুত কৰা হয়। টেপাৰিটো এখলপীয়া আৰু চাৰিচাল বিশিষ্ট। টিঙত এটি পদুমফুল সজ্জিত থকা দেখা যায়। কীৰ্তনত মনসা গীতৰ সৃষ্টি পত্তনকে আদি কবি কলাবতীৰ মনসা-পূজালৈকে গোৱা হয়।

(খ) **লাখল বা দেৱিয়া মাৰৈ :** কীৰ্তনতকৈ লাখল বা দেৱীয়া মাৰৈত জাক-জমকতা কিছু দেখিবলৈ পোৱা যায়। ইয়াত টেপাৰিৰ উপৰিও কুহিলাৰেই তৈয়াৰী খলপীয়া ত্ৰিশূল আকৃতিৰ মজুচ (মজুচ<মজুস<মঞ্জুস) স্থাপন হয়। মজুচৰ টিঙত সৰ্পফণা আৰু সন্মুখৰ দেৱী বিষহৰি বিৰাজ কৰে। এই মজুচত সকলো দেৱ-দেৱীকে সঞ্চাৰ কৰা হয়। লাখল মাৰৈত স্বাভাৱিকতে আৱন্তণিৰপৰা হাচান-হোচেনে সমনসাক পূজা কৰা আখ্যান ভাগলৈকে গোৱা হয়।





(গ) **গোটা (সম্পূৰ্ণ) মাৰৈ :** গোটা মাৰৈত মনসা পূজাৰ পূৰ্ণ পয়োভৰ বিৰাজিত। ইয়াত যোৰ মজুচ্ অৰ্থাৎ দুটা মজুচৰে সৈতে মধ্যৱৰ্তী এটি টেপাৰি মণ্ডপত স্থাপন কৰা হয়। গোটা মাৰৈত দুবিধ মজুচ্ প্ৰচলিত। এবিধ হৈছে তিনিখলপীয়া ত্ৰিশূল আকৃতিৰ টিঙত সৰ্পফনা আৰু সন্মুখত দেৱীমূৰ্তি বিৰাজিত, আনবিধ হৈছে ডুম্বৰু আকৃতিৰ চাৰিখলপীয়া টিঙত সৰ্পফণা আৰু সন্মুখত দেৱীমূৰ্তিৰে চালে চকুৰোৱা। দুয়োটা মজুচত লাখল মাৰৈৰ মজচৰ দৰে সকলো দেৱ-দেৱীকে সঞ্চাৰ কৰা হয়। গোটা মাৰৈত স্বৰ্গাৰোহন আখ্যানভাগৰ বাহিৰে গীতৰ আটাইখিনি অংশ গোৱা হয়। স্বৰ্গাৰোহন সকলো গৃহস্থৰ ঘৰত গোৱা নহয়। কথিত আছে বিজনী ৰজাৰ ৰাজ-ধানী অভয়াপুৰীৰ ওচৰত ডুমুৰীয়াত থাকোতে ৰজাৰ ঘৰত মাৰৈ পূজা হয়। গীতাল আছিল গুৰু গণসিং গীতাল আৰু শিষ্য মানসিং গীতাল আৰু সহযোগী শিল্পীসকলে যেতিয়া মাৰৈ পূজাৰ অন্ত পেলায়, তেতিয়া ৰজাই গীতালহঁতক আৰু গীত আছে নে নাই সুধিলত গীতাল গণসিং আৰু মানসিঙে ক'লে যে গীত আৰু আছিল যদিও সেইখিনি সাধাৰণতে গৃহস্থৰ অপকাৰ হয় বুলি গোৱা নহয়। ৰজাই টানি ধৰিলত গায়ক-বৃন্দই অৱশিষ্ট গীতাংশ আৰম্ভ কৰিলে। এই গীতাংশই স্বৰ্গা-ৰোহণ অংশ। এইদৰে গায়কসকলে এটি পদ গাই লেছাৰি আৰম্ভিলত ৰাজধানীৰ কোনো এটি গৃহত অগ্নিকাণ্ড হয়। তাৰেপৰা ৰজাই গীতাল গণসিং আৰু মানসিঙক স্বৰ্গাৰোহন খণ্ড নৈত উটুৱাই দিবলৈ কয়। ৰজাই ভাবিলে যে তেওঁৰেই যদি ক্ষতি হব পাৰে সাধাৰণ মানুহৰ আৰু ক্ষতি হব পাৰে। আনহাতে আন গীতালেও ইয়াৰ সদ্ব্যৱহাৰ নেজানিব পাৰে। ৰজাৰ কথামতে গীতালসকলে কাম কৰে। গণসিং গীতাল আৰু মানসিং গীতাল উল্লিখিত ৰাজবংশৰ স্থায়ী বংশানুক্ৰমিক গীতাল আছিল আৰু এইদৰে গণসিং গীতালৰ বংশটোৱে গীতাল উপাধি লাভ কৰে। বৰ্তমানে গীতাল বংশৰ লোক ৰঘুনন্দন পুৰত অৱস্থিত আৰু মনসা-গীত এতিয়াও এই বংশটোৱে গাই ফুৰে।

গোৱালপাৰাৰ জনজাতি লোকৰ মাজত প্ৰচলিত মনসা-পূজাৰ এটি প্ৰধান আকৰ্ষণ হৈছে দেওধনী নাচাই, যাৰ অন্যতম আকৰ্ষণ হল দেওধনী নৃত্য। জনজাতিসকলে স্বাভাৱিকতে লাখল মাৰৈ আৰু গোটা মাৰৈত দেওধনী নৃত্য প্ৰদৰ্শন কৰে। লয়হীন দেওধনীনৃত্যত দেওধনীৰ গাত গোসানী লম্ভাৰ পিছত দেওধনীয়ে মুকলি চুলিৰে উন্মত্তভাৱে নৃত্য প্ৰদৰ্শন কৰে। পূজাৰ বহিৰঙ্গ দেওধনী নৃত্য মনসাৰ শাস্ত্ৰীয় পূজাৰ সৈতে সম্পৰ্কহীন। কিন্তু উল্লেখযোগ্য যে দেওধনী হব পাৰে আজীৱন অবিবাহিতা তিৰোতাইহে। অসমৰ কিছুমান দেৱমন্দিৰত প্ৰচলিত দেৱ-দাসীৰ সমতুল্য নটিনী-গোৱালপাৰাৰ জনজাতিৰ এই দেওধনী। দেওধনী মাৰৈত যি মজুচ প্ৰচলিত হয় সেই মজুচত কিবা ত্ৰুটি-বিচ্যুতি থাকিলে অৰ্থাৎ শিল্পীয়ে মজুচ নিৰ্মাণ কৰোতে কিবা ভুল হ'লে দেওধনীয়ে তাক তৎক্ষণাৎ ধৰিব পাৰে আৰু দেও-ধনীয়ে সেই মজচ ধ্বংস কৰাও দেখা যায় আৰু তেতিয়া গৃহস্থই নতুনকৈ মজুচ নিৰ্মাণ কৰি নতুন পূজা দিবলগীয়া হয়। আনহাতে গৃহস্থৰ অমঙ্গল নিশ্চিত। সেয়ে দেওধনী মাৰৈত এবিধ বিশেষ মজুচ্ প্ৰচলিত দেখা যায়। এই মজুচৰ বিশেষ তাৎপৰ্য্য হৈছে ইয়াত অঙ্কিত নাগফাঁচ (নাগপাশ)। শিল্পীয়ে অঙ্কন কৰা নাগফাঁচত দেখা যায় চিত্ৰশিল্পৰ অপূৰ্ব কৌশল। ইয়াক সকলো শিল্পীয়ে আঁকিব নোৱাৰে। এটি সৰ্পৰে বহুতো ফাঁচ (গাঠি) দি মূৰ আৰু নেজ সংলগ্ন স্থানৰ ওপৰত আকৌ অৱস্থান কৰে-সৃষ্টি কৰ্তা ব্ৰহ্মা। এই নাগফাঁচৰ ওপৰত ব্ৰহ্মা অঙ্কিত থকাৰ কাৰণে মজুচত যদি কিবা দোষ-ত্ৰুটিও শিল্পীৰ ৰৈ যায়, দেওধনীয়ে তেনে মজুচক শুদ্ধ বুলিয়ে কোনো অপৰাধ নধৰে বা ধৰিব নোৱাৰে।

পূজাৰ শেষত মজুচ আৰু টেপাৰি বিদায়ী গীতৰে পূজা মণ্ডপৰ পৰা আতৰাই নৈ, পুখুৰী বা তেনে কোনো ঠাইত পেলোৱা হয়। ইয়াক ভাগানী বোলে। তাৰ পিছত গৃহস্থই পূজাৰ আদিতে স্থাপন কৰা বিষহৰিৰ ঘটটি মূৰত তুলি লৈ ভৰাল ঘৰ আদিত ৰাখে ; য'ত ই পৱিত্ৰতাৰে আৰু নিৰাপদে থাকিব পাৰে। বিবাহ আদি মাঙ্গলিক কাৰ্য্যত গৃহস্থই সেই ঘট-পূজাৰে বিষহৰি বা মনসাক পূজা নকৰি নোৱাৰে। মনসা-পূজাত মূৰ্তিপূজাৰ প্ৰচলন নাই। যদি কৰবাত দেখা যায় সেয়া আধুনিক আৰু বিশেষকৈ বঙালী গৃহস্থতহে দেখা যায় আৰু ই বঙালীসকলৰহে প্ৰভাৱ।

এইদৰেই মনসা আখ্যানে বাঁশীপুৰাণ আৰু পুতলা নাচতো প্ৰভাৱ বিস্তাৰ কৰি গোৱালপাৰা জিলাৰ গৃহস্থসকলৰ ওপৰত প্ৰাধান্য লাভ কৰি বিশেষ আসন অধিকাৰ কৰি আহিছে। ই শাক্তসকলৰ গৃহ দেৱীৰূপেও পূজিত হৈ থাকে।

[ এই প্ৰবন্ধটি যুগুত কৰোতে (১) গোৱালপাৰা জিলা সংস্কৃতি সংৰক্ষণ স্মৃতি গ্ৰন্থ ; (২) মনসাকাব্য আৰু (৩) শ্ৰীঅমিয় চৰকাৰৰ কোচ-ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি আদি কেবাখনো কিতাপৰ সহায় লোৱা হৈছে।—লিখক ]

এটি পৰ্য্যালোচনা

# গোৱালপাৰা জিলাৰ ভাষা

শ্ৰীদ্বিজেন নাথ

প্ৰত্যেক ভাষাৰে দুটাকৈ স্বকীয়া ৰূপ আছে ; তাৰে এটা মান্য ৰূপ (লিখিত ৰূপ) আৰু আনটো অমান্য ৰূপ (কথিত ৰূপ)। কথিত ভাষাটোক ভাষাবিদসকলে এটা বেলেগ নাম দিছে। তাৰ নাম উপভাষা। কিন্তু যি নামেৰেই পৰিচিত নহওক এই মান্যভাষা আৰু উপভাষা কোনোটোৱে ভাষাবিদসকলৰ বাবে নিম্ন, অশুদ্ধ অথবা বেয়া নহয়। কাৰণ মান্য ভাষা বে কিবা বেলেগ ভাষা তেনে নহয় ; "আন উপভাষা কোৱা লোকসকলৰ ওপৰত যিটো উপভাষা প্ৰসাৰিত হয় তাৰ নাম মান্যভাষা।"

ভাষাবিদসকলে অসমীয়া ভাষাৰ উপভাষাক ঘাইকৈ দুটা ভাগত বিভক্ত কৰিছে : এটা পূব বা উজনি অঞ্চলৰ আৰু আনটো পশ্চিম বা নামনি অঞ্চলৰ উপভাষা। নামনি অঞ্চলৰ উপভাষাটোৰ আকৌ দুটা স্বকীয়া ৰূপ : এটা কামৰূপ জিলাৰ কামৰূপী উপভাষা আৰু আনটো গোৱালপাৰা জিলাৰ গোৱালপৰীয়া উপভাষা। কামৰূপী ভাষা সম্বন্ধে বিজ্ঞান সম্মত আলোচনা হৈছে ; কিন্তু গোৱালপৰীয়া ভাষা সম্বন্ধে **বিশেষ** আলোচনা হোৱা নাই।

**গোৱালপৰীয়া উপভাষা**

অসমৰ প্ৰখ্যাত ভাষাবিদ ডঃ বাণীকান্ত কাকতিৰ মতে "গোৱালপাৰা জিলাৰ কথিত ভাষাৰ লগত 'ৰাজবংশী' উপভাষাৰ যথেষ্টৰূপে সংমিশ্ৰণ হৈছে।" এই মত সমৰ্থন কৰি ডঃ উপেন্দ্ৰনাথ গোস্বামীয়েও গোৱালপৰীয়া উপভাষাটোক 'মিশ্ৰিত ভাষা' অৰ্থাৎ 'ৰাজবংশী ভাষা'ৰ লগত হোৱা স্থানীয় ভাষাৰ মিশ্ৰিত ৰূপ বুলি মন্তব্য কৰিছে। আনহাতেদি ভাষাবিদ পণ্ডিত গ্ৰীয়াৰ্চনে গোৱালপৰীয়া উপভাষাক 'বিশুদ্ধ ৰাজবংশী' ভাষা বুলি মন্তব্য কৰিছে। কিন্তু গ্ৰীয়াৰ্চনৰ এই মত যুক্তিৰে খণ্ডন কৰে গোৱালপৰীয়া লোক সংস্কৃতিৰ অন্যতম গৱেষক ডঃ বীৰেন্দ্ৰনাথ দত্তই। এই কথ্যভাষাক গোৱালপৰীয়াসকলে কোৱা 'দেশী কথা' বা গোৱালপৰীয়া ভাষা বুলিহে মানি লৈছে। শ্ৰীশুভানন্দ চক্ৰৱৰ্তীৰ মতেও এই কথ্য ভাষাটো হ'ল দেশী ভাষাৰে গোৱালপৰীয়া, চিন্তাশীল লিখক শ্ৰীকালিন্দ্ৰ নাথৰ মতে এই উপভাষাটো ক্ৰমে ৰাকৰা, কামৰূপী আৰু ৰাজবংশী। আন এগৰাকী গোৱালপৰীয়া লিখক শ্ৰীঅম্বিকা চৰণ চৰকাৰে তেখেতৰ "ৰত্নপীঠত এভুমুকি" নামৰ গ্ৰন্থত এই উপ-ভাষাটোক ৰত্নপীঠৰ নিজস্ব ভাষা বুলি কৈছে যদিও, সেই একেখন গ্ৰন্থতে নহয়—'কোচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি' নামৰ পৰৱৰ্তী সময়ৰ পুথিখনতো গোৱালপৰীয়া লোকগীতক ৰাজ্যিক ৰাজবংশী ভাষাৰ গীত বুলিও উল্লেখ কৰিছে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে যোগীনিতন্ত্ৰত এই ভাষাটোক 'কুবাচ' বুলি কোৱাত শ্ৰীচৰকাৰে ক্ষোভ প্ৰকাশ কৰিছে।

আনহাতেদি ডঃ দত্তৰ মত ডঃ গোস্বামীয়ে মানি লবলৈ টান পাইছে। অৱশ্যে এই কথ্য ভাষাৰ ওপৰত দাঙি ধৰা ভালেমান মন্তব্যৰ ওপৰত ভিত্তি কৰি তেখেতে ইয়াক 'কথিত ভাষা' বুলি তেখেতৰ পশ্চিম অসমৰ ভাষা নামৰ প্ৰবন্ধৰ এঠাইত উল্লেখ কৰিছে আৰু সেই একেটা প্ৰবন্ধতে ৰাজবংশী আৰু কামৰূপী ভাষাৰ শব্দগত আৰু ৰূপগত সাদৃশ্যৰ জৰিয়তে গোৱালপৰীয়া কথ্যভাষাক ৰাজবংশী ভাষা বুলি প্ৰমাণ কৰিব বিচাৰিছে। মুঠতে দেখা গ'ল যে গোৱালপৰীয়া কথ্যভাষাৰ এটা গ্ৰহণযোগ্য নামাকৰণত মতদ্বৈধতা আছে।

### গোৱালপৰীয়া কথ্য ভাষাৰ আঞ্চলিক নাম

গোৱালপৰীয়া কথ্যভাষাৰ ভালেমান আঞ্চলিক নাম আছে। সেইবোৰৰ ভিতৰত আগিয়া অঞ্চলৰ নামদানীয়া, মৰনৈ-দলগোমা, ডুবাপাৰা আৰু চৌটাকী নয়াগাওঁ অঞ্চলৰ উগীয়া, কৃষ্ণাই অঞ্চলৰ হাবাৰাঘাটিয়া, গৌৰীপুৰ, চেপচেপী অঞ্চলৰ ঘুল্লীয়া, শালকোচা অঞ্চলৰ ঝাৰুৱা, নগৰীয়া গাওঁৰ পৰা উত্তৰ অঞ্চলৰ বাৰহাজাৰীয়া, বইটামাৰী বহলপুৰ অঞ্চলৰ ঘৰুৱা আদি আঞ্চলিক নামবোৰ বিশেষভাৱে উল্লেখযোগ্য। ডঃ দত্তই গোৱালপৰীয়া কথ্যভাষাটোক ঘাইকৈ দুটা ভাগত ভাগ কৰিছে। পুব গোৱালপৰীয়া আৰু পশ্চিম গোৱালপৰীয়া। এই পশ্চিম গোৱালপৰীয়াক আকৌ দুটা ভাগত ভাগ কৰিছে : গৌৰীপুৰীয়া আৰু শালকোচীয়া কথ্যভাষা। এই দুই শ্ৰেণী কথ্য ভাষা সম্বন্ধে ডঃ দত্তই কয়—"The Gauripur dialect is more in conformity with the characteristics of the Rajbongsi dialect given by Grierson whereas the Salkocha dialect while retaining many of these characteristics, takes on many of the elements of western Assamese." পুব গোৱালপৰীয়া কথ্য ভাষা সম্বন্ধে তেখেতে কয়—"This is a dialect of Assamese having much in common with western Kamrupi, both phonologically and morphologically with admixture of the neighbouring western Goalparia.

### ॥ অসমীয়া ভাষাৰ লগত গোৱালপৰীয়া কথ্য ভাষাৰ প্ৰভেদ ॥

অসমীয়া ভাষাৰ লগত বত্নপীঠ অঞ্চলৰ কথ্যভাষাৰ কেইবাটাল দিশত প্ৰভেদ দেখা যায়। যেনে—ধ্বনিমূলক, ৰূপাত্মক, শব্দমূলক আৰু ধ্বন্যাত্মক প্ৰতিধ্বন্যাত্মক শব্দ আৰু বচন-ভঙ্গীৰ ক্ষেত্ৰত।

### ধ্বনিমূলক প্ৰভেদ

১। মান্যভাষাৰ নিম্নস্বৰধ্বনি এই কথ্যভাষাত উচচ স্বৰধ্বনিলৈ পৰিৱৰ্তন কৰা হয়। যেনে—কাপোৰ>কাপুৰ, এন্দুৰ>ইন্দুৰ, সেন্দুৰ>সিন্দুৰ।

২। মান্য ভাষাৰ শব্দত লগালগিকৈ থকা দুটা আ' ধ্বনিৰ প্ৰথমটো অ' বা এ'লৈ পৰিৱৰ্তন হয়। কিন্তু এই কথ্য ভাষাত নহয়। যেনে—ৰাজা, আন্ধাৰ।

৩। মান্য ভাষাৰ দ্বি অক্ষৰ যুক্ত শব্দৰ প্ৰথম আখৰত ও' আৰু দ্বিতীয় আখৰত আ' ধ্বনি যুক্ত হ'লে এই কথ্য ভাষাত ও'ৰ ঠাই অ' হয়। যেনে—কোঙা, খোপা>কঙা, খপা।

৪। মান্য ভাষাৰ ন' আৰু ৰ' ৰ ঠাইত এই কথ্যভাষাৰ কিছুমান শব্দত ল' ধ্বনি হয়। যেনে—নোম, নেজ, শৰীৰ, আবিৰ>লুম, লেজ, শৰীল, আবিল।

৫। মান্য ভাষাত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ ব্যৱধান আছে। কিন্তু ইয়াৰ নাই। সেয়ে য়>ই, ও>ঔ, ৱ>ওঁ হোৱা দেখা যায়। যেনে—উপাই, দেওঁ, উপৰ।

৬। মান্যভাষাৰ নামবাচক শব্দৰ শেষ ধ্বনি অ' যুক্ত হ'লে, এই কথ্য ভাষাৰ তেনে শব্দৰ শেষত আ' হয়। যেনে—সোণ, ৰূপ, তাম>সোণা, ৰূপা, তামা।

৭। এই কথ্য ভাষাত স্বৰ বা ধ্বনি বিপৰ্য্যয়ো হোৱা দেখা যায়। যেনে—কন্যা > কৈন্যা, কলে > কইলে, সন্ন্যাস>সৈন্ন্যাস।

৮। মান্য ভাষাত ও' ধ্বনি ঐ' ধ্বনিলৈ পৰিৱৰ্তন নহয় ; কিন্তু গোৱালপৰীয়াত হয়। যেনে—যৌবন>যৈবন, গৌৰৱ>গৈৰব।

৯। এই কথ্যভাষাত প>ফ, জ>ঝ, এ>আ, ট>ঠ, ধ>দ, ও>উ, উ>এ, ঠ>ট ধ্বনিলৈ পৰিৱৰ্তন হয়। যেনে—পেলায়>ফেলায়, ওজা>ওঝা, এন্ধাৰ>আন্ধাৰ।

১০। তেনেদৰে জ > ৰা, অ > উ হয়। যেনে—জল>ৰাল, ৰ'দ>ৰউদ।

১১। দ্বি অক্ষৰ যুক্ত শব্দৰ শেষত অ' ধ্বনি থাকিলে সেই অ' ধ্বনিৰ আগত হয় এটা য়' নহয় ই ধ্বনি এটা আগম হয়। যেনে—খায়া, ৰায়া>খায়ায়া>খাইয়া, ৰাইয়া / বায়ায়া।

১২। স্থান বিশেষে—ৰ>অ, ঘ>গ, ল>ন, ৰ>ন ধ্বনিলৈ পৰিৱৰ্তন হয়। যেনে—ৰবিবাৰ > অবি / অইপ। ৰবিবাৰ ; বাঘ>বাগ, লাগাল>নাগাল, ৰুমাল>নুমাল।

১৩। তেনেদৰে ৱ>ও, হ>ঘ, স, ম>ভ, ধ>দ ধ্বনিলৈ ৰূপান্তৰিত হয়। দেৱ>দেওঁ, সিংহ>সিংঘ, মাহ>মাস, মইশ > ভইশ, কান্ধত > কান্দত।

১৪। আকৌ ক্ষ > খ, ৱ > উ, য > জ, ৱ>ব ধ্বনিলৈ পৰিৱৰ্তন হয়। যেনে—পক্ষী > পখী, জীৱ > জীউ, যখন>জখন, দেৱতা>দেৱতা।

১৫। স্বৰ সঙ্গতিওঁ হোৱা দেখা যায়। যেনে পতি>পোতি ; উদা ; অ' কি পোতিধন।

১৬। শ-ষ-স ধ্বনিৰ কেৱল স' ধ্বনিহে (স্ব) উচ্চাৰিত হয়। যেনে, শৰ-ষাড়-সাৰ-স্বৰ-স্বাৰ।

১৭। ৰ-ড়-ঢ় ধ্বনিৰ মাথো ৰ' ধ্বনিহে উচচাৰণ হয়। যেনে—বাৰী-বাড়ী-বাঢ়নী>বাৰী-বাৰী-বাৰণী।

১৮। ৰ' ফলাৰ উচচাৰণ সহজীকৰণ আৰু ৰেফ্ ধ্বনিওঁ হব পাৰে। যেনে—প্ৰথম > পৰথম, পৰ্থম ; প্ৰকাশ> পৰকাশ, প্ৰৰ্কাশ।

১৯। চ-ছ ধ্বনিৰ অভিন্নতাওঁ পৰিলক্ষিত হয়। যেনে-চাউল-ছাউল, চাওঁৰা-ছোট'।



### ৰূপাত্মক প্ৰভেদ

১। বহুবচন বুজোৱা প্ৰত্যয় বিলাক বেলেগ বেলেগ। বোৰ--বিলাক-হঁত-মখা-বৃন্দৰ পৰিৱৰ্তে গিলা-গিলাং-খান ; জাকৰ পৰিৱৰ্তে পাল, সংখ্যা আৰু পৰিমাণ বুজাবলৈ গাহেক গাহেক মেনা, খানিক, খানিমিনা, খানিমিনি, গাহেকমিনি, খান, বিস্তৰ আদি ব্যৱহাৰ হয়। স্থান বিশেষে--গিলাৰ ঠাইত গুলা হয়। সেইদৰে ঘৰ, অল্প, সংখ্যা বুজোৱা শব্দ, ঠেং, দল, সৱ, আৰু গণ বহুবচন বুজোৱা প্ৰত্যয়ৰূপে ব্যৱহাৰ হয়। যেনে—ছাওৱা গিলা। গিলাং। খান, গৰু পাল, গাহেক। খানিমিনা মাছ, খানিক মায়া, বিস্তৰ মানুহ। ধন, মানুহ, ঘৰ, অল্প মানুহ, দুইজন মানুহ, আমাঠে, সেনাদল, ৰাজাগণ, খানিক দয়া নাই তোৰ মাহুতক লাগিয়া, সৱ শিয়ালে কাঠাল খায়--বোবাৰ মুখত আঠা যায়।

২। স্থান বাচক ক্ৰিয়া বিশেষণ ( Adverb of place ) পদবিলাক দোছোৰা দোছোৰা। ইয়াত, তাত, ক'ত, য'ত, কোন ঠাইত বুজাবলৈ ক্ৰমে এতে-এটাই-এটিকনা, এইঠে-ইঠায়, অ'তে-অটাই-ঐঠে-সেইঠে ; কুতি-কুনঠে- কটাই, যেইঠে, কুনঠায়--কটাই কুণ্ঠে ব্যৱহাৰ হয়। সেইদৰে এইখিনিতে, সেইখিনিত বুজাবলৈ ক্ৰমে এখিনঠে, অখিনৰে ব্যৱহাৰ হয়। ক'ত বুজাবলৈ কৈয়ো ব্যৱহাৰ হয়। যেনে—

চিলনৰীয়া চিকণ চিৰা গোৱালপৰীয়া দৈ। খাবাৰ সময় মনত পৰে চেঙেৰা বন্ধু কৈ ॥

৩। কালবাচক আদি ক্ৰিয়া বিশেষণ পদ (Adverb of time and manner ) বোৰো ভিন ভিন। এতিয়া, তেতিয়া, যেতিয়া, কৈনেকৈ, এনেকৈ, তেনেকৈ'ৰ পৰিৱৰ্তে ক্ৰমে এলা, সেলা, যেলা, কেংকে, কেমনে, কখন, কুনবেলা, এংকে,-- এম্নি এমনে, তেম্নি সেংকে আদি ব্যৱহাৰ হয়।

৪। 'কৰি' যোগ দিয়ো ক্ৰিয়া বিশেষণ গঠন কৰা হয় যেনে--এংকা কৰি, সেংকা কৰি, কেমন কৰি।

৫। অসমাপিকা ক্ৰিয়াৰ ৰূপ বুজাবলৈ 'ইয়া', প্ৰত্যয় যোগ কৰা হয়। যেনে--ঘৰেৰ মজিয়াত পিছল খাইয়া (খাইয়া) আই মুই চিত'ৰ হৈয়া পৰ্‌লু।

৬। ক্ৰিয়া পদৰ ( Infinitive ) ৰূপ বুজাবলৈ বাৰ আৰু ইতে ক্ৰিয়াৰ লগত যোগ হয়। যেনে--যদি বন্ধু যাবাৰ চান ঘাৰেৰ গামছা থৈয়া যান। আমাৰ বড়ীত যাইস মইশাল বসতে দিবো, পীৰা।

৭। তুলনা বুজাবলৈ নিচিনা (বা লেখিয়া)ৰ পৰিৱৰ্তে হেনো ব্যৱহাৰ হয়। যেনে--ঢোলহেনা ডিমা পাৰে চুঙাৰ ভাদুলী।

৮। নিৰ্দিষ্ট বাচক প্ৰত্যয়বোৰো বেলেগ বেলেগ। গো, খৰ ঘৰ, পাত, ডাল, খিনি, তাৰ আদি ব্যৱহাৰ হয়। যেনে--গৰুগো, মানুহঘৰ, দৰিখৰ, পয়ঠা পাত, লাঠিডাল, চাওঁৰাখিনি, বাণ্ডিতাৰ ইত্যাদি।

৯। ক্ৰিয়াৰ অনুজ্ঞা ( Imperative ) ৰূপ বুজাবলৈ স্বাৰ্থিক প্ৰত্যয় তো, ইস, এক, ওক, ব্যৱহাৰ হয়। যেনে-- যাবিতো, বহেক, আইসেক, বইস, আইস, যান।

১০। ইয়া > এয়া প্ৰত্যয়ৰূপে ব্যৱহাৰ হয়। যেনে-- খৰফৰ + ইয়া > খৰফৰেয়া, দপ্‌দপ্ + ইয়া > দপদপেয়া ইত্যাদি।

১১। নাম আৰু গুণবাচক শব্দগঠনত কিছুমান নিৰ্দিষ্ট প্ৰত্যয় যোগ হয়।

| | |
|---|---|
| অতীয়া—বাহতীয়া | বাৰী—ধানবাৰী |
| অনীয়া--গাৰনীয়া। | আলি/আনী—উজানী। |
| অনীয়া--গাউনীয়া। | আলি/আলী--ভাটিয়ালী। |
| ঈয়া--কানীয়া। | কালি--জাৰকালি। |
| উৰা--হালুৰা। | ঝাৰ—কোকৰাঝাৰ। |
| উৰা—হাগুৰা। | মাৰী—বৌমাৰী। |
| পাৰা--ৰৰপাৰা। | তল--বেংতল। |
| চৰ — | খানখাৰাৰ চৰ। |
| দুৱাৰ — | যমদুৱাৰ। |
| পুৰ — | পাতালপুৰ। |

১২। প্ৰশ্ন বুজোৱা বাক্যত নে'ৰ পৰিৱৰ্তে না' আৰু কিয়'ৰ পৰিৱৰ্তে কেনে ব্যৱহাৰ হয়। যেনে, যাবিনা ?, গেলি না ? কেনে মাটি খাইলি ওৰে গোপাল ?

১৩। 'কাৰণে' আৰু 'নিমিত্তে' বুজোৱা অৰ্থত বাদে আৰু জন্যে ব্যৱহাৰ হয়। যেনে, তোৰ বাদে মোৰ গলাত সুতা।

১৪। নেতিবাচক বাক্যৰ ক্ৰিয়াৰ আগত ন' যোগ হয়। যেনে, অ' মুই নাশুনং নাশুনং তোৰ বৈদেশীয়াৰ কথাৰে।

১৫। শব্দ বিভক্তিবোৰ এনে ধৰণৰ--

| | | | |
|---|---|---|---|
| ১মা | বিভক্তি | য়, এ, | যেনে--ওঝায় ঝাৰে। |
| ২য় | ,, | ক, অক | ,, তোক লাগি মোৰ গলাত সুতা। |
| ৩য়া | ,, | দি, | ,, চকুদি চা। |
| ৪ৰ্থী | ,, | ত, বা, | ,, কত যাইসৰে বুঢ়া বেটা। |
| ৫মী | ,, | পাৰে, | ,, উপৰেৰ পাৰে পৰিল ধুম। |
| ৬ষ্ঠী | ,, | ৰ, এৰ, | ,, বামেৰ, কাজেত বৈদ্যেৰ হেলা। |
| ৭মী | ,, | ত, | ,, আলুত নাপে তালুত ধৰে। |

১৬। সৰ্বনাম পদবোৰ বেলেগ বেলেগ।

১ম পুৰুষ—মই, আমি, ময় ...... আমি, আমিৰা।

২য় পুৰুষ--তুই, তুমাৰ, তোমৰা ...... তুমৰা, তুমিৰা।

৩য় পুৰুষ--তায়, অয় ...... তামি, উ'মি, তামিৰা, ইমি, ইমিৰা।

১৭। ক্ৰিয়া বিভক্তিৰ ক্ষেত্ৰতো ভালেমান সুকীয়া ৰূপ দেখা যায়।

### বৰ্তমান কাল

(ক) নিত্য বৰ্তমান

১ম পুৰুষ : অং, উং, ই

যেনে— কুকুৰা পায় ধৰুং তোৰে। প্ৰাণ বাচেনা যৌবন জ্বালায় মৰি।

২য় পুঃ ইছ > ইস, আ > ইগো, ওঁক > না।
কত যাইসৰে বুঢ়া বেটা ; যা ওক > যান ;
কুনদিন আসিবেন বন্ধু কয়া যান ৰে।

(খ) স্বৰূপ বৰ্তমান—

১ম পুঃ ইলু ইলুং ইছুং ...... ইলু ইলুং ইছুং।
২য় পুঃ ইলি .... ইছেন ইছা।
৩য় পুঃ ইল .... ইছে।

যেনে, ভাণ্ডাৰ আসিল, শ্বশুৰ আসিল, আই মুই শাক তুলিবাৰে গেলুং।



### অতীত কাল

(ক) অপূৰ্ণ ভূতকাল--

১ম পুঃ ইছিলুং, ইছিলুং —মুই আমি খাইছিলুং।
২য় পুঃ ইছিলি, ইছিলেন —তুই খাইছিলি, তোমৰা খাইছিলেন।
৩য় পুঃ ইছিল, ইছিল অয় —উমি খাইছিল।

(খ) স্বৰূপ ভূতকাল--

১ম পুঃ ইলুং, ইলুং মুই— আমি খাইছিলং।
২য় পুঃ ইলি, ইলে, ইলেন —তুই খাইলি, তোমৰা গেইলে কি আসিবেন। খাইলেন।
৩য় পুঃ ইল ইল অয়—উমি খাইল।

(গ) সম্ভাব্য ভূতকাল—

সম্ভাব্য ভূতকালৰ হেতেনৰ ঠাইত হৈ ব্যৱহাৰ হয়। যেনে, তাৰ মোৰে যদি বিয়া হৈল হৈ—বিয়াৰ পৰে ছাওঁৱা হৈল হৈ।

### ভৱিষ্যত কাল

১ম পুঃ ইম, (ম), ইৰ (ৰ)।
২য় পুঃ ইস—ইবি ইবেন।
৩য় পুঃ ইৰ। যেনে, আমাৰ বাৰীত যাইস মুইশাল খাইতে দিবো চিৰা।

১৮। ক্ৰিয়াৰ কাম চলি থকা ( Continuous Tense ) বুজাবলৈ দুটা সুকীয়া ৰূপ ব্যৱহাৰ হয়। (ক) মূল ক্ৰিয়াৰ লগত 'ধৰ' ব্যৱহাৰ কৰি ক্ৰিয়া বিভক্তি যোগত যি কালৰ ক্ৰিয়া বিভক্তি যোগ হয়, সেই কালত ক্ৰিয়াৰ কাম চলি থকা বুজায়। তেনে ৰূপত প্ৰথমৰ ক্ৰিয়া পদটো অসমাপিকা ( Infinitive ) ৰূপত ব্যৱহাৰ হয়। যেনে খাবা ধৰিচুং, যাবা ধৰিছিলং। (খ) 'ধৰ' ব্যৱহাৰ নকৰাকৈয়ো ক্ৰিয়াৰ কাম চলি থকা বুজোৱা সম্ভৱ হয়। কিন্তু ইয়াতো প্ৰথমৰ ক্ৰিয়া পদটো অসমাপিকা হব আৰু মূল ক্ৰিয়াৰ লগত বিভক্তি যোগ হব। যেনে—মুই সুন্দৰী চায়া আইচুং বেৰাৰ ফুটা দিয়া।

### শব্দমূলক প্ৰভেদ

১। কামৰূপী উপভাষাত ল'ৰা-ছোৱালী উভয়ক বুজাবলৈ ছলি আৰু আত্মীয়ক বুজাবলৈ কুৰ্‌মা ব্যৱহাৰ হোৱাৰ দৰে এই কথ্য ভাষাত সেই একে অৰ্থত ক্ৰমে ছাওঁৱা আৰু গুষ্টি ব্যৱহাৰ কৰা হয়।

২। কিছুমান বিশেষ বিশেষ সম্বন্ধবাচক শব্দ ব্যৱহাৰ হয়।

(ক) বাহে......খুৰা-ভাতিজা-মোমাই-ভাগিনৰ ক্ষেত্ৰত।
(খ) বাপুৰে/বাফুৰে ,, ,, ,,
(গ) বা ,, ,, ,,
আৰু শহুৰ-জোঁৱাইৰ ক্ষেত্ৰত।
(ঘ) টু......শিশুৰ ক্ষেত্ৰত।
(ঙ) আইনা/মায়......মাইকী মানুহৰ ক্ষেত্ৰত।
(চ) ভায়া......আতা নাতিৰ ক্ষেত্ৰত।
(ছ) অ-অয়-অই......স্বামী-স্ত্ৰীৰ ক্ষেত্ৰত।

৩। পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ বাচক শব্দবোৰো তেনেই সুকীয়া। তাৰে কেইটামান ক্ৰমে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ হিচাপে দাঙি ধৰা হ'ল।

মাওঁঠা (জন্তু) মাউঠী, আপা (মানুহ) আপী।

৪। বিপৰীতাৰ্থক শব্দৰ ক্ষেত্ৰত মান্যভাষাৰ সৈতে ব্যৱধান আছে। তাৰে কেইটামান দাঙি ধৰা হ'ল।

আস্তে-জোৰে, আগিলা-পাচিলা, আগা-পিছা, উচা-নীচা নামা, অল্প-বিস্তৰ, আগেদি-পিছেদি, পাল্টা-উল্টা, ইত্যাদি।

৫। ভিন্ন শব্দৰ ব্যৱহাৰ : একে নামবাচক শব্দৰ ক্ষেত্ৰতো ব্যৱধান আছে। যেনে—আহাৰ (চৰাইৰ), আধাৰ, কমলা টেঙা—সন্তৰা টেঙা, কেৰ্কেটুৱা—কেৰ্‌কেটা।

৬। আৰবী-পাৰ্চি শব্দৰ ব্যৱহাৰো এই কথ্যভাষাত হয়। যেনে—কায়দা, জিৰাত, ফসল, চেহেৰা, নমুনা ইত্যাদি।

৭। হিন্দী শব্দৰ ব্যৱহাৰ : গোৱালপৰীয়া কথ্য-ভাষাত হিন্দী শব্দও ব্যৱহাৰ হয়। যেনে, সস্তা, ডায়নে, সামনে ইত্যাদি।

৮। হিন্দী ভাষাত গোৱালপৰীয়া কথ্যভাষাৰ শব্দও সোমাই পৰিছে। যেনে, আওঁসান (অৱসৰ), আগিলা, পাছিলা, পুছ কৰা, ওৰা (আও ৰোৱা), ফিৰ (পুনৰায়), কদু (মিঠালাও), সন্তৰা, ভাও (মূল্য), ঘাও (ঘা), পহৰা (পৰ দিয়া), বগল (কাষ), ফৰক, সমঝা, নিকলা, জাৰ, বিদুয়া (বিধৱা), ভৈস (মহ), কাউয়া (কাউৰী), শুওৰ (গাহৰি), বহিন, সিয়ান, মুৰাদ (শক্তি) ইত্যাদি।

### ধ্বন্যাত্মক-প্ৰতিধ্বন্যাত্মক শব্দ আৰু বচনভঙ্গী (খণ্ডবাক্য-জতুৱাঠাচ)ৰ প্ৰভেদ

ধ্বন্যাত্মক প্ৰতিধ্বন্যাত্মক শব্দ আৰু বচনভঙ্গী (খণ্ডবাক্য আৰু জতুৱা ঠাঁচ)ৰ ক্ষেত্ৰতো মান্য ভাষাৰ সতে গোৱালপৰীয়া

কথ্যভাষাৰ প্ৰভেদ আছে। উদাহৰণ স্বৰূপে বৰ্ণক্ৰম অনুসৰি কেইটামান নিদৰ্শন দাঙি ধৰা হ'ল।

ক—কেটেং-কুটুং, কেলচেপ-কেলচেপ, কোপ-কোপা।
খ—খেং—খেঙে, খানিক—কাদেক।
গ—গম্‌গমীয়া, গিৰিং-গাৰাং।
ঘ—ঘেৰ্‌ঘেৰণি, মটং-মটং, ঘুমা—ঘুটা।
চ—চুচুৰ-মচুৰ, চালাং-চুলুং, চলক-বলক।
ছ—ছাওৱা-ঠাওৱা, ছেং-ছেঙে।
জ—জলৌ-থলৌ, জাবৰ-ঠাবৰ।
ঝ—ঝোং-ঝোঙা, ঝাক-ঝাকা।
ট—টিং-টিঙা, টপস-টপস।
ঠ—ঠাক-ঠিক, ঠাকাস-ঠুকুস।
ড—ডাকেয়া-টিকেয়া, ডাকা-টিকা।
ঢ—ঢাকাস-ঢুকুস, ঢেকেশ-ঢুকুশ।
ত—তালা-নালা, তাৰাং-তিৰিং, তাৰাতাৰি।
থ—থবক-ববক, থকথক-বকবক, থলৌ-থপৌ।
দ—দপ-দপেয়া, দুপ-দুপেয়া।
ধ—ধাতাং-ধিতিং, ধাপাৰা লাগা।
ন—নাতি-পুতি, নলং-তলং।
প—পাত পাত কৰি, পিচিং-পাচাং।
ফ—ফাঁকি-ফুকা, ফিচিঙা-ফিচিঙি।
ব—বাৰভূত, বাদি-বুদা, বং-বঙে।
ভ—ভোকে খাকে, ভং-ভঙা।
ম—মেটেক-মুটুৰ্ক।
য—যাং-নাযাং, যথে-ধৰা।
ৰ—ৰম-ৰমায়, ৰকায়-ৰকায়, ৰস-ৰসা, ৰৌ-ৰুৱা।
ল—লেং-লেঙা, লিং-লিঙা।
শ—শাকে-সুকাতিয়ে, শিয়ালেৰ শিং দেখা।
স—সাৰি-শব্দ, সেল-সেলা।
হ—হাৰি-জাৰি, হিৰিৎ-হাৰাৎ।
ক্ষ—ক্ষমা ছাওৱা, ক্ষণে ক্ষণে।
অ—অগৰং-বগৰং, অল্প-বেশি, অল্প-সল্প
আ—আগালে-অগালে, আগালটিকা।
ই—ইদিয়া-উদিয়া, ইটা-সিটা।
এ—এইগো-সেইগো, এঞ্চে-সেঞ্চে।





**॥ অসমীয়া সাহিত্যত কথ্য ভাষাৰ ছাপ ॥**

অসমীয়া ভাষাৰ গঠন আৰু বিকাশ সম্বন্ধে এনেদৰে কোৱা হৈছে—"অসমীয়া ভাষাটো মাগধীয় ৰূপৰপৰা ৰূপান্তৰিত হৈ অসমৰ পশ্চিম পিনেৰে অসমত সোমাই আৰু অসমৰ নামনি অঞ্চলতে স্বকীয়া অসমীয়া ভাষা ৰূপে গঢ় লয়। পিছত ভাষাটো উজনি অঞ্চলত বিয়পি পৰে।" আনহাতেদি পুৰণি অসমীয়া সাহিত্যৰ জন্ম হয় কমতাপুৰ, কোচবিহাৰ আৰু জয়ন্তাপুৰৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত। গতিকে প্ৰাক্ শংকৰী যুগৰ কবি হেম সৰস্বতী, হৰিহৰ বিপ্ৰ, পাঁচালী সাহিত্যৰ পীতাম্বৰ, দুৰ্গাবৰ, মনকৰ, সুকবি নাৰায়ণ দেৱ, বৈষ্ণৱ কবি শংকৰদেৱ-মাধৱদেৱ আদি, এনেকি গদ্য সাহিত্যৰ জনক ভট্টদেৱ আৰু মাধৱ কন্দলীৰ ৰচনাতো সেয়ে গোৱালপৰীয়া কথ্যভাষাৰ প্ৰভাৱ পৰিলক্ষিত হয়। এইসকল কবিৰ ৰচনাত ধ্বনিমূলক আৰু ৰূপতত্ত্বমূলক নিদৰ্শনত গোৱালপৰীয়া কথ্য ভাষাৰ ছাপ অতি স্পষ্ট। ডঃ উপেন্দ্ৰনাথ গোস্বামীয়ে তেখেতৰ 'ভাষা বিজ্ঞান'ত হেম সৰস্বতী, মাধৱ কন্দলী, ভট্টদেৱ, নাৰায়ণদেৱ আৰু শংকৰদেৱৰ ৰচনাত যিকেইটা কামৰূপী ভাষাৰ নিদৰ্শন উদ্ধৃতি সহ দাঙি ধৰিছে, সেইবোৰৰ প্ৰায়ভাগে গোৱালপৰীয়া কথ্য ভাষাৰো নিদৰ্শন। সেইদৰে ঘোঁৰা নিদান আৰু কামৰূপ তন্ত্ৰৰ ক্ৰমে গাছ, গুৰা, দাৰু, বয়া, লেজ, ফিকে আৰু ঠানি, বেং, মৈৰা, সোণালু আৰু নেপালী ভাষাৰ খত (দাগ), খোপ, জলপাই, টাঙল, চাপ আৰু হাডুগিলাও গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী' নাটৰ নাইতে, সাজ লাগিল, ভোলানাথ দাসৰ 'সীতা হৰণ' কাব্যৰ মানুহ হেন (হেনা), এইখান আদিৰ প্ৰয়োগ গোৱালপৰীয়া কথ্য ভাষাতো হয়।

**এখন প্ৰাচীন কাব্যত গোৱালপৰীয়া কথ্য ভাষাৰ নিৰ্দশন**

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ডঃ মহেশ্বৰ নেওগ সম্পাদিত হৰিহৰ বিপ্ৰৰ "বব্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ" নামৰ পুথিখনৰ ভূমিকাত সম্পাদক দুজনাই 'বহু অপ্ৰচলিত শব্দ আৰু জতুৱা বাক্য-ৰীতিৰ প্ৰয়োগ হোৱা দেখা যায়' বুলি মন্তব্য কৰিছে। কিন্তু সেইবোৰ অসমীয়াত অপ্ৰচলিত হলেও গোৱালপৰীয়া কথ্যভাষাত সেইবোৰৰ অধিকাংশই প্ৰচলিত। পুথিখনত যে গোৱালপৰীয়া কথ্যভাষাৰ প্ৰভাৱ খুব বেছি তলৰ উদ্ধৃতিবোৰে তাকেই সূচায়।

**॥ তাম্ৰধ্বজৰ যুদ্ধৰ পৰা ॥**

(১) মণিপুৰ হন্তে যেৱে ঘোৰা ভৈলা ৰাঝ। (২) সিও খাটনিয়া ৰাজা তোমাৰ বাপৰ। (৩) অৰ্দ্ধচন্দ্ৰ বেহক পাতিলা বীৰগন। (৪) মাৰিলন্ত শৰ—অৰ্দ্ধচন্দ্ৰ ঝাকে ঝাক। (৫) গোৰ কাটাগাছ যেন পৰিলা নিচালে। (৬) ডেবদিয়া তেখনে চৰিলা হস্তীৰ কন্ধে। (৭) হস্তীস্কন্ধে ছড়ি ৰাজা মাৰিলন্ত শৰ। (৮) শৰহানি সৰাকো সমৰ পালটাইলা। (৯) আবেগে তোমাক ঘনে ঘনে পাওঁ লগ। (১০) তুমি যিটো নেদি দান দিলা অবিকলে। পাতক ছাৰেক ডাকি বোলা ৰাম ৰাম।

**॥ কথ্য ভাষাত বঙালী ভাষাৰ প্ৰভাৱ ॥**

গোৱালপৰীয়া কথ্য ভাষাৰ ওপৰত বঙালী ভাষাৰ প্ৰভাৱ নপৰা বুলি ক'লে সত্যৰ অপলাপ কৰা হব। কিন্তু এই প্ৰভাৱ যে সিমান ব্যাপক নহয় সেই কথাও ডাঠি কব পৰা যায়। বঙালী ভাষাৰ প্ৰভাৱ যে কিছু পৰিমাণে আছে সেই কথাৰ প্ৰমাণ কৰিবলৈ—"একধাৰ হৰি বোল মন ৰসনা মানৱ দেহেৰ গৈৰৱ কৈৰ না, ভাঙিলে দেহা যোৰা লিবেনা"—মূলতঃ বঙালী পদ্ধতিহে, অসমীয়া পদ্ধতি নহয়। ৰূপতত্ত্ব আৰু ধ্বনি উভয়তে এই কথ্য-ভাষাত কিমানখিনি বঙালীৰ প্ৰভাৱ পৰিছে, ভাষাবিদসকলে সেই বিষয়ে বৈজ্ঞানিক আলোচনা আগবঢ়ালে সকলো কথা ভালদৰে বুজিব পৰা যাব। আৰু তাৰ লগে লগে গোৱালপৰীয়া কথ্যভাষা সম্বন্ধে অন্য গোৱালপৰীয়াৰ ভুল ধাৰণাও আঁতৰি যাব। আকৌ গোৱালপৰীয়া কথ্য-ভাষাত ব্যৱহাৰ হোৱা কিছুমান বিশেষ বিশেষ শব্দ, জতুৱা ঠাঁচ মান্যভাষাত পাবলৈ নাই। সেইবোৰক অসমীয়া ভাষাৰ শব্দ আৰু জতুৱা ঠাঁচ বুলি গ্ৰহণ কৰিলে অসমীয়া ভাষাটোও চহকী হব।

গোৱালপৰীয়া কথ্যভাষা সম্বন্ধে যিখিনি কথা কোৱা হ'ল সেইখিনি কথা প্ৰবন্ধকাৰৰ ব্যক্তিগত ধ্যান-ধাৰণা আৰু সাধাৰণ উপলব্ধি তথা অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰিহে কোৱা হৈছে। গতিকে ইয়াত দাঙি ধৰা আটাইবোৰ অভিমতেই যে শুদ্ধ তেনে মন্তব্য কৰাৰ দুঃসাহস প্ৰবন্ধকাৰৰ নাই। এইখিনিতে আৰু এষাৰ কথা কৈ থোৱা উচিত হব যে গোৱালপাৰাৰ বিভিন্ন অঞ্চলৰ মানুহৰ মাত কথাৰ মাজত ভালেখিনি তাৰতম্য হোৱা দেখা যায়। এই তাৰতম্য ঘাইকৈ ধ্বনিমূলক বুলি কব পৰা যায় যদিও ৰূপাত্মক প্ৰভেদ নথকা বুলি ক'লেও ভুল কোৱা নহব। সেয়ে ধ্বনিমূলক আৰু ৰূপাত্মক—যিকেইটা বৈশিষ্ট্য দাঙি ধৰা হৈছে, জিলাখনৰ সকলো লোকে হয়তো মানি লবলৈ টান পাব। তথাপিও থাওকতে হাততে পোৱা নিদৰ্শনৰ ওপৰত ভিত্তি কৰি সদ্যহতে এই পৰ্য্যালোচনাটি চমুকৈ যুগুত কৰা হ'ল, যদিও ই আৰম্ভণিহে।

টোকা : এই চমু প্ৰবন্ধটি ৰচনা কৰোঁতে ডঃ বীৰেন্দ্ৰ নাথ দত্ত, ডঃ উপেন্দ্ৰনাথ গোস্বামীৰ, Linguistc Survey of India, শ্ৰীঅম্বিকাচৰণ চৰকাৰ আদি কেইবাজনো লেখকৰ গ্ৰন্থ আৰু কিতাপৰ সহায় লোৱা হৈছে—প্ৰবন্ধকাৰ।



# গোৱালপাৰাৰ লোকগীত

শ্ৰীসন্ধিয়া ৰায়

ভাৰতবৰ্ষৰ উত্তৰ-পূব কোণত ত্ৰিভূজ আকাৰত অৱস্থিত অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতিব মনোমোহা আৰু বৈচিত্ৰময়। ইয়াৰ কৃষ্টি সংস্কৃতিও বৈচিত্ৰময়। অতিজৰেপৰা ইয়াৰ কৃষ্টি-সংস্কৃতি অভিনৱ ৰূপে চলি আহিছে।

অসমৰ পুৰণি নাম প্ৰাগ্‌জ্যোতিষপুৰ। অসম আগতে কামৰূপ বা প্ৰাগ্‌জ্যোতিষপুৰ নামেৰে জনাজাত আছিল। কালিকা পুৰাণ মতে প্ৰাচীন কামৰূপ ৰাজ্য চাৰি ভাগত বিভক্ত আছিল। যেনে--ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰ পীঠ। ভৌগলিক পৰিসীমা মতে বৰ্তমানৰ পশ্চিম গোৱালপাৰা, কোচবিহাৰ, ৰংপুৰ আৰু জলপাইগুৰি জিলাই প্ৰাচীন কামৰূপ ৰাজ্যৰ ৰত্নপীঠৰ অন্তৰ্গত। এই ৰত্নপীঠৰ গৰ্ভত বহুমূলীয়া ধনৰত্ন স্বৰূপ কৃষ্টি-সংস্কৃতি খুন্দ খাই আছিল। পালবংশৰ ৰজাৰ শাসনৰ পিছত ৰত্নপীঠ কমতাৰাজ্যৰ অন্তৰ্ভুক্ত হয়। বিশেষকৈ কোচ ৰজা মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালত কমতাপুৰ ৰাজ্যৰ গুণ-গৰিমা চাৰিওফালে বিয়পি পৰিছিল। তেখেতৰ ৰাজত্ব কালত কৃষ্টি–সংস্কৃতি বিশেষৰূপে বিকাশ লাভ কৰিছিল। অসমীয়া ভাষা, কৃষ্টি-সংস্কৃতি, লোক-সাহিত্য, গীতি-সাহিত্য সকলোৰে স্নায়ু কেন্দ্ৰ আছিল মহাৰাজ নৰনাৰায়ণৰ ৰাজধানী কোচবিহাৰ।

গোৱালপৰীয়া লোকগীতৰ ভাষা সুকীয়া। গোৱালপাৰা জিলা অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত কাৰণে ইয়াৰ লগত ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুৰি জিলাৰ সংমিশ্ৰণ ঘটিছিল। ফলত ইয়াৰ অধিবাসীসকলৰ মাজত বাৰে বৰণীয়া ঠাইৰ ভাষা, কলা, কৃষ্টি-সংস্কৃতিৰ সংমিশ্ৰণৰ ফলতেই এই জিলাত এক উপ-ভাষাৰ জন্ম হৈছিল। জি. এ. গ্ৰিয়াৰছনৰ মতে এই উপ-ভাষাই হ'ল ৰাজবংশী উপ-ভাষা। এই উপ-ভাষাতেই গোৱালপৰীয়া লোকগীতবোৰ ৰচিত হৈছিল।

গোৱালপৰীয়া লোকগীতৰ কেইটামান দিশ তলত আলচ কৰা হ'ল।

**ভাওয়াইয়া গীত :** 'ভাওয়াইয়া' শব্দটো শব্দ বিজ্ঞানৰ ফালৰ পৰা চালে 'ভাব' শব্দৰ পৰা অহা যেন লাগে। যেনেকৈ ভাৱ + ইয়া = ভাওয়াইয়া, ভাৱ = ভাওৱা নতুবা ভাৱ = ভাওৰ পৰা ভাওয়া (ভাও<ভাওয়া), ভাওয়াৰ পৰা ভাওয়া (ভাওয়া < ভাওয়াইয়া) এই গীতৰ বিষয়–বস্তু গভীৰ ভাৱপূৰ্ণ আৰু ভাওয়া শ্ৰোতাৰ মন ভাৱত আপ্লুত কৰে। আনহাতেদি 'ভাব' শব্দটো প্ৰেম বা ভালপোৱাৰ শব্দৰ প্ৰতিশব্দ বুলিও ব্যৱহাৰ কৰে। 'ভাওয়াইয়া, শব্দৰ আন এটি অৰ্থ হ'ল 'উদাস'। সেয়ে যি গীতে মনৰ ভাব উদাস কৰে তেনে গীতক ভাওয়াইয়া নতুবা 'উদাস' গীত বুলি কোৱা হয়।

গাৰোৱান, নাৱৰীয়া, ৰাখোৱাল, মৈষাল, মাহুত, বৈদ এইবোৰেই ভাওয়াইয়া গীতৰ নায়ক আৰু গাৱলীয়া আজলী ছোৱালীবোৰেই হ'ল নায়িকা। ভাওয়াইয়া গীতৰ মূল ৰস কৰুণ আৰু সৰহভাগতে প্ৰতিধ্বনিত হৈছে বিবাহিতা নাৰীৰ অপূৰ্ণ কামনা আৰু বাঞ্ছিতজনৰ সঙ্গলাভৰ প্ৰতি অদম্য বাসনা। আকৌ কিছুমানত আছে স্বামীৰ প্ৰতি স্ত্ৰীৰ আসক্তিৰ প্ৰতিফলন আন কিছুমানত ব্যক্ত হৈছে পুৰুষ-সঙ্গলাভৰ বাবে মদনপীড়িতা বা বিধৱা যুৱতী নাৰীৰ মনৰ সংবাদ আৰু অন্তৰৰ আঁকুতি। ইয়াৰ বিষয় বস্তু প্ৰেম। স্বামী বিদেশত থকা সঙ্গীহীন নাৰী, গাভৰু ছোৱালী, নাৰী সঙ্গীহীন দান্তাল হাতীৰ মাহুতক সম্বোধন কৰা গাভৰু গৰখীয়া আৰু মৈষাল বন্ধুক সম্বোধন কৰা স্ত্ৰীচৰিত্ৰৰ মনোবেদনাৰ কথা ভাওয়াইয়া গীতৰ চৰিত্ৰ। ইয়াৰ প্ৰধান সুৰ হ'ল বিৰহ। ই শৃঙ্গাৰ ৰসৰ গীত। তিৰোতাৰ বিৰহ ব্যাকুলতাই এই গীতৰ মৰ্মবাণী। জি. এ. গ্ৰিয়াৰছন চাহাবৰ "লিঙ্গুইষ্টিক চাৰ্ভে অৱ্ ইণ্ডিয়া" নামৰ পুথিত থকা ভাওয়াইয়া গীতৰ এফাকি দিয়া হ'ল।

"পৰ্থম যৌবনেৰ কালে না হৈল মোৰ বিয়া,
আৰু কতকাল ৰহিম ঘৰে একাকিনী হয়া,
ৰে বিধি নিদয়া।
হাইলা পৈল মোৰ সোণাৰ যৌবন মলয়াৰে ঝড়ে
মাও বাপে মোৰ হৈল বাদী না দিল পৰেৰ ঘৰে,
ৰে বিধি নিদয়া।" ইত্যাদি—

**চট্‌কা গীত :** ভাওয়াইয়া বেদনাপূৰ্ণ দীঘল সুৰৰ আৰু চটকা লঘু সুৰৰ গীত। এই গীতৰ দ্ৰুত তাল আৰু নাচৰ পাশ্চাত্য 'টুইষ্ট' নাচৰ লগত সামঞ্জস্য আছে। সেয়ে যুৱক-যুৱতীক এই গীতে সাময়িক আনন্দ দিয়ে। ভাওয়াইয়াৰ সূক্ষ্ম গাম্ভীৰ্য্যৰ ঠাইত প্ৰাধান্য লাভ কৰে একপ্ৰকাৰৰ চটুল প্ৰগল্‌ভতাই। চটকা গীতৰ সুৰৰ ছন্দ দ্ৰুত, চঞ্চল আৰু কৌতুকপূৰ্ণ ভঙ্গীত এই গীত গোৱা হয়। যেনে—

"অ মৈষাল না যান গোৱালপাৰা
গোৱালপাৰাৰ চেংৰীগুলা জানে ধুলাঝাৰা।
মৈষ চৰানা মৈষাল বুন্ধৰে
অ' মৈষাল হাতে লৈয়া লাঠি
তাৰাতাৰি বান্ধ মৈষ দেওয়াৰ আইসে ঝৰিৰে।" ইত্যাদি—

**দেহতত্ত্বৰ গীত :** বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তিত হোৱাৰ বহু আগৰ পৰাই এই অঞ্চলত দেহতত্ত্বৰ গীত প্ৰচলনৰ প্ৰমাণ পোৱা যায়। এই গীত বৈৰাগ্যধৰ্মী 'সংসাৰ অসাৰ'। সংসাৰৰ অনিত্যতা, দেহৰ ক্ষণ ভঙ্গুৰতা দাৰ্শনিকতত্ত্বৰ গাৱেঁ-ভূঞে প্ৰচলিত এই ধৰণৰ গীতক দেহবিচাৰৰ গীত আৰু দেহতত্ত্বৰ গীতৰ আখ্যা দিয়া হয়। যেনে—

"একবাৰ হৰি বলো মন ৰসনা
মানৱ দেহেৰ গৈৰৱ কৈৰো না ॥
মানৱ দেহা মাটিৰে ভাণ্ড
ভাঙিলে হবে খণ্ডৰে খণ্ড,
ভাঙিলে দেহা জোৰা লিবেনা।" ইত্যাদি.........

**ভাটিয়ালী গীত :** গোৱালপৰীয়া নাৱৰীয়া গীতক ভাটিয়ালী গীত বুলি অভিহিত কৰে। ভাটিয়ালী গীতত অতীত-স্মৃতি মন্থন কৰা হয়। মনৰ গভীৰতম প্ৰদেশত যেতিয়া দুখ বেদনাৰ অন্বেষণ কৰে তেতিয়াই ভাটিয়ালী সুৰৰ লহৰ উঠে। নাৱৰীয়াসকলে নদীত ভটিয়াই যাওঁতে নাও মেলি দি মুক্ত নীল আকাশৰ তলত আত্মহাৰা হৈ গীত গায়। এইবোৰেই ভাটিয়ালী সুৰৰ গীত। যেনে—

"মাঝি বৈয়া যাওঁৰে
অকূল দৰিয়াৰে মাঝে
আসাৰ ভাঙ্গা নাওৰে
মাঝি, বৈয়া যাওৰে ॥" ইত্যাদি........

**নাও খেলৰ গীত :** নাও খেলৰ গীত সমুদ্ৰত বিচৰণ কৰা জাতিৰ সাংস্কৃতিক অৱদান। খেলত ব্যৱহাৰ কৰা দীঘল নাৱৰ আগত বহে মূল গায়কজন। গীত—

"অ সাধেৰ কানাই কানাইৰে
পাৰ কৰি দে মথুৰাতে যাই।
যখন কালা বাজান বাঁশী
তখন আমৰা হলদি বাটি।
যখন কালা বাজান বীণ
আমাৰ চক্ষে নাধৰে নিন্দ্।" ইত্যাদি..........

**মৈষালী গীত :** গোৱালপাৰা শব্দই সূচায় যে এই জিলাৰ বিস্তীৰ্ণ পথাৰত মহৰ বাথান আছে আৰু মহ ৰখীয়াসকলে এই বিস্তীৰ্ণ পথাৰত স্বতঃস্ফূৰ্তভাৱে গোৱা গীতবোৰেই হ'ল মৈষালী গীত। যেনে—

"মৈষ চৰায় মোৰ মৈষাল বন্ধুৰে
বন্ধু কোনবা সাথেৰ ধাৰে
এইহেন সুন্দৰ সোণাৰ দেহা
পৰাও কেনে ৰৌদ্ৰে মৈষালৰে।" ইত্যাদি........

**হাতী মাউতৰ গীত :** হিমালয় পৰ্বতৰ নামনিত গোৱালপাৰা জিলাৰ উত্তৰ পাৰৰ বিস্তীৰ্ণ অঞ্চল গহীন হাবিৰে পৰিপূৰ্ণ। এই গহীন হাবিত থাকে বনৰীয়া হাতী। হাবিৰ ঠায়ে ঠায়ে থাকে 'মহল'বোৰ। মাউতে গোৱা গীতেই হ'ল মাউতৰ গীত। যেনে—

"হস্তীৰ কন্যা চিক্‌নাঝাৰেৰ নাৰী
মাথায় লৈয়া তাম কলসী অ'
সখী হাতে সোণাৰ ঝাৰী
অ' সখী হায় হস্তীৰ কন্যাৰে
ভোলা মাহুত চিকাৰ যায়
নাৰীৰ মন মোৰ পুৰিয়া ৰয়ৰে ॥" ইত্যাদি......

**ময়নামতীৰ গীত :** ময়নামতী গোপীচন্দ্ৰৰ গীত অকল গোৱালপাৰা জিলাতেই নহয় বিহাৰ, উত্তৰবঙ্গ আদি অঞ্চলতো গায়। এই গীত দুই ভাগত বিভক্ত (১) গোপীচন্দ্ৰৰ

সন্ন্যাস গ্রহণ কাহিনী (২) গোপীচন্দ্ৰৰ ময়নামতী আৰু অদুনা পদুনাৰ কথোপকথন বৰ্ণনা। যেনে—

"অদুনা পদুনা কান্দে দুই চৰণ ধৰিয়া।
আমাৰ লক্ষ প্ৰাণেৰ পতি নাজান চাৰিয়া ॥" ইত্যাদি....

**মাৰৈ পূজাৰ গীত** : সৰ্প পূজা ভাৰতৰ বহু ঠাইত অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। এই জিলাত সৰ্পদেৱী মনসা পূজাৰ প্ৰচলন আছে। তিনি চাৰি দিন ধৰি এই মাৰৈ পূজাৰ অনুষ্ঠান চলে। এইবোৰ গীত মৌখিক সাহিত্যৰ অন্তৰ্গত। গীতৰ নমুনা—

"দুলাই উঠিয়া তাতে বুলিলা বচন।
সেইখন দেখংৰে আতা নাৰীৰ নগৰ ॥
মৰদে ৰান্ধে মৰদে বাঢ়ে তিৰী বসি খায়।
খানিকমান দোষ পাইলে মৰদক ধৰি কিলায় ॥
তিৰী ৰাজা তিৰী মন্ত্ৰী তিৰী লস্কৰ।
তিৰীৰ উপৰত মৰদে ধৰে নন্দৰ ছত্ৰৰ ॥
সিখন নগৰত আতা নালাগাও মধুকৰ।
কুনৰা নাৰীৰ লগত পাছে লাগিব ৰাগৰ ॥" ইত্যাদি....

**পদ্ম পুৰাণৰ গীত** : 'পদ্ম পুৰাণৰ' বিষয়বস্তু বৰ পুৰণি। এই গীতৰ মাধ্যমেদি মনসা দেৱীৰ মহিমা প্ৰচাৰ কৰে। এই অনুষ্ঠানত থাকে এজন মূল গায়ক, গীতাল কেইজনমান 'পালি' আৰু 'বাইন'। গীতৰ অংশ—

"বিভায় চলিল বাছা দুল্লভ লখাই।
আজি তোৰ বিভাৰ কাজে না দেখি ভালাই ॥
যাত্ৰা কৰিয়া লখাই বাৰেয়া দিল পাও।
মাথাৰ উপৰ জেঠাগোটা ছাৰে কাল বাও ॥
আৰ পাও ৰাখিয়া লখাই বাৰেয়া দিল পাও।
শূন্য কলস ধৰি নাৰু কাটি আগতে দাড়াও ॥

**বাঁশী পুৰাণৰ গীত** : 'বাঁশী'—বাহীয়ে গোৱালপৰীয়া বাদ্য-যন্ত্ৰৰ ভিতৰত এটি আসন অধিকাৰ কৰি আছে। "ঘৰহৰিৰ নাম" মুখ বাঁশী, খোল, তাল আৰু বেণাৰ সহায়ত গাইছিল। এই পুৰাণক "মুখ পুৰাণ" বোলে। বাঁশী পুৰাণত বেউলা-লখিন্দৰ আখ্যানৰ গীতৰ লগতে সৃষ্টিতত্ত্ব আৰু বিবিধ বিষয়ৰ গীতো গায়। শূন্য পুৰাণ আৰু পদ্ম পুৰাণক বাঁশী পুৰাণৰ আখ্যা দিয়া হয়। বাঁশী পুৰাণৰ মূল কথা হ'ল সৃষ্টিতত্ত্ব ধ্বনি।

"শূন্যত ভৰমন পৰভূৰ শূন্যে কৰি ভৰ।
ৰাক জন্মাব পৰভূ ভাৱে মায়াধৰ ॥
মহাশূন্য মধ্যে পৰভূ জনমিল 'পৱন।
তান হৈতে জনমিল অনিল দুইজন ॥" ইত্যাদি......

**বিষহৰিৰ গীত** : বিষহৰিৰ গীত মনসা দেৱী পূজাৰ গীতৰ অন্তৰ্গত। গীতৰ নমুনা--

"চাৰি গছি আম কলা দুৱাৰে মেৰোৱা
বিহানে বান্ধিনু ভাত ঘৃত মধু দিয়া।
বামোণ বামোণী বলো
অ' বামোণ তোৰ পায়া ধৰো
ঠাকুৰ আমাক দিয়া যাউক
পুত্ৰ ধনেৰ বৰ ৰে।
ছিৰিৰাম বামোণা—
সেইনা ভাত মোৰ পৰিয়া হৈল বাসি ॥" ইত্যাদি......

**ভাসান যাত্ৰা** : 'ভাসান' মানে ভহাই দিয়া। ই এটা পদ্ম পুৰাণৰ খণ্ড বিশেষ। সৰ্প দংশনত মানুহৰ মৃত্যু হ'লে কলগছৰ 'ভেলা' বান্ধি মৰাশৰ ওপৰত আঠুৰা তৰি সোতাল নদীত ভহাই দিয়া হৈছিল। চান্দ সদাগৰৰ সপ্তম পুত্ৰ লখিন্দৰৰ সৰ্প দংশনত মৃত্যু হোৱাত ডিঙা সাজি মৰা শ ভহাই দিয়া হৈছিল। এইবোৰ আধাৰত গোৱা গীতবোৰেই হল ভাসান গীত।

"চান্দ বোলে শুন লেঙ্গা আমাৰ উত্তৰ
মৰা ভাসাইয়া দেও গুঞ্জৰী সাগৰ।"
বেউলাৰ উক্তি—
"ছয় মাস ভাসিম মুই জলেৰ উপৰ।
ভালমতে ভেলা বান্ধি দেও হে সত্বৰ ॥"

**সোণাৰায় গীত** : বাঘৰ স্বৰ্ণ বৰ্ণৰপৰা সোণাৰায়ৰ উদ্ভৱ হোৱা যেন লাগে। সোণাৰায় অসমৰ পশ্চিম প্ৰান্তৰ জনপ্ৰিয় ব্যাঘ্ৰ দেৱতা। তেওঁক পূজা কৰিলে গৰু-গাই কুশলে থাকে আৰু গৃহস্থৰ মঙ্গল হয় বুলি জন-বিশ্বাস আছে। গাৱঁৰ ল'ৰাবিলাকে সোণাৰায়ৰ 'দণ্ড' লৈ ঘৰে ঘৰে গীত গাই দক্ষিণা সংগ্ৰহ কৰে আৰু পুহ মাহৰ দোমাহীত প্ৰচলিত ৰীতিৰে বাঘ দেৱতাক পূজা কৰে। বড়োসকলেও 'মৈছা' পূজা কৰে। 'মৈছা' (মঅউছা) শব্দৰ অৰ্থ বাঘ। তেওঁলোকে গায়—

"মৈছা ৰাজা অৰনায় নঙা
ছৈমা হাগ্ৰা অৰনায় নঙা
জাঙন খিন্থা হৰব্লা
মগৌ দামৰা ৰেহেৰা জাগন
দাম্বিয়া জলৈ ফেহেৰ গন্
লাউখাৰ গথজং গুমগন্ বেংগন
জাঙন খিন্থা হৰব্লা ॥"

আন এটি নমুনা--

"দাদা বলৰামৰে হাসিয়া কথা কয়
দুঃশাসনী বাঘ নিয়া নামিল সোণাৰায়।
বাঘ নামিলৰে চিতিয়া পাখেৰা
ভোৰ বিয়ানে নামিল বাঘ মানুষ কামৰা
পঙখী উৰিয়া যায়ৰে তাৰ জোৰ পায় নেপুৰ
বাঁশী বাজায় গান কৰে সোণাৰায় ঠাকুৰ।" ইত্যাদি..

**হুদুম দেওৰ গীত** : স্মৰণাতীত কালৰেপৰাই এই জিলাত এই গীতৰ প্ৰচলন আছে। অনাবৃষ্টিৰ সময়ত কৃষকে যেতিয়া খেতি কৰিব নোৱাৰা হয় তেতিয়া জীৱন্ত হুদু চৰাই আনি আউসীৰ এন্ধাৰ ৰাতি পথাৰত এটি খুটিত বান্ধি গাৱঁৰ তিৰোতাসকলে উলঙ্গ হৈ চাৰিওফালে ঘূৰি ঘূৰি নাচে। তিৰোতাৰ কাতৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ প্ৰকৃতিয়ে আশীৰ্বাদ দিয়ে আৰু বৰষুণ হয়। পিছলৈ হুদু চৰাইৰ ঠাইত এটি কলগছ পুতি এই অনুষ্ঠান পৰিৱেশন কৰা হ'ল। গীতৰ নমুনা এনেদৰে--

"জাগৰে জাগৰে হুদুম আজিকাৰ ৰাতি
গৃহস্থীয়া কৰে পূজা দিয়া ধূপ চালান বাতি।
আকাশতে কৰ পূজা আকাশ কাওলী
পাতালতে কৰ পূজা এককাল লাগালি।
কালা মেঘে ধলা মেঘে ডাকিয়া আন ঝৰি
আন্ধাৰ কৰিয়া দেওৰা আইসে দাবাৰি।" ইত্যাদি....

**অ'ৰি বা এউৰি মগা গীত** : সোণাৰায় অনুষ্ঠানৰ লগত এই অনুষ্ঠানৰ আত্মীয়ধৰ্মীতা মন কৰিবলগীয়া। আঘোণৰ পূৰ্ণিমাত গঞা চেমনীয়া লৰাবোৰে দল পাতি ধান, পইচা মাগি ফুৰে আৰু ভোজ ভাত খায়। ভিন্ ভিন্ অঞ্চল ভেদে ইয়াৰ গীতবোৰ ভিন্নসুৰীয়া আৰু ভিন্ ভিন্। এটি নমুনা—

"অ'ৰি—অ'ৰি
আহিলুং গিৰছেৰ বাৰী।
লাউৰ পাত ঝালা লাউ
তাক খায়া নিন্দ্ পালাউ।



নিন্দখিনি হাসেৰে
চকুখিনি নাচেৰে।
চকুচিপা লোহাৰ বীজ
মাগেয়া আনিলুং ধান সিচ।
ধান সিচ পায়া
ভিনীয়া ৰাখিলুং চায়া।
চ ভিনীয়া হাটত যাং
তেকে বেচেয়া নাৰু খাং।" ইত্যাদি........

**বাঁশ পূজাৰ গীত** : ঋতুৰাজ বসন্ত কালত গোৱালপৰীয়া গঞা ৰাইজে লোক উছৱ বাঁশ পূজা আনুষ্ঠানটি উৎযাপন কৰে। কোনো কোনো অংশত মদন-কাম হিচাবে পূজা কৰে। মদন-কাম প্ৰকৃততে লিঙ্গ পূজা। মদন-কাম দেৱতাৰ প্ৰতীক হিচাবে লৈ কেডালমান বাহক ৰঙা বগা কাপোৰেৰে মেৰাই সুসজ্জিত কৰি বাহৰ মূৰত একোটাকৈ চোৱঁৰ বান্ধী দিয়া হয়। ককালত গামোছা বান্ধি বাহ ধৰে। এই লোক উছৱৰ লগত প্ৰজনন ভাৱনাৰ সম্পৰ্ক সুস্পষ্ট লগতে যৌনাঙ্গ আৰু যৌনক্ৰিয়াৰ প্ৰতীক ইয়াৰ অঙ্গি-অঙ্গীভাৱে জড়িত। মদন কাম দেৱতাৰ জন্ম, বাঁহৰ জন্ম, ভাঙৰ জন্ম, ঘট সৃজন, কপাহৰ জন্ম, ফুলৰ জন্ম আদি সঙ্গতি ৰাখি গীত ৰচনা কৰে। যেনে—

"গুৰুকে প্ৰণাম কৰং প্ৰণাম গুণপতি।
কমলা দুৰ্গা বন্দং লক্ষ্মী সৰস্বতী ॥
পূৰে বৰুণ বন্দিয়া গাং বন্দিয়া হুতাশন।
তবে দুৰ্লভ পুত্ৰ উপজিল মদন কাম ॥" ইত্যাদি......

**কাতি পূজাৰ গীত** : কাতিক-দেৱতাৰ পূজা গোৱাল পাৰাৰ স্ত্ৰী-সমাজৰ স্ত্ৰী-আচাৰ যুক্ত অতি জনপ্ৰিয় অনুষ্ঠান। কাতিক দেৱতাক সেনাপতি বুলি ধৰি লোৱা হয়। কিন্তু তেওঁ পুত্ৰদাতা আৰু শস্যদাতা লোকদেৱতা। পুত্ৰ 'বৰমাগা' তিৰোতা-সকলে কাতিক দেৱতাৰ পূজা কৰে। এই অনুষ্ঠানত ব্ৰাহ্মণ পুৰোহিত আৰু 'ঢাকৱাৰ' বাহিৰে অন্য পুৰুষে যোগ দিয়া নিষেধ। কাতিমাহৰ দোমাহীৰ দিনা এই পূজা অনুষ্ঠিত হয়। বেদিৰ চাৰিওফালে কলপুলি পুতি ওপৰত চন্দ্ৰতাপ দি কাতিক ঠাকুৰৰ মূৰ্তি ঠাপনা কৰে। আখ্যানমূলক গীতত শিৱৰ বিয়া শিৱচণ্ডীৰ মিলন; কাতিকৰ জন্ম, কাতিকৰ ৰূপ বৰ্ণনা কৰি ভাগে ভাগে গীত গায়। জিলাৰ ভিন্ ভিন্ অঞ্চলত ভিন্ ভিন্ গীতৰ আভাস পোৱা যায়। তাৰে এটি নমুনা—

"কাতিৰে তোৰ মাথা বানাইছে কোন জনে
ছয় মাস তংৰিয়াৰে তপস্যা কৰিয়াৰে
মাথা বানাইছে বাসুদেৱে
জনম দিছে শংকাই বাপে ॥" ইত্যাদি......

**কুশান গীত :** নাচ, গান সংলাপ অভিনয়েৰে ই এটি পূৰ্ণ পৰ্য্যায়ৰ নাট্যানুষ্ঠান। ৰামায়ণ খ্যাত লৱ-কুশৰ 'কুশ' শব্দৰ পৰাই কুশাণৰ উৎপত্তি বুলি ভাবিবৰ থল আছে। লৱ-কুশ সীতাৰ পুত্ৰ। কাব্য আকাশত ৰামায়ণ আৰু মহাভাৰতৰ মূল আখ্যানৰ কাহিনী ভাগ লৱ-কুশই হাতত বেণা লৈ ৰামচন্দ্ৰৰ আগত গাই শুনাইছিল। সেই কাৰণে লৱ-কুশই গোৱা গীতক 'কুশান গান' বুলি কোৱা হয়। আকৌ কিছুমান পণ্ডিতৰ মতে কোচ ৰজাৰ ৰাজত্ব কালত এই গীত প্ৰচলন হয় বাবে এই গীত কোচান বা কুশান গান বুলি জনাজাত। এই অনুষ্ঠান পৰিবেশন কৰিবলৈ দহ পোন্ধৰজন শিল্পীৰ দৰকাৰ-- মূল, দোৱাৰী আৰু ছুকুৰী কেইজনী মান। মৃদাঙ্গ, তাল দোতৰা, আদিয়েই হ'ল ইয়াৰ বাদ্য-যন্ত্ৰ। অনুষ্ঠানৰ আৰম্ভণিতে এটি বন্দনা গায়। সেয়া হ'ল :

"আইসৰে মাও সৰেসতী
        বথে কৰিয়া ভৰ।
জয় জোখাৰে আইস মাও তুই
        মোৰ সভাৰ ভিতৰ।
মোৰ সভা ছাৰিয়া যদি মাও
        অন্যেৰ সভা যাইস্
আৰ কিছু কিৰা নাদেং মই
        ধৰ্মেৰ মাথা খাইস্ ॥"

**নয়ানশ্বৰী গীত :** এই জিলাত কুশান গানৰ প্ৰভাৱৰ লগে লগে নয়ানশ্বৰী গীতৰো প্ৰভাৱে বিস্তাৰ লাভ কৰে। ইয়াক পালা গানৰ নিচিনাকৈ গোৱা হয়। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ ইয়াত যথেষ্ট। চৰিত্ৰবোৰে বৈষ্ণৱ ধৰ্মৰ নানি নিচিগা বৰ্ণনা দিয়ে। গীতালে বৈষ্ণৱৰ আৰু দোহাৰিজনে শিষ্যৰ আৰু ছুকুৰী এজনীয়ে নয়নেশ্বৰী বা শিষ্যৰ জীয়েকৰ ভাও দি আখ্যান-মূলক অনুষ্ঠানটি পৰিবেশন কৰি যায়। এই আখ্যানৰ ভিতৰত থাকে হিন্দু, মুছলমান আৰু বৈষ্ণৱ ধৰ্মৰ কথা। ইয়াতো বন্দনাৰ এটি নমুনা ভাঙি ধৰা হ'ল :

"হৰি, নাম কৃষ্ণ নাম বৰয় মধুৰ
যেইজন ভজে নাম সেইজন চতুৰ।
হৰি বল কৃষ্ণ বল কৃষ্ণেৰ নাম সাৰ
ইহকাল পৰকাল তিনকালে হৈবে পাৰ।"

**মনাই যাত্ৰা গীত :** 'মন' বা 'আত্মা' শব্দৰ পৰাই মনাই শব্দটোৰ উদ্ভৱ। মনাইৰ পিতা চুলতান বাদছাহ ফকিৰ হোৱাত তেওঁৰ পুত্ৰ বাদছাহ হয়। এই গীতৰ মাধ্যমেদি ফকিৰে মনাইক উপদেশ বাণী শুনাইছে। যেনে—

"মাও বৰ ধনৰে মনাই মাও বৰ ধন
যাৰ ঘৰে মাও নাই তাৰ নিষ্ফল জীৱন।
দৈ মিঠা দুধ মিঠা আৰ মিঠা ননী
তাৰ চাইতে অধিক মিঠা মাও হেন জননী।"
ইত্যাদি......

**সত্যপিৰ গীত :** হোচেন চাহে কমতা ৰাজ্য আক্ৰমণৰ পিছতেই এই গীতৰ প্ৰচলন হয়। উত্তৰ বঙ্গ অঞ্চলতো এই গীতৰ প্ৰচলন আছে। গীতৰ নমুনা—

"একদিন সত্যপিৰ চান্ কৰিতে যায়
নুৰ নদীৰ ঘাটে যায়া কোৰাণ হাৰা পায়
চালামো কৰিয়া কোৰাণ তুলি নিল মাথে
আনন্দে চলিয়া গেল পিতাৰ সাক্ষাতে।
কোৰাণ দেখিয়া বামুণ কৰিলে চালাম
আমৰা ব্ৰাহ্মণ জাতি কোৰাণে কি কাম।"
ইত্যাদি....

**বিয়াৰ গীত :** বিবাহ উৎসৱ এটি পৱিত্ৰ অনুষ্ঠান। বিয়াৰ সময়ত জিলাৰ সকলো অঞ্চলতে আচাৰ অনুষ্ঠানৰ লগত মিল ৰাখি 'আয়াতী'সকলে গীত গায়। এই গীত গোৱা দলটোক 'নামাতী' বোলে। গীতত দৰা-কন্যাক ৰাম-সীতাৰ আৰু হৰ-পাৰ্বতীৰ লগত তুলনা কৰি গীত গায়। এই বাবে বৰণীয়া গীতত আছে—কন্যা জুৰা, দৰা গা ধোৱা, দৰা যাত্ৰা কৰা, বৰণ কৰি নিয়া, যৌতুক দিয়া, পাশা খেলা, হোম পোৰা আদি আচাৰৰ লগত খাপ খোৱাকৈ গীত গায়। নামতীসকলে দৰাৰ ঘৰলৈ গৈ গোৱা গীতৰ প্ৰথম নমুনা—

"নিমন্ত্ৰণ কৰিছে ৰাম
নিশি ৰামেৰ হাতে
নামতী জিৰাইছে
ৰাম কলৰ তলে।
আহিছে নামতী
বহিছে বাটত
চিঠি-পত্ৰ পাইছং
নাৰদেৰ হাতত।" ইত্যাদি.......

**ধুৰনি গীত :** ধুৰনি বিবাহ অনুষ্ঠানৰ সাদৃশ। কোনো ছোৱালী পুষ্পিতা হ'লে তৃতীয় দিনৰ দিনা জ্যোতিষৰ দ্বাৰাই গণনা কৰে। এজনী অকুমাৰী ছোৱালীৰ দ্বাৰা তিনিটা 'জপাত' প্ৰথমটোত নতুন কাপোৰ, দ্বিতীয়টোত গহনা-গাঠুৰি আৰু তৃতীয়টোত ফল কটাৰী আৰু তামোল-পাণ ভৰাই ওচৰৰ এঘৰ মানুহৰ ঘৰত ৰাখে। এই অকুমাৰী ছোৱালীজনীক 'গাজি' বোলে। পঞ্চম দিনা আৰু দুটা জপা দি মুঠ পাচটা জপা সহ গাজিৰ হতুৱাই 'নখুণ খোৱা' ছোৱালীজনীৰ ঘৰলৈ আহি ধুৰনি অনুষ্ঠান পাতে। গা ধুৱাই জপাৰ কাপোৰ গহনা-গাঠুৰি পিন্ধাই ফল কটাৰী সনায়। গা ধুওৱাজনীক ধৰন্তি বোলে। কন্যাক গা ধুওৱা, পূজা কৰা, কন্যালৈ খোৱা আদি পৰ্য্যায়ৰ লগত সঙ্গতি ৰাখি নামাতীসকলে গীত গায়। ছোৱালীক সীতা, ৰুক্মিণী আদিৰ লগত তুলনা কৰি গীত গায়।

গীতাংশ

"কলৰ শাৰী শাৰী
মধ্যে ফুলেৰ বাৰী
এই সে সীতাৰ বাৰী।
অহে সীতা দেৱী
জনকেৰ ঝিয়াৰী
আজি শুভদিন হৈয়া।
আজি সীতাৰ ঘৰে
ভাল যজ্ঞ কৰে
জোখাৰ পৰে ঘনে ঘনে।" ইত্যাদি........

**অন্নপ্ৰাশন আৰু চূড়াকৰণৰ গীত :** এই দুটা অনুষ্ঠান বৰ পবিত্ৰ। অনুষ্ঠানৰ লগত জড়িত থকা কিছুমান গীত আছে। 'নামতী'সকলে এই গীত গায়।

অন্নপ্ৰাশন

"গগন বৰিয়া কৈল
আজি শুভ ক্ষণ
শুভ ক্ষণে শ্ৰীহৰি
অন্ন প্ৰাশনেৰ হেতু
কৰে আয়োজন
একশত অন্ন ৰান্ধে
পঞ্চাশত বেঞ্জন
ক্ষীৰ ননী দিয়া চাইলক
কৰাইল ভোজন।"

চূড়াকৰণ

"দুবলা বনৰে আঠি হৰি হৰি
দুবলা বনৰে আঠি
আমাৰ বাপুৰ চুল্লা লাগিছে
চুলিতে পৰিছে গাঠি।" ইত্যাদি.......



**আইনাম :** এই জিলাত গিৰীহঁতৰ ঘৰত শুভ কাৰ্য্যৰ সময়ত অপায় অমঙ্গল দেখা দিলে, আই দেখা দিলে, অকাল, মহামাৰী আৰু দুৰ্ভিক্ষৰ সময়ত আইনাম পৰিবেশন কৰে। ই তিৰোতাসকলৰ অনুষ্ঠান। যেনে—

"ডাঙৰ আই আহিছে, নাম ধৰিছে
        বহিছে মণ্ডপ পাতি, হৰিহে।
ছোট আই আহিছে, নাম ধৰিছে
        বহিছে মণ্ডপ পাতি, হৰিহে।
সাত বইনী আহিছে, নাম ধৰিছে
        বহিছে মণ্ডপ পাতি হৰিহে।
নয় বইনী আহিছে, নাম ধৰিছে
        বহিছে মণ্ডপ পাতি, হৰিহে।
বাৰ উল্যা আহিছে, নাম ধৰিছে
        বহিছে মণ্ডপ পাতি, হৰিহে।" ইত্যাদি........

**গুপুনী নাম :** এই জিলাৰ বিভিন্ন অঞ্চলত বৈষ্ণৱ ভাবৰ অনুপ্ৰেৰণাত ৰচিত থলুৱা কিছুমান ভক্তিমূলক গীতৰ প্ৰচলন আছে। এইবোৰ চৈতন্য পন্থীৰ ভাব-ধাৰাৰ গীত। এইবোৰক নাম বুলি কয়। এইবোৰ সাধাৰণতে পুৰুষে গায়। তিৰোতাসকলে গোৱা গীতক গুপুনী নামাকৰণ কৰে।

গুপুনী নাম

"আজিৰ গুৰু হঠাতে ৰহিলা
ধান মোৰ বিস্তৰ হৈয়া
তুমি আমি ভাঙাৰা নাই পাং
গৃহে পৰিশোধন দিয়া।
ঠাইখিনি মুচিয়া নৈবেদ্য সাজেয়া
আগতে প্ৰদীপ লৈয়া।
এখনে আহিব বান্ধৱ কৃষ্ণ
ষোল্লশ গোপিনী লৈয়া।"— ইত্যাদি........

**হোলিৰ গীত :** এই গীত এই জিলাৰ হোলী উৎসৱত গায়। গায়কসকলে বটলত ৰং ভৰাই গীতৰ ছন্দে ছন্দে ছতিয়াই গীত গায়। হোলী ৰজাক আগত বহুৱাই গীত গায়। যেনে—

"বেলৰে তলতে
পুজিব মহাদেৱকে
নবীন সৈন্যাসে
যাবৰে কৈলাসে ॥
দক্ষ ৰাজাৰ জীয়ৰী
পৰমা সুন্দৰী
বিয়া দিব সদাশিবেৰ কাছে ॥"

**বাৰমাসী গীত** : বাৰমাসী গীতত বিৰহ, বিচেছদ, হা-হুমুনিয়া আদিৰ ছবি প্ৰতিফলিত হয়। পুৰুষে হাতত 'সেৰেঙ্গা, লৈ এই গীত গায়। বাৰমাসী বহুবিধৰ আছে যেনে—শান্তি-বাৰমাসী, টিঁয়া বাৰমাসী, ফুল বাৰমাসী, কন্যা বাৰমাসী, নাৰী বাৰমাসী, সাধু বাৰমাসী, পিয়া বাৰমাসী, বালুতিতি বাৰমাসী, ইচছা বাৰমাসী, ৰাধা বাৰমাসী ইত্যাদি। ইয়াত নাৰী বাৰ-মাসীৰ এটি নমুনা দিয়া হ'ল :

"বছৰেৰ নাৰীৰ বইস
বছৰেৰ হিয়া
অলপো বয়সে
মোক দিলা বিয়া
দয়া না কৰো পৰভূ
ক্ষমা না কৰো
মই নাৰী নাই হং
বছৰেৰ বাৰ।"— ইত্যাদি....

**নিচুকনি গীত** : 'নিদ্ৰালি'—নিচুকনি গীত, ডাঙৰে কেচুৱা ল'ৰা-ছোৱালীক টোপনি নিয়াবৰ বাবে গায়। এই গীতক 'ছাৱা ভুৰকা' গান বুলিও কয়। এই 'নিদ্ৰালি' গীত শুনি কান্দি থকা কেচুৱা ল'ৰা-ছোৱালীবোৰে টোপনি যায়। তাৰে এটা আভাস তলত দিয়া হ'ল :

"হায় চমকা হায়
কত ধান খায়।
ভাই বইনী বিয়া হয়
কত মঙ্গলা চায়।
ধান পকিলে চিৰাদিম
ডালত বহিয়া খাবি।
ডাল-ডুল ভাঙেয়া
তেলীৰ ঘৰত যাবি।
তেলী দিব তেল গামছা
মালী দিব ফুল,
ধেমনী বেটী খোপাতী
আড়াই টাকাৰ মূল।"

**কেঁচুৱা ওমলোৱা গীত** :

"চুলে মামা চুলে
হাতীৰ কান্ধত চৰে
হাতী মাৰিল লাঠি
গোৱালী ঘৰেৰ কাথি।"

**প্ৰতীকধৰ্মী গীত** : গোৱালপৰীয়া লোকগীতৰ কিছুমান প্ৰতীকধৰ্মী গীত আছে। এইবোৰ গীতৰ মাজত পৰিলক্ষিত হয় গছ-গছনি, নদ-নদী, ফল-ফুল, বনৰ-চৰাই চিৰিকতিৰ পৰা আৰম্ভ কৰি অতিকায় গজৰাজৰ প্ৰতীকধৰ্মীকতাৰ নিবিড়তম বৰ্ণনা। যেনে—

"নদীৰ বসন্ত কালেৰে
ভাঙেয়া নামায় মাটি
মাছেৰ বসন্ত কালেৰে
ঐনা কৰে উজান ভাতি ॥
গাছেৰ বসন্ত কালেৰে
ঝৰিয়া পৰে পাতা
নাৰীৰ বসন্ত কালে
ঐনা বাকিয়া কয় কথাৰে ॥" ইত্যাদি....

**কাতিক বিহুৰ গীত** : কাতি মাহৰ দোমাহীত গধূলি ধাননি পথাৰত বন্তি গছা দিয়ে। তেতিয়া এই জিলাৰ গাঁৱে ভূঞে ল'ৰাবিলাকে তলত দিয়া গীতবোৰ গাই আনন্দমুখৰ পৰিবেশৰ স্থষ্টি কৰে—

"দেউল দেউল দেউল
পৰাৰ ধান আউল চাউল
আমাৰ ধান মুলাচাউল।
দেউল দেউল দেউল
তোমাৰ গৰু লেৰা ফেৰা
আমাৰ গৰু ভৈষেৰ ফেৰা।" ইত্যাদি....

**বহাগ বিহুৰ গীত** : বহাগ বিহুৰ দিনা গৰু গা ধুৱাবলৈ নিয়া হয়। হালধী ঘঁহি, ফুলৰ মালা পিন্ধাই গৰু নৈত গা ধুৱায়। গা-ধুৱাওঁতে তলত দিয়া গীতবোৰ গায়।

"আগলতী দীঘল পাত
গৰু কোবাং ঝাত ঝাত।
লাউ খাবি বেগেনা খাবি
বছৰে বছৰে বাঢ়িয়া যাবি।
মাও সৰু বাপ সৰু
তুই হবি বৰ গৰু।"

এনেকৈ অসংখ্য লোকগীত এই জিলাৰ ঠায়ে ঠায়ে অঞ্চলে অঞ্চলে, গাৱেঁ-ভূঞে, নগৰে-চহৰে খুন্দ খাই আছে। এইবোৰ উদ্ধাৰ কৰি সজাই পৰাই ৰাখিলে অসমীয়া লোক-গীতি-সাহিত্যৰ ভৰাঁল চহকী হব, ই ধ্ৰুৱপ।

# ভূটানৰ পাদদেশত গুমা দুৱাৰ



শ্ৰীপ্ৰভাত ৰায়

ঐতিহ্যমণ্ডিত বহুবোৰ কথাই বুৰঞ্জীৰ সোণোৱালী পাতত ঠাই পোৱা নাই। আন আন ক্ষেত্ৰত অতীতৰ সেই গৌৰৱময় কথাবোৰ যথেষ্ট পৰিমাণে বিকশিত হৈ আছে। ঠিক তেনেকৈ গোৱালপাৰাৰ ক্ষেত্ৰতো সেই কথা কব পাৰি।

কামৰূপ-কমতাৰ নীলাম্বৰ ৰজাই গৌড়ৰ ৰজা হোচেন চাহৰ হাতত পৰাস্ত হোৱাৰ পিছতেই কমতাপুৰত অৰাজতকাৰ স্থষ্টি হয়। গোৱালপাৰাৰ চিকনাঝাৰৰ বিশু প্ৰবল প্ৰতাপী হৈ উঠে আৰু বিশ্বসিংহ নাম লৈ ৰজা হয়। এওঁ ভূটান ৰাজ্যলৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। ভূটানলৈ অহা-যোৱাৰ সুবিধাৰ্থে ওঠৰটা ৰাস্তা নিৰ্মাণ কৰিছিল। এই ওঠৰটা ৰাস্তা ওঠৰটা চুৰা নামে পৰিচিত। ভূটানলৈ অহা-যোৱা এই ওঠৰটা চুৰাৰ তত্বাৱধানাৰ্থে ওঠৰজন চুৰা বিষয়াক নিয়োগ কৰিছিল। এওঁলোকৰ প্ৰয়োজনীয় খৰচৰ কাৰণে একো একো-জন চুৰা বিষয়াক একো একোখন ঠাইৰ অধিকাৰ দিয়া হৈছিল। এই ওঠৰজন চুৰা বিষয়ালৈ অধিকাৰ দিয়া অঞ্চল-বোৰ ওঠৰখন দুৱাৰ নামে পৰিচিত, যেনে, আলিপুৰ দুৱাৰ, ভূলকা দুৱাৰ, গুমা দুৱাৰ, চিদলী দুৱাৰ, বিজনী দুৱাৰ ইত্যাদি।

কোচ ৰাজ্যৰ চুৰা বিষয়া নাইবা দুৱাৰ অধিপতিসকল একো একোজন ৰজাৰ দৰে আছিল আৰু কোচ ৰজাৰ নিকটতম আত্মীয়ই বিভিন্ন ঠাইত এই অধিকাৰ পাইছিল। ইয়াত মাথোন গুমা দুৱাৰৰ কিঞ্চিৎ পাতনি মেলিবলৈ প্ৰয়াস কৰা হৈছে। গুমা দুৱাৰত বৰ পাতল বসতি আৰু হাবি-বননিয়ে ঘেৰি থকা হেতু মোগলৰ চকুত নপৰিল ; কিন্তু ভূটানৰ চকু পৰিল। কোচ ৰজাৰ প্ৰভাৱ লুপ্ত হোৱাৰ লগেলগে ভূটীয়া শক্তি প্ৰকট হৈ পৰে আৰু ভৈয়ামলৈ নামিবলৈ চেষ্টা কৰে। চুৰা বিষয়াবোৰে তেতিয়া স্বাধীনভাৱে নিজক ৰজা হিচাবে নিজ অধিকৃত অঞ্চলবোৰ শাসন কৰি আছিল। ভূটীয়াহঁতে মাজে সময়ে ভৈয়ামলৈ নামি অতৰ্কিতে আক্ৰমণ চলাই ধন ৰত্নাদি লুণ্ঠন কৰি গুচি গৈছিল। কাৰো কাৰো মতে ভূটীয়াহঁত আহিলে লোণ আৰু শুকান মাছ দিলে হাঁহি-মুখে নিজ ৰাজ্যলৈ উভতি গৈছিল।

কোচ ৰজাৰ সৈতে হোৱা ভূটীয়াৰ শেষ যুদ্ধৰ সময়ত ভূটীয়াহঁতে ৰাওনাই নৈৰ দাঁতিত এখন বহল পথাৰত সৈন্য সমাবেশ কৰে, সেই ঠাইখনৰ নাম তেতিয়াৰপৰা ভোট চাং। ভোট চাঙৰ পৰা চাঙেৰ ঘাট নামে নামান্তৰিত হয়। গুমা দুৱাৰ অধিকাৰ কৰাৰ পিছত ভূটীয়া ৰজা দেবাৰ্ধৰ্মাই গুমা দুৱাৰৰ দেওৱান হিচাবে কানপাৰা ভোট নামে এজন দুৰ্দ্ধৰ্ষ ভূটীয়া নেতাক ৰাখে। এওঁৰ অধীনত ৫০০০ হেজাৰ ভূটীয়া সৈন্য আছিল বুলি জনা যায়।

গুমা দুৱাৰত সেই সময়ত ভোটসিং চৌধুৰীয়ে ৰাজত্ব কৰি আছিল। ভোট আমোলৰ সিংহ চৌধুৰী বংশীয় ৰজা হেতু ৰাইজৰ মুখত ভোটসিং চৌধুৰী নামে জনাজাত। এওঁৰ ৰাজধানী আছিল দেউলগুৰী বোলা ঠাইত। দেউলগুৰীত ৰাজকীয়ভাৱে দৌল উৎসৱ পতা হৈছিল। লোক প্ৰবাদ মতে দেউল পূজাৰ পৰা সেই ঠাইৰ নাম দেউলগুৰী হয়। দেউল অৰ্থ দৌল উৎসৱ, গুৰী অৰ্থ মূল। দৌল উৎসৱৰ ঘাই ঠাই হিচাবে সেই ঠাই দেউলগুৰী নামে জনাজাত হয়। দেউলগুৰীৰ দেউল ঘৰতে ভোটসিং চৌধুৰীয়ে দেবাৰ্ধৰ্মাৰ কৰতলীয়া ৰজা হিচাবে ৰাজপাটত বহি থাকিল।

**ভূটীয়াৰ ব্যৱহাৰ** : ভোটবিলাকে দল বান্ধি প্ৰজাৰ ঘৰে ঘৰে ফুৰিছিল। বিশেষকৈ সমৰ্থবান প্ৰজাৰ ঘৰলৈ গৈ প্ৰায় ভাগে ভাত খাইছিল। সিহঁত আহিলে ভাল আঞ্জাৰে ভাত খুৱালে নিতৌ সেই ঘৰলৈ খাবলৈ আহিছিল। খাবলৈ নিদিলে ভূটীয়া সৈন্যৰ হাতত যথেষ্ট লাঞ্চনা ভোগ কৰিব-লগীয়া হৈছিল। গতিকে এই অঞ্চলৰ ৰাইজে কেতিয়াও সিহঁতক ভাল আঞ্জাৰে ভাত খাবলৈ দিয়া নাছিল। আঞ্জাত অতিৰিক্ত লোণ, খাৰ আৰু জলা দি খোৱাৰ অনুপযোগী কৰি খাবলৈ দিছিল। তেতিয়া তেওঁলোকে প্ৰজাক হাউৰীয়া

বুলি কৈ খাই বৈ গুচি গৈছিল আৰু আকৌ সেই ঘৰলৈ কেতিয়াও খাবলৈ নাহিছিল।

লোক প্ৰবাদ মতে এনেকৈ এদিন কেইজনমান ভূটীয়া সেন্যই গোলক মণ্ডলৰ ঘৰলৈ গৈছিল। তেতিয়া সিহঁতৰ দুপৰীয়া খোৱা লোৱা শেষ হৈছিল। বেলি অতিৰিক্ত হৈ গৈছিল, গতিকে আকৌ ৰন্ধা-বঢ়া কৰি সিহঁতক দুপৰীয়া খুৱাবলৈ সময় নাই। গোলক মণ্ডলে সিহঁতক বুজাই ক'লে,— "হুজুৰ! আমালোকৰ দুপৰীয়া খোৱা শেষ হৈছে। এতিয়া আপোনালোকক আকৌ ৰন্ধা-বঢ়া কৰি খুৱালে সময়ৰ নাটনি হ'ব। আপোনালোকে ভোকত কষ্ট পাব। গতিকে অনুগ্ৰহ কৰি আজিৰ কাৰণে অলপ জলযোগ কৰি যাওক। সিহঁতে ক'লে—"জলযোগ ক্যা চিচ?" মণ্ডলে তেতিয়া বুজাই ক'লে,— "হুজুৰ! চিৰা-টিৰা, কঠাল-টঠাল আৰু দৈ-গাখীৰ।" ভূটীয়াহঁতে কথাটো বুজি পালে, আৰু জলযোগ কৰিবলৈ সিহঁত ৰাজী হ'ল। কাৰণ তেতিয়া সিহঁতৰ বৰ ভোক লাগিছিল।

গোলক মণ্ডলে চিৰা, কঠাল, দৈ গাখীৰ যতনেৰে সিহঁতক খাবলৈ দিলে। খোৱাৰ কাম শেষ হৈ অহাত মণ্ডলে আকৌ সিহঁতক চিৰা আৰু কঠাল যাচিবলৈ গ'ল। সিহঁতে চিৰা কঠাল নললে আৰু সেইবিলাকৰ পৰিবৰ্তে টিৰা আৰু টঠাল খুজিলে। মণ্ডলৰ মূৰত বজ্ৰাঘাত হ'ল। টিৰা আৰু টঠাল পায় ক'ত? ভূটীয়াহঁতে নেজানে চিৰাৰ লগত টিৰা, কঠালৰ লগত টঠাল শব্দ দুটা একো একোটা উপশব্দ বিশেষ। কিন্তু উপশব্দ হ'লেও বস্তু দুটা দিবই লাগিব। মণ্ডলৰ উপায় নোহোৱা হ'ল। বস্তু দুটা দিব নোৱাৰিলে সিহঁতৰ লগত ইতিকিং কৰাৰ অপৰাধত তৰোৱালৰ কোপত প্ৰাণ দিব লাগিব। ভয়ে ভয়ে মণ্ডলে টিৰা আৰু টঠাল আনিবলৈ ভিতৰলৈ সোমাই গ'ল। নিৰুপায় হৈ কথাটো ঘৈণীয়েকৰ ওচৰত ভাঙি পাতি কলে। মণ্ডলৰ ঘৈণীজনী বৰ বুদ্ধিমতী আছিল; তাই অলপ চিন্তা কৰি গিৰীয়েকক ততালিকে দাউয়া ফল (গছৰ ফল) আনিবলৈ ক'লে। দাউয়া এই অঞ্চলৰ এবিধ ফলৰ নাম। পকিলে হালধিয়া ৰং হয়। খোৱাত অলপ টেঙা টেঙা আৰু মিঠা মিঠা লাগে। মণ্ডলে ততালিকে গছৰ পৰা দাউয়া ফল পাৰি আনিলে আৰু ঘৈণীয়েকক টিৰাৰ কি উপায় কৰিলে বুলি কলে। মণ্ডলৰ ঘৈণীয়েকে চিন্তা কৰিব নালাগে বুলি দাখা গুড়াক টিৰা বুলি দিলে। এই অঞ্চলত চাউল তিয়াই পিছত ভাজি চিৰাৰ দৰে তৈয়াৰ কৰা হয়, ইয়াক কোনো ঠাইত দাখা গুড়া, কোনো ঠাইত চেপেটা গুড়া বুলি কয়। যিয়ে নহওক চেপেটা গুড়া আৰু দাউয়া ফল খাবলৈ দি মণ্ডলে ভূটীয়াহঁতৰ হাতত 'টিৰা', 'টঠাল' দিয়া জগৰৰ পৰা ৰক্ষা পৰিল। ভূটীয়াহঁতে মনৰ সুখত খাই বৈ গুচি গ'ল।

**ভূটীয়াৰ শাসন নীতি :** প্ৰচলিত কথা মতে ভূটীয়া শাসনৰ কালছোৱাত চোৰ ডকাইত ইত্যাদি প্ৰায় নাছিল। চোৰ-ডকাইতৰ হাত ভৰি কাটি দিয়াৰ ব্যৱস্থা আছিল। খুনৰ বদলি খুনৰ ব্যৱস্থা আছিল। এজন খুনী আচামী বিচাৰত যদি খুনী বুলি প্ৰমাণিত হৈছিল, তেতিয়াহ'লে চৰকাৰৰ তৰফৰ পৰা বাদী পক্ষক খুনৰ বদলি খুন লাগিব নে নাই বুলি শুধি চোৱা হৈছিল। বাদী পক্ষই যদি খুনৰ বদল খুন লাগে বুলি প্ৰাৰ্থনা কৰে তেন্তে বাদী পক্ষই চৰকাৰৰ ঘাতকক দণ্ড হিচাবে ছকুৰি টকা আদায় দিব লাগিছিল। কাৰো কাৰো মতে ই আচামীৰ জীৱন মূল্য দণ্ড। যিয়ে নহওক বাদী পক্ষই টকা আদায় দিলে নিৰ্দিষ্ট তাৰিখত চৰকাৰে আচামীক প্ৰকাশ্যভাৱে খুন কৰিছিল।

সেই সময়ত এই অঞ্চলত উৰুখা বুলি এটা ভূটীয়া প্ৰথা চলি আছিল। উৰুখাৰ ঘাই উদ্দেশ্য আছিল ৰাজমান্য দিৱস পালন। এই উৰুখাৰ দিন ভূটীয়াৰ সকলো প্ৰজাই ঘৰবাৰী এৰি হাবিত আত্মগোপন কৰিব লাগিছিল। কাৰো কাৰো মতে ইয়াক ছুং বুলি কৈছিল। উৰুখাৰ ছুং কালছোৱাত ভূটীয়া সৈন্যহঁতে প্ৰত্যেক প্ৰজাৰ ঘৰ খানাতলাচি কৰি ফুৰিছিল। যদি কাৰো কোনো কাৰণ বশতঃ ছুঙৰ সময়ত ঘৰত পাইছিল, তেন্তে নিৰ্বিচাৰে তাক তেতিয়াই হত্যা কৰি পেলাইছিল। আত্মগোপনকাৰীসকলৰ কোনোবা যদি হঠাতে হাবিৰ মাজত ভূটীয়া সৈন্যৰ চকুত পৰিছিল তেনে অৱস্থাত তেওঁক অৱশ্যে অপৰাধী বুলি ধৰি লোৱা হোৱা নাছিল। ৰাজাদেশ মান্য কৰি ঘৰবাৰী এৰি সি হাবিত পলাই আহিছে, সি ৰজাক ভয় কৰে; গতিকে তেওঁক দোষৰপৰা অব্যাহতি দিয়া হৈছিল আৰু অভয় দান দি হাঁহি মুখেৰে সিহঁতে আন ঠাইলৈ গুচি গৈছিল। এইবিধ উৰুখা কাৰো মতে পুহ সংক্ৰান্তিৰ দিনা আৰু কাৰো মতে চ'ত সংক্ৰান্তিৰ দিনা আছিল। মুঠতে ই ভূটীয়াহঁতৰ বছৰি কোনো নিৰ্দিষ্ট তিথি উপলক্ষে এই উৰুখা পালন কৰা হৈছিল অথবা ৰাজ সিংহাসনত আৰোহণৰ দিনটো উপলক্ষ্য কৰি ৰাজ সন্মান ৰক্ষাৰ্থে এই প্ৰথাৰ প্ৰচলন কৰা হৈছিল।

১৮২৩ খ্ৰীষ্টাব্দত লৰ্ড হেষ্টিংছৰ পদত্যাগৰ পিছতেই লৰ্ড আমহাৰ্ষ্ট গৱৰ্ণৰ জেনেৰেল হৈ ভাৰতলৈ আহে। এওঁৰ আমোলতে ১৮২৫ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰী দিনা ইয়াণ্ডাবু



সন্ধিমতে ৬০০ বছৰীয়া আহোম ৰাজত্বৰ যৱনিকা পৰে আৰু অসম ৰাজ্য ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰতলীয়া হয়। ভূটানৰ কৰতলীয়া ৰাজ্য হিচাবে গুমা দুৱাৰৰ ওপৰত তেতিয়ালৈকে ইংৰাজৰ চকু পৰা নাছিল।

ভোটসিং চৌধুৰীৰ পুতেক অৰুণসিং চৌধুৰী আৰু বৰুণসিং চৌধুৰী তেতিয়া গুমা দুৱাৰত ভূটীয়াৰ অধীনত ৰাজত্ব কৰি আছিল। অৰুণসিং বৰ প্ৰতাপী হৈ উঠে। লৰ্ড আমহাৰ্ষ্টৰ কালছোৱাত কৰভাৰ আদায়ৰ কাৰণে প্ৰজাৰ ওপৰত বৰ জুলুম হয়। ফল স্বৰূপে ৰংপুৰ, দিনাজপুৰ অঞ্চলত এক চাঞ্চল্যকৰ বিদ্ৰোহৰ সূচনা হয়। এই বিদ্ৰোহৰ ফল স্বৰূপে ১৮৫৭ খ্ৰীষ্টাব্দত চিপাহী বিদ্ৰোহৰ সূচনা হয় আৰু এই চিপাহী বিদ্ৰোহেই ভাৰতীয় প্ৰথম মুক্তি সংগ্ৰাম নামে অভিহিত হয়। কোনো কোনোৰ মতে অৰুণসিং চৌধুৰী দেৱীচৌধুৰাণীৰ পক্ষক সমৰ্থন কৰি বিদ্ৰোহত যোগদান কৰিছিল আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত চুক্তিবদ্ধ হৈ উভতি আহে। কাৰো কাৰো মতে অৰুণসিং চৌধুৰীয়ে চিপাহী বিদ্ৰোহ দমনত কোম্পানীক সহায় কৰে আৰু মিত্ৰতা বন্ধনত উভতি আহে। যিয়ে নহওক ইয়াৰ ফল স্বৰূপে অৰুণসিঙৰ ভাগ্যাকাশত বিপৰ্য্যয় দেখা দিয়ে। অৰুণসিঙৰ মন্ত্ৰীৰ নাম আছিল সোণাৰাম দেৱান। চতুৰ সোণাৰাম দেৱানে মনে মনে তেওঁৰ বিৰুদ্ধাচৰণ কৰি বিপদত পেলোৱাৰ ইচ্ছাত ভূটীয়াৰ ৰাজ কৰ বন্ধ কৰি দিলে। কথিত মতে ১৮৫৯ চনত ভূটীয়া ৰজা দেবাধৰ্মাৰ আদেশত ইয়াৰ দেৱান কানপাৰা ভোটে অৰুণসিং চৌধুৰীক হাতে গলে বান্ধি ভূটানলৈ পঠিয়াই দিয়ে। অৰুণসিংৰ উদ্ধাৰৰ কাৰণে ৰাণীয়ে সোণাৰাম দেৱানৰ হতুৱাই কৰৰ টকা পঠিয়াই দিলে। ভূটীয়া ৰজাই কৰ পালে সঁচা কিন্তু অৰুণসিং চৌধুৰীক ওভোতাই দিব নোৱাৰিলে। বন্দী অৱস্থাতে অৰুণসিং চৌধুৰীৰ মৃত্যু হয়। ভূটীয়া ৰজা দেবাধৰ্মাই চৌধুৰীৰ বিধৱা পত্নী আৰু নাবালক সন্তানৰ প্ৰতি দয়া-পৰবশ হয়। তেতিয়াৰ প্ৰচলিত প্ৰথা মতে ৰাজমাল্য 'মতিমালা' চৌধুৰীৰ জ্যেষ্ঠ পুত্ৰ ৰঘুনাথ সিংৰ নামত দেৱানৰ হতুৱাই পঠিয়াই দিয়ে আৰু তেওঁ নাবালক থকা হেতু ৰাজ্য শাসনৰ ভাৰ দেৱানৰ হাতত অৰ্পণ কৰে।

সোণাৰাম দেৱান ৰাজ্যলৈ উভতি আহি নিজকে ৰজা হিচাবে প্ৰচাৰ কৰিলে। ভূটীয়া ৰজাই ৰঘুনাথ সিঙলৈ দিয়া ৰাজমাল্য নিজৰ ডিঙিত পিন্ধিলে। তেতিয়া প্ৰথা আছিল "মতিমালা যাৰ, ৰাজ্য তাৰ।" অৰুণসিংৰ বিধৱা পত্নী নাবালক সন্তান ৰঘুনাথসিং গোলকসিং আৰু চন্দনসিং ৰাজ্যহাৰা হ'ল। নাবালক সন্তানৰ বিপদৰ আশঙ্কাত এদিনা ৰাতি বিশ্বস্ত অনুচৰলৈ ৰাণীয়ে ৰাজবাৰী পৰিত্যাগ কৰিলে আৰু ডংকা দুৱাৰত ভায়েকৰ আশ্ৰয় ললে। বিধৱা ৰাণীয়ে ভায়েকৰ আশ্ৰয়ৰপৰা সোণাৰাম দেৱানৰ বিৰুদ্ধে ভূটীয়া ৰজা দেবাধৰ্মাৰ ওচৰত বিচাৰ প্ৰাৰ্থনা কৰিলে। দেবাধৰ্মাৰ ন্যায় বিচাৰত বিধৱা ৰাণী জয়ী হয়। সোণাৰাম দেৱানৰ চক্ৰান্তত ৰজা অৰুণসিংহৰ প্ৰাণান্ত ঘটে বুলি প্ৰমাণ হয়। ভূটীয়া বিচাৰ মতে সোণাৰাম দেৱান প্ৰাণ-দণ্ডে দণ্ডিত হোৱাৰ উপযুক্ত দোষী, ইচ্ছা কৰিলে ৰাণী দেৱানৰ প্ৰাণদণ্ড প্ৰাৰ্থনা কৰিব পাৰে আৰু ঘাতক দণ্ড ছকুৰি দুটকা জমা দিব পাৰে বুলি প্ৰচাৰ হ'ল।

ৰাজ আদেশত ৰাণীয়ে ছকুৰি দুটকা জমা দি দেৱানৰ প্ৰাণদণ্ড প্ৰাৰ্থনা কৰিলে। ১৮৬০ চনত নিৰ্দিষ্ট তাৰিখত সোণাৰাম দেৱানৰ প্ৰকাশ্য প্ৰাণদণ্ড হয়। কোনো কোনোৰ মতে তেওঁক জীৱন্ত কবৰ দিয়া হৈছিল। তেওঁক যি ঠাইত কবৰস্থ কৰা হৈছিল সেই দিনৰপৰা সেই ঠাইৰ নাম দেৱান পোতা ভিটা নামে জনাজাত হয়। দেৱান পোতা ভিটা নামান্তৰিত হৈ দেৱানৰ ভিটা হয়। বৰ্তমান সেই ঠাইখন তালোৱা গাওঁৰ মাজত পৰিছে।

কালস্য কুটীলা গতি। ইপিনে অৰুণসিঙৰ সৰু ভায়েক বৰুণসিঙে পূৰ্ব সৰ্ত্তানুযায়ী তেতিয়াৰ ভাৰতৰ গৱৰ্ণৰ লৰ্ড কেনিঙৰ ওচৰত অৰুণসিংৰ চৰম দুৰ্দশা আৰু মৃত্যু সংবাদ জনাই ইংৰাজৰ সহায় খুজিলে। গৱৰ্ণৰে অৰুণ সিঙৰ প্ৰাণ-দণ্ডৰ বিৰুদ্ধে দাবী জনাই ভূটীয়া ৰজাৰ ওচৰত এক পত্ৰ প্ৰেৰণ কৰে। ভূটীয়া ৰজাই তেওঁৰ প্ৰাণদণ্ড অস্বীকাৰ কৰে। ফল স্বৰূপে ১৮৬০ চনত ভূটীয়া ৰাজ্যৰ দক্ষিণ সীমাত ইংৰাজ সৈন্য সমাবেশ হয়। যি ঠাইত ইংৰাজ সৈন্য সমাবেশ কৰা হৈছিল সেই ঠাইখনত এখন বজাৰ বহিছিল আৰু বজাৰখনৰ নাম শেষত চিপাহীৰ হাট হয়। এতিয়া পুৰণি বজাৰখন সঙ্কোষ নদীৰ গৰ্ভত লীন হৈ যায় আৰু ওচৰতে নতুনকৈ উক্ত বজাৰখন বহে আৰু বজাৰখনৰ নাম নামান্তৰিত হৈ তামাহাট হয়।

১৮৬০ চনৰ শেষ ভাগৰ পৰা ১৮৬১ চনলৈ ভূটীয়া ৰজাৰ সৈতে ইংৰাজৰ তয়াময়া ৰণ হয়। ৰণত ইংৰাজৰ জয় হয়। আৰু এই যুদ্ধৰ ফলস্বৰূপে গুমা দুৱাৰ ১৮৬২ চনত সম্পূৰ্ণভাৱে ইংৰাজৰ হাতলৈ যায়। এই কালছোৱাত ভাৰতৰ গৱৰ্ণৰ জেনাৰেল আছিল লৰ্ড এলগিন। এই যুদ্ধৰ পিছত চাৰ জন লৰেঞ্চৰ সময়ত ভূটীয়াহঁতৰ লগত দেৱানগিৰিৰ যুদ্ধ হৈছিল।

গুমা দুৱাৰত কোনো জমিদাৰী প্ৰথা নথকাত, ইংৰাজৰ হাতলৈ যোৱাত এই অঞ্চলত কোনো চিৰস্থায়ী বন্দোবস্তী নহ'ল। মোগল আমোলৰ শাসনাধীনত নথকাত পট্টা কবুলিয়তৰ প্ৰচলনও নাছিল, গতিকে গুমা দুৱাৰত লাহে লাহে জৰিপ কাম হ'ল আৰু অস্থায়ী হিচাবে বছৰেকীয়া পট্টা দিয়া হ'ল। ইয়াক একচনা বন্দোবস্তী বুলি কৈছিল। এই একচনা বন্দোবস্তীৰ পৰা ১০ চনা ম্যাদত বন্দোবস্তীত পৰিণত কৰা হয়। বৰ্তমান উক্ত ১০ চনা ম্যাদী বন্দোবস্তী লাহে লাহে ২০ চনা আৰু ২০ চনাৰ পৰা ৩০ চনালৈ ম্যাদ বৰ্দ্ধিত কৰা হৈছে কিন্তু এলেকা অস্থায়ী হিচাবে থাকিল।

১৮৬৯ খ্ৰীষ্টাব্দত লৰ্ড মেয়ো সৰ্বপ্ৰথম গোৱালপাৰা জিলাৰ গুমা দুৱাৰ পৰিদৰ্শন কৰিবলৈ আহে আৰু তেওঁ কচুগাওঁ অঞ্চলত চিকাৰ কৰিবলৈ যায়। লৰ্ড মেয়োৰ পৰিদৰ্শনৰ অজুহাতত গোৱালপাৰা জিলাৰ ধুবুৰী কচুগাওঁ ৰাস্তাটো বন্ধোৱা হয়। উক্ত ৰাস্তা বন্ধোৱাৰ সময়ত গুমা দুৱাৰৰ সকলো প্ৰজাই ৭ দিনলৈ শ্ৰমদান কৰিছিল। ইয়াক বেগাৰ খতা বুলি কোৱা হৈছিল।

লৰ্ড মেয়োৰ পৰিদৰ্শনৰ পিছত গুমা দুৱাৰত প্ৰথম জৰীপৰ কাম আৰম্ভ হয়। ১৯২০ চনৰ কালছোৱাত ৰংপুৰৰ ডিপুটী কমিচনাৰ মৰাণ চাহাবে ৰূপসিলৈ আহি এখন চাহ বাগিচা কৰে। তেওঁৰ নিকটতম আত্মীয়ই গুমা দুৱাৰলৈ আহি এখন চাহ বাগিচাৰ কাম আৰম্ভ কৰে। মৰাণ চাহাবৰ নামানুসাৰে এই চাহ বাগিচাখনৰ নাম মৰনৈ চাহ বাগান হয়। মৰনৈ চাহ বাগানৰ বনুৱা আদি চাওতাল পৰগণাৰ পৰাই অনা হৈছিল। সিহঁতৰ সা সুবিধাৰ্থে আৰু খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে গুমা দুৱাৰৰ অংশ কাটি চাওতাল কোলনী মৌজাৰ সৃষ্টি হয়। এনেকৈ কামৰ সুবিধাৰ্থে লাহে লাহে গুমা দুৱাৰ বিপু আদি ৫ খন মৌজাত ভাগ হয় আৰু উত্তৰাংশ ঘন বন থকাৰ কাৰণে বনাঞ্চল ৰিজাৰ্ভ হিচাবে ব্যৱহৃত হয়।

পুৰণি সীমা হিচাবে গুমা দুৱাৰৰ উত্তৰ সীমা ভূটান পৰ্বত, দক্ষিণে ঘূল্যা পৰগণা, পূবে চিদলী দুৱাৰ আৰু পশ্চিমত কোচ বিহাৰ, জলপাইগুৰী জিলা আছিল।

তথাকথিত প্ৰচলিত কথানুযায়ী অতীতৰ গুমা দুৱাৰ সুদীৰ্ঘ ৮৫ বছৰ কাল পৰাধীনতাৰ কঠিন শৃংখলত অৱৰুদ্ধ থাকি বহুত বিপৰ্যয়ৰ সন্মুখীন হবলগীয়া হৈছিল। গুমা দুৱাৰৰ বহুত সন্তানে দেশ মাতৃকাক শৃংখলমুক্ত কৰিবলৈ জীৱন আহুতি দিয়ে। সেইবিলাকৰ কোনো নামেই ইতিহাসৰ পাতত ঠাই নেপালে। কাৰণ এই অঞ্চল আছিল শিক্ষা-দীক্ষাত বহুত পিছপৰা; কিন্তু সাহস আৰু কৰ্ম উৎসাহেই তেওঁলোকক আগৰণুৱা কৰি মুক্তি ৰণত আগুৱাই নিছিল। তেওঁলোকে ৰণত প্ৰাণ বিসৰ্জন দিছিল। গতিকে তেওঁলোকৰ লেখ কৰোতা কোনো নাছিল। যিয়ে নহওক ৮৫ বছৰ ইংৰাজ শাসনাধীনত থকাৰ পিছত ১৯৪৭ চনত কংগ্ৰেছৰ নেতৃত্বত গুমা দুৱাৰে আকৌ স্বাধীনতাৰ পোহৰ দেখিবলৈ পালে।

0 0






অনুপ

মৰমৰ প্ৰীতি,

তোমালোকৰ তাত ইবেলি অসম সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন বহিবৰ কথা। তালৈ যোৱাৰ সময় নাই। এশ-এবুৰি এৰাব নোৱাৰা কাম আৰু সমস্যা। মনত বহু দিনৰে পৰা তোমালোকৰ বিষয়ে লিখাৰ প্ৰবল ইচ্ছা আছিল। নহ'ল। আজি অলপ আজৰি পাই আৰম্ভ কৰিলোঁ।

—অতি বিচিত্ৰ পনীয়া সোণৰ সফুঁৰা এইখন অসম। চাহ খেতি, মূল্যবান গছ, জীৱ-জন্তুৰ উপৰিও ইয়াৰ নৈ উপনৈবোৰ আমাৰ চিৰনগৰীয়া। সিহঁতৰ প্ৰত্যেকৰ সতে আমাৰ তেজ-মঙহৰ সম্বন্ধ। লুইতপৰীয়া অসমীয়াই সিন্ধু তীৰত জনম পোৱা বেদ-বেদান্ত সৃষ্টি কৰিব পৰা নাছিল। সেইবুলি লুইতৰ পানীৰে সদায় নেখেলাকৈ নাছিল। তেনে খেলাৰেই কথা লিখিবলৈ লৈছোঁ। লুইতৰ উপনৈ এইখন। নাম মনাহ। বুঢ়ী আই নৈ বুলিও কয়। ইয়াৰ বিচিত্ৰ বৰণৰ ঢৌবোৰৰ কথাই লিখি যোৱাৰ ইচ্ছা। কেতিয়াবা ৰঙা, কেতিয়াবা আকৌ বগা আৰু কেতিয়াবা যে তেনেই নীলা--এনে বিবিধ ৰঙৰ ঢৌ ইয়াৰ! পানীও।

মনাহ মৰিবৰ বহুদিন হ'ল। আন জান-জুৰিয়ে মিলি নামটো জীয়াই ৰাখিছে। সেই জীয়া জুৰিবোৰ হ'ল—

আই নৈ, বেঁকী আৰু আন বহুতো তেনেই সৰু-সুৰা ধৰণৰ। বুঢ়ী আই নৈ নাই। বুকুত শিলনি সাৰটি শুইছে। সেই জুৰিবোৰৰ ঝোনোঝাটো জীয়া। কোনো এটা সাময়িক উঁহ হে। বেঁকী, আই নৈ পৰ্বতীয়া। মনাহৰ পানীখিনি এতিয়া নীলা। ই বৈ নেযায়। গভীৰ গিৰি-খাতৰ সেই পানী। সোঁত নাই। অতিপাত বৰষুণ হ'লে উপচি পৰে। সোঁত যি সময়ত আছিল তেতিয়া গতিপথ ৰুদ্ধ কৰা ক্ষমতা কাৰো নাছিল। আজিৰ বেঁকী বা আই নৈৰ দ'ৰেই গড়া-খহনীয়াৰ বুকুত জাহ গৈছিল অসংখ্য গাওঁ-ভূঁই, ঘৰ-বাৰী, ধাননি-বননি। মৰা মনাহ নাম এই উপত্যকাৰ বহুকেইখন ঠাইতেই এতিয়াও বৰ্তমান। ইয়েই প্ৰমাণ কৰে মনাহৰ উচছল বুকুৰ এনাটমি। মচিবলৈ সম্ভৱ নহয়।

সৌ সিদিনা আকৌ এবাৰ ঘূৰি আহিলোঁ। মনাহৰ পাৰে পাৰে ঘূৰি কি দেখিলোঁ তাকেই জনাইছোঁ। আগৰ ডোবা-বিল, খাল যে এটিও নাইকীয়া হ'ল। বগাকৈ বগলীৰ জাক, নল-খাগৰিৰ হাবি, বিলৰ পাৰত বিবিধ চৰাইৰ কিৰিলি চাপলি, ডাঠ হাবিৰ হৰিণাৰ জাক, ম'হ, হাতী আদিৰ সমদল একোৱেই দেখা নেপালোঁ দেই। জিল্‌মিলনি দেখুৱাই হৰিণাই, ওখকৈ বিৰিণা গচকি যোৱা নেদেখিলোঁ। দূৰৈত মৃগয়া-বনৰ মাজৰ পৰা ময়ূৰৰ কেঁকনি শুনাৰ ভাগ্য নহ'ল। অমৰ প্ৰেমিকৰ নাচোন দেখা দূৰৈৰ কথা। কেৱল দেখিলোঁ ন-কৈ গঢ়ি উঠা নগৰ। শুনিলোঁ কোনো কাৰখানাৰ পৰা শ্ৰমিক-সকলক মাতি পঠিওৱা বিং। বহু পৰলৈকে বাজি থকা Siren ৰ কৰ্কশ শব্দ। অন্তৰ কঁপাই তোলা এই শব্দ। যাবই লাগিব। আকৌ, বহুতৰ মুখত হেৰাই যোৱা সা-সম্পত্তিৰ কথা, ধ্বংসৰ পথলৈ ঠেলি দিয়া অৰ্থনৈতিক সমস্যা, সমস্যাবহুল জীৱনৰ ছা আৰু নতুন পুৰুষৰ ন ন উদ্দীপনাৰ সুৰ। মনাহৰ পাৰৰ এই মানুহখিনি এতিয়া অতীত আৰু ভৱিষ্যতৰ সংযোগক্ষেত্ৰত। সুকুমাৰ কলা, বিজ্ঞান, সমাজ ব্যৱস্থা আদিৰ প্ৰশস্ত পথ সকলো অঞ্চলতেই সম্ভৱ তাৰ উমান পোৱা গ'ল — ভিন্ন সুৰীয়া কণ্ঠত।

সিদিনা আছিল ১৫ আগষ্ট। ১৯৭৫। মনাহৰ পাৰে পাৰে গৈছিলোঁ। ই আজিও বৈছে। ধীৰ গতিত। উৎস শুকাই যোৱা বাবেই। গতি সলনি হৈছে। বাৰে বাৰে খুন্দিয়াই বিশাল শিলনিৰ পথটো। লক্ষ্যভ্ৰষ্ট, পথভ্ৰষ্ট। বাধা এটা বিৰাট শিল। সমুখত বিশাল উপত্যকা। শুকান হৈ পৰা নাই। মাত্ৰ গভীৰ গিৰিখাত শুকান। গিৰি-গুহা অতিক্ৰম কৰি দুৰ্বাৰ স্ৰোত বৈছে। নাম লৈছে অন্য। অতীত কাহিনী জড়িত মানসী, মৰাণী, বেঁকী —আজি আৰু সেই কাহিনী শুনাই বিৰক্ত কৰা ভাল নহয়। সত্য হব পাৰে। যুগে যুগে মানুহে সাধু শুনি ভাল লগা দিন উকলিছে। ভূটানৰ সেই বিচিত্ৰ সোঁতবোৰ। ভূটানৰ দোৱানত নামৰ অৰ্থ একোটি সুন্দৰ আখ্যানজড়িত। Land of hidden treasures Druk-yul ( land of dragon according to Herbert Tichy ) or Dukyu ( land of thunder bolt and dragon ) ইত্যাদি হ'ল ভূটানৰ নাম। পৰ্য্যটকসকলৰ অনুসন্ধানে ভূটানৰ লগত বহিজগতৰ সম্বন্ধ যোগালেও হিমালয়ৰ এই অঞ্চল অতি পৰিচিত নহয় ( strangest of the Himalayas ) তেনেই মানুহে নেদেখা কোনোবা শিলৰ বুকৰেদি নিজৰি নিজৰি অহা সেই জুৰিকেইটি। নাম Chu. Nyamjang chu, Kuru chu, Bumthang chu, Mangde chu, Dangme chu, Manas chu ইত্যাদি। শিখৰ মণ্ডিত গিৰি। পম খেদি আহিলে সেই Me La, Po La, Pong la, Pote La পোৱা যায়। ওপৰত ৭৬০০ ফুট উচচ Kunla Khari, ৭৫৫০ ফুট ওখ Kangkar Punsum, ৭৩০০ ফুটত সেই Kangphu Kang, ৪৯২০ ফুটত আছে Black mountain ইত্যাদি। এয়া আমাৰ জীয়া নৈখনৰ উৎস বিচাৰি দাঁতি–কাষৰীয়া ভূ-খণ্ডলৈ মন উৰি যোৱাৰ ইচ্ছা। তাৰ Tiger's den, Hero and mask dence, Nailless architecture and wheeless traffic, Castle of white bird, Valley of Swans, heavenly flowers ( as depicted by Blanche C. Olichak ) আমোদজনক নিশ্চয়কৈ হব।

ভৈয়ামত সেই একে গতি। এই বিৰাট উপত্যকাৰ উত্তৰ অঞ্চলটোৱেই মনাহ অভয়াৰণ্য। ( Manas Games Sanctuary ) একালত ৰজা-মহাৰজাসকলৰ মৃগয়াবন এই খণ্ডই। বেঁকা সোঁত এই নৈৰ। বেঁকী, আইনৈৰ মাজৰ অঞ্চলটোত বসতি কৰাসকলে বাৰুকৈয়ে জানে। বেঁকীৰ ঠাল-ঠেঙুলি বহুতো। মূল মনাহৰ গতিপথ বন্ধ হৈ এতিয়া বেঁকীৰেই বকুয়েদি পৰ্বতীয়া জুৰিবোৰৰ পানী বৈছে। ১৯৪২ চনৰ যুদ্ধৰ আড্ডা ৰক্ষাৰ্থে শিলৰ ভেটা বান্ধি মনাহৰ প্ৰবল সুঁতিটো চিৰদিনলৈ বন্ধ কৰিছে। তথাপি মনাহ-বেঁকী-আই নৈ বিজনী আৰু বৰ নগৰ অঞ্চলৰ কাৰণে হোৱাংহো। এতিয়াও। কিমান পুৰণি গাওঁ উঠি গ'ল সময়ৰ বলিয়া বানৰ গড়া-খহনীয়াত!

ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ 'মনোমতী'ৰ তৃতীয় অধ্যায়ত লিখিছিল--"আমি যি সময়ৰ কথা (১৮৯৭ চনৰ বৰভূইকঁপৰ পিছত বা মানৰ শেষ আক্ৰমণৰ আগত) লিখিছোঁ। সেই সময়ত বৰপেটাৰ পৰা চাউল খোৱা-মনাহৰ ইপাৰ সিপাৰ লোকে লোকাৰণ্য আছিল। যুগীৰ পামৰ তিনি চাৰি মাইল-মান আঁতৰত উত্তৰে আজিকালি 'হাউলি' নামেৰে এডোখৰ মুকলি ঠাই আছে।......ঠাইডোখৰৰ উত্তৰ আৰু পুবেদি মনাহ নদী। আজিকালি ইয়াত দহ-বাৰ ঘৰমান নেপালী ম'হৰ খুটি আৰু কেইঘৰমান পমুৱাৰ বস্তিত বাজে একো নাই। হাবি এৰাই এখন ডাঙৰ ঝাৰণি আছে। এই ঝাৰণিৰ নাম বৰবৰিৰ ঝাৰ। এই তিনিওখন ঝাৰণি (বৰবৰুৱাৰ নাবী, নগৰঝাৰ আৰু ঘিলাঝাৰ, বৰবৰিৰঝাৰ)ৰ ভিতৰতে ভালেমান ফলৱতী গছ, আলি-পদূলিৰ চিন, পুখুৰী ইত্যাদি দেখিবলৈ পোৱা যায়।"--নগৰঝাৰ হেনো কোচবেহাৰৰ নৰনাৰায়ণ ৰজাৰ নগৰ আছিল।".....ৰঘুৰায়ে জেঠাকৰ সন্তান হোৱা দেখি ৰাজ্য পাবৰ আশা এৰি কিছুমান মানুহ লৈ বৰনগৰলৈ আহিল। আৰু তাতে নতুনকৈ ঘিলাবিজয়পুৰ নামেৰে এখন নগৰ পাতি থাকিল। সেই নগৰেই আজিকালিৰ ঘিলাঝাৰ। ৰঘুৰায় পলাই অহা দেখি জেঠাকে 'পাৰাকাজি'ৰ নামেৰে এজনক ৰঘুৰায়ক ধৰাই নিবলৈ পঠালে। ৰঘুৰায়ে পাৰকাজিৰ লগত নগৈ পাৰাকাজিৰ সৈতে যুঁজ পাতি পাৰাকাজিক হৰুৱাই পঠালে।....বুদ্ধিমান নৰনাৰায়ণ ৰজাই ৰঘুৰায়ক তেওঁৰ এখণ্ড ৰাজ্য এৰি দিলে আৰু সোণকোষ নদীকে ৰঘুৰায়ৰ আৰু তেওঁৰ পুতেক লক্ষ্মীনাৰায়ণৰ ৰাজ্যৰ সীমা থিৰ কৰিলে। .....পৰীক্ষিতৰ চন্দ্ৰনাৰায়ণ আৰু বিজিত নাৰায়ণ নামেৰে দুজন কোঁৱৰ থাকে। বিজিত নাৰায়ণে মুছলমানৰ বশ্যতা স্বীকাৰ কৰাত দিল্লীৰ সম্ৰাটে তেওঁক সোণকোষৰ পৰা মানাহলৈকে এই ভূখণ্ডত ৰাজ্য পাতিবলৈ দি মিত্ৰতা কৰি ৰাখে। বৰ্তমান বিজনীৰ জমিদাৰ ঘৰ এই বিজিত নাৰায়ণৰে বংশ।"

'মনোমতী'ৰ পটভূমি এই উপত্যকাৰ তেতিয়াৰ দিনবোৰ মনকৰিবলগীয়া। সমাজৰ বৰমূৰীয়াসকলৰ ক্ষমতাৰ লোভ, মানৰ আক্ৰমণ, সামন্তবাদৰ স্বেচ্ছাচাৰ, সৰ্বসাধাৰণৰ ব্যক্তি স্বাধীনতাৰ মান—অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক জীৱন ইত্যাদিৰ পৰ্য্যালোচনাৰ ঠাই ইয়াত নাই। নাট্যকাৰ শ্বেক্সপিয়েৰৰ Romeo Juliet ৰ দৰেই আমাৰ মনোমতীৰ নায়ক-নায়িকা হালৰ কাহিনী। Montague আৰু Capulet পৰিয়ালৰ পুৰণিকলীয়া অমিল-অসূয়াৰ ওৰ পেলোৱাৰ দৰে লক্ষ্মীকান্ত আৰু মনোমতীয়ে পৰা নাছিল যদিও তেওঁলোকৰ ওপৰত দৈৱৰ আশীৰ্বাদ একে আছিল। চণ্ডীবৰুৱা আৰু ছলকান্ত বৰুৱাৰ ক্ষমতাৰ লোভ মনকৰিবলগীয়া। Sir Walter Scott ৰ Ivanhoe খনত সামন্ত যুগৰ চানেকিৰ লগতে উপাদেয় চৰিত্ৰ Redecca মনোমতীৰ লেখীয়া। সাধাৰণ প্ৰজাই শত্ৰুপক্ষৰ বিৰুদ্ধে একগোট হৈ থিয় হোৱা, হলকান্তৰ ষড়যন্ত্ৰৰ বিষময় ফলভোগ, পুৰুষৰ লগতে নাৰীসকলৰ প্ৰত্যুৎপন্নমতি আদি উল্লেখনীয়। গৃহ-কন্দলেই দেশৰ ডাঙৰ শত্ৰু। এই উপন্যাসৰ ১৬শ অধ্যায়ত বৰ্ণিত হাদিৰাচকীৰ ৰণ মনকৰিব-লগীয়া। বুৰঞ্জীমূলক উপন্যাসৰ এনে বৰ্ণনা হুবহু বুৰঞ্জী যেন লাগে। ১৯০১ চনৰ কথা এইবোৰ। বৰদলৈদেৱে বুৰঞ্জীৰ জুমুৰিত বিভিন্ন চৰিত্ৰৰ সমাবেশ কৰি উপত্যকাৰ সমাজৰ সুন্দৰ চিত্ৰ আকিছে তেওঁৰ মনোমতীত।

ইংৰাজী ১৮৫৬-৫৭ চন। ভাৰতৰ চিপাহী-বিদ্ৰোহৰ সুত্ৰপাত বিদেশী শাসনৰ বিৰুদ্ধে। এই বিদ্ৰোহ ভাৰতৰ বিভিন্ন প্ৰদেশত ভিন্ ভিন্ ৰূপত দেখা গৈছিল।

সেই একে শতিকাৰ কথা। ঝাউলীয়াৰ ধুমা—বিজনী ৰাজ্যৰ ইতিহাসত আজিৰ Coup de'tat। ঝাউলীয়া মেছ ভোট সৈন্যাধ্যক্ষ। বিজনীৰ ৰাজধানী আক্ৰমণ কৰে ১৮৬৪ চনত। আচলতে তেতিয়া বিজনীৰ ৰজা কুমুদনাৰায়ণ (১৮৫৭ ৮৩) নাবালক আছিল। ৰাজধানী বিজনী ধ্বংস হোৱাত মনাহৰ পশ্চিমপাৰে ডুমুৰীয়াত নতুনকৈ পাতে। কিন্তু ১৮৯৭ চনৰ বৰভুঁইকঁপত ই তললৈ বহি যায়। ৰাণী অভয়েশ্বৰীৰ ইচ্ছানুসৰি আকৌ নতুন ঠাইত ৰাজধানী পতা হয়। তেওঁৰ নামেৰেই আজিৰ অভয়াপুৰী। ঝাউলীয়াৰ ধুমা বা বিদ্ৰোহৰ হাত সাৰিবলৈ ৰাজভঁৰাল তথা প্ৰজাৰ সাহায্য বিণাদ্বিধাই বৃটিছক যোগাবলগীয়া হৈছিল অন্ততঃ ভোটৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ। ভোটৰ অধীনত চাকৰি কৰা মানুহৰ বংশধৰ এতিয়া বিজনীৰ আশে-পাশে আছে। ৰাজধানী বিজনী নগৰ মনাহৰ পশ্চিম পাৰত অৱস্থিত আছিল। ৰাজ্য-খনৰ অধিকাংশ পশ্চিম পাৰতেই বুলিব পাৰি। খাৰিজ হোৱা অংশবোৰ বৃটিছ চৰকাৰৰ অধীনলৈ পোনপটীয়াকৈ যায় নাইবা court of wards ৰ তত্বাৱধানত চলে। আহোমসকলৰ সৈতে এই ৰাজ্যৰ সম্বন্ধ কেনে আছিল বুৰঞ্জীয়ে কব। সেয়া সপ্তদশ শতিকাৰ কথা। একে আষাৰ কথাৰেই ইয়াৰ প্ৰমাণ পাওঁ।

সেয়া ৯৫৯০ শকৰ আহিনৰ কথা। "—আচামে মানাহামুখত ভেটি ধৰি চৈয়দ পীৰোজ নবাৰ প্ৰমুখ্যে ধৰি আনিলে। বহুত কাটি আহিল। পাতি বিস্তাৰ পালে। চৈয়দ পীৰোজৰ বেটা পাংখা চৈয়দ হুছন এৰাই গ'ল।....

সেই সময়ৰ পৰাহে বঙ্গালৰে আচামৰে মানাহ নৈ সীমা হ'ল। কামৰূপো আচামৰ চ্যুত হ'ল।......"

—পৃঃ ৯২ সুকুমাৰ মহন্তৰ "অসম বুৰঞ্জী"।

কোঁচ-আহোমৰ ৰণৰ কথা উক্ত বুৰঞ্জীৰ ৭৫-৭৬ পৃষ্ঠাত এনেদৰে আছে।—"পাচে ভৱনাথ কাজিৰে আচামৰে কিছু যুদ্ধ হ'ল। আচামৰ ভোবোলা বৰুৱা পৰিল। পাচে বৰ-দেৱলীয়া ভাগি আহিল চাপাগুৰীত চন্দ্ৰনাৰায়ণক চিৰাম কোঁৱৰকে থৈ ভৱনাথ কাজি বেহাৰলৈ গ'ল।......সেইবেলা চন্দ্ৰনাৰাণৰ পুতেক জয়নাৰাণ (১৬৯৩-১৭১৭) বঙ্গালৰ পৰা আহি ৺দেৱৰ চৰণত শৰণাপন্ন হ'লহি।......পাচে বাদুলি ফুকন, লাপেতি ফুকন গৈ চাপাগুৰিতে কোঁঠ মাৰিলেগৈ। চন্দ্ৰনাৰাণ (১৬৭১-৯৩) কুমৰ পৰিল। জয়নাৰাণ সহিতে বিজয়পুৰ কোঁঠলৈ গ'ল। তামুলী দলৈৰ পুতেকে নাৱে গৈ সোণকোহ পাৰ হৈ বগুলীমাৰিৰ পৰা পুনৰ্বাৰ বিজয়পুৰকে আহিল ১৫৮১ শকত আহিনত।

বৰদেৱলীয়াৰ পলায়ন।—পুনৰ্বাৰ ভৱনাথ কাজি আহি মানাহা সীমাকৈ ৰ'লহি। আচামেও মানাহা আগকৈ ৰ'লগৈ। পাচে জয়নাৰাণে বোলে, "তোমালোকৰ মানুহ পাৰ কৰিব নালাগে, বৰদেৱলীয়াক মিলাই দিম।" পাচে সিপাৰৰ পৰা তিনিদিন গুলী মৰা-মৰি কৰি বৰদেৱলীয়া চৈত্ৰত পলাই বেহাৰলৈ গ'ল।—

—পৃঃ ৭৬ (অসম বুৰঞ্জী—মহন্ত)

ইয়াত উল্লেখিত আচাম কোচবেহাৰ শব্দই আহোম আৰু কোঁচৰাজ্য বুজাইছে। তেতিয়া বঙ্গাল মোগলৰ অধিকৃত অঞ্চল আছিল। কামৰূপখন কোঁচৰাজ্যৰ পুবৰ এটি অঞ্চলহে। পাৎশাৰ সমুখত পৰীক্ষিত নাৰায়ণে (১৬০১-১৬১৬) বোলে, "পাৎশায়ামত, সি যেনে ছত্ৰধাৰী ৰাজা ময়ো তেনে ছত্ৰধাৰী ৰাজা, কেনে পাও পাকুৰিম ?"—

পৃঃ ৪৫ (অসম বুৰঞ্জী—মহন্ত)

কুৰি শতিকাৰ মনাহৰ টোকিটি লেখতলবলগীয়া। বুৰঞ্জীৰ পাতত লিখা হৈছে নে নাই নেজানো। ১৯৪২ চনৰ গণ-বিপ্লৱৰ জুই গোটেই ভাৰত জুৰি জ্বলিছিল। মনাহৰ পাৰে পাৰে এনে এৰুক সংঘৰ্ষৰ কথা বুৰঞ্জীৰ পাতত জিলিকি থাকিব। তেতিয়া দ্বিতীয় মহাসমৰৰ আয়োজন। ১৯৪১ চনত বেঁকীৰ পাৰত আকাশী যানৰ ঘাঁটি নিৰ্মাণ কৰিবলৈ বেঁকীৰ পানীভাগ দুটা পথেৰে চলোৱাৰ ব্যৱস্থা কৰিলে। ন'হলে গড়াখহনীয়াই এদিন সেই মিলিটেৰী ইঞ্জিনীয়াৰসকলৰ চিন্তাৰ কাৰণ হব। আকাশী যানৰ আড্ডা, অস্থায়ী ৰেলপথ, সৈন্যৰ শিবিৰ ইত্যাদি গেৰিচন ইঞ্জিনীয়াৰৰ তত্ত্বাৱধানত গঢ়ি উঠে। ভাৰতীয় জাতীয় কংগ্ৰেছে ৯ আগষ্ট, ১৯৪২ ৰ দিনা বোম্বাইত ভাৰত-ত্যাগ ( Quit India ) প্ৰস্তাৱ লোৱাৰ পিছতেই এইটো নিৰ্মিয়মান ঘাঁটিৰ অস্থায়ী ঘৰ-দুৱাৰ আদি পুৰি ছাই কৰি দিয়ে—বিপ্লৱীসকলে। অকল যুদ্ধ আয়োজন বন্ধ কৰাই নহয়—লগতে কিছুমান দৰ্কাৰী ঘৰ-দুৱাৰো পুৰিলে। যেনে—সৰভোগ থানা, ডাকঘৰ, ডাক বঙলা। strategic Point হিচাবে বৰনগৰৰ মূল্য কি আছিল নেজানো। অইনপিনেদি কিন্তু ঠাইখনৰ ভৱিষ্যৎ এটা নিশ্চয় আছিল সেয়ে বোধহয় বৰ্তমান বঙ্গাইগাওঁৰ C. R. S. তাতেই প্ৰথমে খোলাৰ যো-জা চলিছিল। যুদ্ধৰ আড্ডা পুৰি দিয়া কথা তেতিয়াৰ বৃটিশ পাৰ্লিয়ামেণ্টৰ মজিয়াত উঠিছিল। এনে প্ৰচণ্ড আঘাট হনা সকলো শক্তিৰ মূল আছিল বিদেশী শাসনৰ বিৰুদ্ধে পুঞ্জীভূত ঘৃণা—যুদ্ধং দেহি মনোভাৱ। আলজেৰিয়াৰ তেজ আমাৰ নাছিল। তথাপি অন্যায়-অত্যাচাৰৰ প্ৰতিশোধ লোৱাৰ চিৰন্তন চেষ্টা এয়া। মনাহৰ পাৰ সমৃদ্ধিশালী ৰাজ-কাৰেং আদিৰে সময়ত জিলিকিছিল। মনাহপৰীয়াই আদিম মানৱৰ সুখৰ উপৰিও আধুনিক সভ্যতাৰ সোৱাদ লোৱাৰ সুবিধাকণ পাইছিল। স্বাধীনতা জন্মস্বত্ব অধিকাৰ বুলি জানিছিল। বৃটিশ শাসন উফৰি গ'ল। ভাৰত বিভাজন হ'ল। তাৰ বিষময় ফল ভোগ কৰিলে। ১৯৫০ চনত।

আজি ১৯৭৬ ; ইমান দিনে মনাহৰ পাৰ লগ কৰিবপৰা নাছিল। মনাহ, বেঁকী, আই নৈ আৰু ভুলুকা ডোবাৰ সোঁতৰ ওপৰেদি তেনে ব্যৱস্থা ১৯৬২ চনেহে কৰিলে। জৰুৰী অৱস্থা আছিল তেতিয়া। বহিঃ শত্ৰুৰ সতে যুঁজিবলৈ সাজু হোৱাৰ প্ৰচেষ্টা—ৰাষ্ট্ৰীয় পথ। কোটিকলীয়া অসুবিধা দূৰ কৰিলে—যাতায়তৰ। উপত্যকাৰ এমূৰে থকা ব্যৱসায়-কেন্দ্ৰক অইনমূৰে থকা শিল্প-কেন্দ্ৰৰে যোগ কৰিলে। নতুনকৈ গঢ়ি উঠা শিল্প-প্ৰতিষ্ঠানৰ বাবে ঔদ্যোগিক বিকাশৰ বাবে বিজুলী ব্যৱস্থাৰ প্ৰকল্পটো হৈ নুঠিল। ১৯৪৮ চনৰ পৰা তেনে তথ্য-পাতি গোটাবলৈ লোৱা ব্যৱস্থা কাৰ্য্যকৰী নহ'ল। মনাহৰ খৰস্ৰোত বন্ধ কৰি বিজুলী শক্তি উৎপাদন কৰাহেঁতেন উপত্যকাৰ সমৃদ্ধি বঢ়াৰ উপৰিও অসমৰ বৃহৎ উদ্যোগ নগৰী সহজেই গঢ়ি উঠিলহেঁতেন সেই টেনেচিভেলী অথ'ৰিটিৰ দৰেই।

হোৱাংহোৰ দৰে কেতিয়াবা কেৱল বগা নাইবা বিবিধ ৰৰণৰ ঘোলা সোঁতহে বৈ যায় সেই দীঘলীয়া বাৰিষাৰ বতৰত। আজি আৰু বিশাল চৰণীয়া পথাৰত বন-ঘোঘাই মুকলি মনৰ pasotral life ৰ খোৰাক যোগাব নোৱাৰে। মনাহৰ বালি-চাপৰি আৰু চৰণীয়া পথাৰ হৈ থকা নাই। বনগীতৰ সুৰে মতলীয়া কৰিব পৰা দিন উকলি গ'ল। আজি আমি যান্ত্ৰিক সভ্যতাৰ দাস। এয়ে নিশ্চয়কৈ পৰিৱৰ্তন। পৰিৱৰ্তনৰ সোঁত পশ্চিমৰ পৰা অহা। বিদেশী শিক্ষা-সভ্যতাৰ পোহৰত আজি ভাৰতীয় তথা অসমীয়া কলা-কৃষ্টি, আচাৰ-বিচাৰ, দৈনন্দিন জীৱন-যাত্ৰাই পৰাজয় স্বীকাৰ কৰিছে। এদিনাখন বৰনগৰত ডাঙৰ সংস্কৃত টোল থকাৰ কথা, কথা-সাহিত্যৰ গুৰি ধৰোতা ভট্টদেৱে প্ৰমাণ কৰে। এতিয়া তাৰ কোনো চিন নাই। নতুনকৈ গঢ়ি উঠাৰ সম্ভাৱনাও কম। এয়ে কি সূচায় ? আমি ভাৰতীয়। অথচ আমাৰ নিজস্ব বিসৰ্জন দিছোহক। এয়া যুগৰ আহ্বান নে zeitgist ? আধুনিক শিক্ষানুষ্ঠান যেনে মহাবিদ্যালয় কেৱাখনো আছে। সংস্কৃত কোনখনত শিকায় ? বিজ্ঞানৰ যুগত কাৰিকৰী বিদ্যা অপৰিহাৰ্য্য। তেনে উন্নত শিক্ষানুষ্ঠানো ইয়াত নাই। মাজ বাটত ৰৈ থকা এই অঞ্চলটো। আগৰ ধৰণ এৰিবলৈ লোৱা এইচাম লোকৰ ভৱিষৎ সুন্দৰ নহয়। নতুন ধৰ্মীয় পথ উজ্জ্বল কৰিবলৈ জীৱন-যাত্ৰা প্ৰণালী সলনি হৈছে। কৃষি-জীৱিসকল বিপাঙত পৰিছে—কৃষিবিদ নোহোৱা বাবে। আগৰ চাসৰ মানুহখিনি তেনেই সৰল প্ৰকৃতিৰ। এতিয়া অলেখ ন ন মুখৰ মাজত পৰি হতবুদ্ধি হৈছে। জীয়াই থকাৰ সপোন ৰচিবলৈ শিকিব লাগিব—বিভিন্নমুখী প্ৰগতিৰ পথত।

তেনেই কাষতে থকা সেই ঘোপা বা গুহাবিলাক জানো দেখিছা ? ঋষি-মুনি এতিয়া আছে নে নাই তৰ্কৰ কথা। গৱেষণাগাৰবোৰ সেইশ্ৰেণী মানুহৰ বাবে। অজন্তালৈ যোৱাৰ দৰকাৰ নাই। বিজ্ঞান-শিল্প-কলা আদিৰ গৱেষণা চলিছে। যোগীঘোপাত কোন শ্ৰেণীৰ যোগীয়ে ধ্যান কৰিছিল ? শ্ৰীসূৰ্য্য পাহাৰ আছে। মান-মন্দিৰ নাই। মহাদেৱত নাই মহাদেৱ। সুকুমাৰ কলা বিশেষকৈ সঙ্গীত, চিত্ৰশিল্প আদিয়ে সাহিত্যৰ দৰে নতুন ধাৰা প্ৰবৰ্তন কৰিবৰ থল আছে—বিজতৰীয়া আৰু বিভিন্নভাষী লোকৰ সংমিশ্ৰণ আৰু সামঞ্জস্যত। কৃষ্টিৰ বিষয়ত মই অনভিজ্ঞ। সৰুৰেপৰা দেখা অভিনয় (যাত্ৰা) পছিমৰ আহিৰ। ভাওনা দেখা নাছিলোঁ যদিও বৰপেটা আদি সত্ৰ-তেই সেইবোৰৰ চৰ্চা বাৰুকৈ হৈছিল। গীতৰ সুৰত নিজ বৈশিষ্ট্য কি নেজানো। খুলীয়া গান, কুশান গান, মাৰৈ গীত, নয়ন চৰিত, বাঁশী-পুৰাণ আদি নামেৰে তেতিয়া জনা সেই ৰৰণৰ বহুতো নাট-গীত-মাত মনত পৰে। এতিয়া মৰিল যেনিবা। কাহিনী গীত এই অঞ্চলৰ বৰ মিঠা লগা বস্তু। নিজস্ব ন'হলেও তাৰ সোৱাদ দোতাৰা, খঞ্জুৰী, সেৰেঙ্গা, বাঁহী আদি পুৰণিকলীয়া বাদ্য-যন্ত্ৰৰ সহায়ত শুনি শুনি নিশা উজাগৰে কটায়। খোৱাৰ উপাদেয় বস্তু, যেনে গামচা-বান্ধা দৈ (এঠা দৈ), বৰা বা বন্নি ধানৰ চিৰা ইত্যাদিয়ে সেই লোকগীত আৰু কাহিনীগীতৰ ৰহন চৰায়। নাৱৰীয়া, মাছমৰীয়া, গৰখীয়া, হালোৱা ইত্যাদিৰ মুখত বাৰমাহী আৰু বনগীতৰ সুৰ এতিয়াও শুনিবলৈ আশা কৰা ভুল হব। এদিনাখন এই নৈৰ পাৰ খলক লগাইছিল তেনে গীতেৰেই—স্বভাৱতেই মুকলি মনৰ মানুহে। চাকৈ-চকোৱা, কুৰুৱা, গঙা-চিলনীৰ সুৰ মিলি গৈছিল তেনে মুকলি মনৰ লগত। আজিৰ মানুহৰ মন নিৰঙ্কুশ নহয়। ঘৰত তেতিয়াৰ দিনৰ দীঘ-বাণি দি বোৱা ধুনীয়া বৰ কাপোৰ নাইবা ফুলাম গামোচা ৰবলৈ আহৰি নাই। এনে কৃষ্টি মৰহি গ'ল। হাতে-কটা সূতাৰ কাপোৰ এই যুগৰ অতি আপুৰুগীয়া বস্তু। বিজ্ঞানৰ প্ৰগতিৰ লগে লগে ছাঁতে শুকোৱা মুঠিতে লুকোৱা ধুনীয়া সেই কাপোৰ নেদেখিলেও দেৱাঙ্গভূষণ দেখিছোঁ। বড়োসকলৰ দাখ্না আদিহে শ্ৰীহীন হোৱা নাই।

'—কামৰূপে বৰপেটা' আদি অতীতৰ কথা। মহা-পুৰুষীয়া ধৰ্মই কি ৰূপ লৈছে সত্ৰসমূহে কব। এই উপত্য-কাৰ কেইখনমান তেনে সত্ৰ হ'ল—বৰপেটা আৰু তাৰ দাঁতি-কাষৰীয়া কেৱাখনো পুৰণি সত্ৰ। কিন্তু দুখৰ বিষয় বৰ-দোৱাৰ দৰেই তাৰ কেউপিনে অন্য ধৰ্ম মতত বিশ্বাসী লোকৰ বসতি। কি কাৰণত জনীয়া, ৰাঙাপানী আদি সত্ৰ এনে বিপৰ্য্যয়ৰ সমুখীন হ'ল তাৰ উত্তৰ ১৯৩৮ বা তাৰ আগৰ অসমে দিব। সনাতন ধৰ্মৰ ধ্বজা বহন কৰিও ভিন্নমুখী সম্প্ৰদায় আৰু মতৰ লোক ইয়াত আছে। এসময়ত শক্তি আৰু শিৱৰ উপাসনাই শ্ৰেষ্ঠ আছিল যে তাক এই অঞ্চলৰ নকৈ স্থাপিত হোৱা এই সত্ৰসমূহে প্ৰমাণ কৰে।

শেহান্তৰত অপ্ৰিয় হ'লেও সত্য এষাৰ কথা কৈ সামৰণি মাৰিম। আমি দিনক দিনে উন্নতিৰ জখলাৰ কিমানটি বা খোপ উঠিলোঁহক ধৰিবলৈ টান হৈছে। পৰি-সংখ্যা বিভাগে কব। গাৱেঁ-ভূএঁ কেৱল অন্ন-চিন্তা। "অন্নচিন্তা পৰাকাষ্ঠা কাতৰে কৰিতা কুতঃ ?" দাৰিদ্ৰ্য অভিশাপ ( poverty is a curse ) ; আমি নিজৰ ঘৰতেই আলহী হবলৈ ওলাইছোঁহক। কোনো এটা প্ৰকল্প বা কৰ্মক্ষেত্ৰ নতুনকৈ গঢ়ি উঠিলেও আমাৰ অৰ্হতা নাই। গতিকে গাৱঁৰ পৰা নগৰমুখী হোৱাৰ আশাত বাধা আছে।

তাৰ বাবে জানো আমি সচেতন ? গাওঁ গাৱেঁই থাকিব । উন্নত হ'লেও চহৰ নহয় । সময় বৈ থকা নাই । গতিশীল পৃথিৱীত সমাজৰ পৰিবৰ্তন হৈছে । হৈছে সমাজ-ব্যৱস্থা আৰু জীৱনো । এই যুগত কোনে কেনেকৈ জীয়ে ধৰাই টান । অভাৱৰ তাড়ণাত মানুহে সকলো কৰিবলৈ বাধ্য হয় । এই উপত্যকাৰ মানুহে তাৰ ইঙ্গিত পাইছে । অভিজাত সম্প্ৰদায়ৰ দিন উকলি যাবনে ? সামন্ত যুগৰ শেষ অধ্যায়ৰ ইতি বহু দূৰত ।

পুনঃ প্ৰায় পঞ্চাশ কিলোমিটাৰ বহল আৰু পঁয়সত্তৰ কিলোমিটাৰ দীঘল এই উপত্যকাৰ দৰেই দীঘলীয়া হ'ল মোৰ চিঠিখন । বহু লিখিলোঁ । ইতি—

তোমাৰ
অনুপ
শাং-ৰি-লা
৩১ ডিচেম্বৰ, ১৯৭৬ ।

**0 0 0**



# সাতালী পৰ্বতৰ শ্ৰীসূৰ্য্য



**শ্ৰীশ্যামা চৰণ নাথ**

শ্ৰীসূৰ্য্যপাহাৰখন গোৱালপাৰা চহৰৰ পৰা ৮ মাইলমান পূবে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অৱস্থিত । এই পাহাৰত সাতটা চূড়া আছে । সেই কাৰণেই বোলে ইয়াৰ আন এটা নাম সাতালী পৰ্বত । সাতালী নাম এই অৰ্থত বিশ্লেষণ কৰিলে পোৱা যায়—সাত+তলা>তালি=সাতালী । মানুহে মুখে মুখে এতিয়াও কয়—"পৰ্বত সাতালী—যিপিনে চোৱা যায় সেইপিনে পথালি ।" সঁচাকৈ পাহাৰখন সকলো দিশৰ পৰাই দুটা চূড়া পথালিকৈ থকা যেন দেখিবলৈ পোৱা যায় । অৱশ্যে এই নামৰ অন্য কাৰণো থাকিব পাৰে ।

প্ৰাচীন কীৰ্তি চিনবোৰৰ কাৰণে এই পাহাৰৰ পূব অঞ্চলটো বিশেষ উল্লেখযোগ্য । পাহাৰৰ পূব পিনে নামনিত অসংখ্য দেৱ-দেৱীৰ শিলত কটা মূৰ্তিতো আছেই, তাৰ উপৰি ইয়াৰপৰা দুই মাইলৰ অধিক দূৰৈৰ মৰনৈ গাওঁলৈ অলেখ কীৰ্তিচিহ্নৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায় । পাহাৰৰ পূব পিনে নামনিত এটি আয়তক্ষেত্ৰাকাৰ পুখুৰী আছে । এই পুখুৰীটো একালত সুদৃঢ় ইটাৰে পকী কৰা আছিল । ইয়াৰ দক্ষিণপাৰে চক্ৰাকৃতিৰ এটি শিলৰ মূৰ্তি আছে । এইটো সূৰ্য্যদেৱৰ মূৰ্তি বুলি মানুহে কয় আৰু সেই অনুসৰি পাহাৰৰ নাম শ্ৰীসূৰ্য্য হোৱা বুলি জনা যায় । এই কথা অৱশ্যে কিমানদূৰ সত্য জনা নেযায় । ইয়াতকৈ বৃহৎ আৰু মনোমোহা মূৰ্তি বহুতো আছে । এই মূৰ্তি সম্পৰ্কে আন এটি ধাৰণা হ'ল—ই আছিল জ্যোতিষৰ ৰাশিচক্ৰ । প্ৰাচীন কামৰূপত জ্যোতিষ শাস্ত্ৰৰ চৰ্চা বহুলভাৱে কৰা হৈছিল । কামৰূপ নাম হোৱাৰ আগতে এই দেশৰ নামেই আছিল প্ৰাগজ্যোতিষ । অতি প্ৰাচীন কালৰেপৰা এই অঞ্চলতো জ্যোতিষ শাস্ত্ৰৰ যথেষ্ট চৰ্চা আছিল । মহৰ্ষি বশিষ্ঠই কামাখ্যা দৰ্শনৰ আগতে স্বষ্টিকৰ্তা ব্ৰহ্মাৰ জ্যোতিষৰ মান মন্দিৰ শ্ৰীসূৰ্য্য আৰু নৱগ্ৰহ দৰ্শন কৰিছিল ।

এই চক্ৰাকৃতিৰ মূৰ্তিটিৰ পৰা উত্তৰ-পশ্চিম পিনে গলে পাহাৰৰ একেবাৰে পাদদেশত থুপখাই থকা বহুতো মূৰ্তি দেখিবলৈ পোৱা যায় । ইয়াতে এটি প্ৰকাণ্ড মূৰ্তি থিয় হোৱা অৱস্থাতে আছে । কোনো কোনোৱে ইয়াক দশভূজা দুৰ্গাৰ মূৰ্তি বুলি কয় । কিন্তু প্ৰকৃতপক্ষে এই মূৰ্তিটি দশভূজা নহয়—দ্বাদশভূজাহে । মূৰ্তিটোৰ মূৰৰ ওপৰত সপ্তফণাযুক্ত নাগৰ চিত্ৰ খোদিত আছে ।

শ্ৰীসূৰ্য্য পাহাৰৰ পাদদেশত থকা বিৰাট দ্বাদশভূজা মূৰ্তিটিৰ আগপিনে দুলানি মূৰ্তি প্ৰকাণ্ড শিলত কটা আছে । কাষেৰে নিজৰা এটি বৈ গৈছে । বাৰিষা হোঁ-হোঁৱনি শব্দেৰে ওপৰৰ পৰা পানী তললৈ নামি আহি এটি ক্ষুদ্ৰ জলপ্ৰপাতৰ নিচিনা হয় । খৰালি কুলু কুলু স্বৰে নিজৰা হৈ বৈ যায় । ইয়াৰ কাষতে প্ৰকাণ্ড প্ৰকাণ্ড শিলত কেইটামান গুহা দেখিবলৈ পোৱা যায় । আগেয়ে হেনো গুহাকেইটিৰ উচচতা যথেষ্ট আছিল । এতিয়া প্ৰাকৃতিক পৰিবৰ্তনৰ হেতুকে শিলকেইটা মাটিৰ তললৈ বহি যোৱাৰ কাৰণে গুহাকেইটাও চাপৰ হৈ গৈছে তথাপি বৰ্তমানেও গুহাৰ ভিতৰত এজন মানুহ ভালদৰে বহি থাকিব পাৰে । গুহাকেইটিৰ ভিতৰত এটাকৈ শিৱলিঙ্গ দেখিবলৈ পোৱা যায় । পাহাৰৰ

ওপৰতো অলেখ শিৱলিঙ্গ আৰু আন আন দেৱ-দেৱীৰ মূৰ্তি দেখিবলৈ পোৱা যায়। বাট-পথ দুৰ্গম হেতুকে বহুতো মূৰ্তি অনাবিষ্কৃত অৱস্থাত পৰি আছে। প্ৰবাদমতে জনা যায় ইয়াত হেনো এটা কম একলাখ মূৰ্তি শিলত কটা আছে। বেদব্যাসে এইখনকেই হেনো কাশীধাম কৰিব খুজিছিল। কিন্তু কিবা কাৰণতহে নহ'ল। সেই কাৰণে এই তীৰ্থস্থানৰ আন এক নাম হয় ব্যাসকাশী।

উল্লেখিত মূৰ্তিবিলাকৰ পৰা এশ গজমান দক্ষিণে তিনিটা চাৰি ফুটকৈ ওখ শিলত কটা স্তূপ দেখিবলৈ পোৱা যায়। এই স্তূপকেইটাৰ পৰা আকৌ দুশ গজমান দক্ষিণে পাহাৰৰ কাষত দুটা প্ৰকাণ্ড শিলৰ এটি প্ৰাকৃতিক গুহা। উক্ত গুহাৰ ভিতৰত এটা শিলৰ গাত কেইতামান মূৰ্তি কটা আছে। দুটা মূৰ্তিৰ বাহিৰে বাকীবোৰ অস্পষ্ট। এটা মূৰ্তিৰ লগত ধৰ্মচক্ৰ (?) সংযোজিত থকা বাবে প্ৰত্নতত্ত্ববিদ ৰাজ-মোহন নাথে দণ্ডীয়মান বুদ্ধমূৰ্তি বুলি উল্লেখ কৰিছে। আন-হাতে এই প্ৰস্তৰ খোদিত মূৰ্তি সম্পৰ্কে Archaeological Survey of India ৰ টোকাত এনেদৰে আছে—— " Within a natural cavern, locally called Vyasa-srama, are two roughly sketched figures of Joina Trithakara (one being Rishava deva) and a Ganesh on the wall. By their side and also on a second wall are found short inscription in the eighteenth century characters. " জৈন ধৰ্মাবলম্বী লোকৰ এই মূৰ্তিৰ প্ৰতি দৃষ্টি নিক্ষেপ হোৱাত তেখেতসকলৰ আৰিকা সংঘৰ মাতা তিনিগৰাকীয়ে এই তীৰ্থভূমিত যোৱাবেলি কেইমাহমান আগতে পদাৰ্পন কৰে আৰু এক মহামেলাৰ আয়োজন হয়। এই পীঠস্থানৰ লগত জৈন ধৰ্মৰ সংযোগ বিশেষ তাৎপৰ্য্যপূৰ্ণ। ইয়াৰ কাষতেই আন এটি চক্ৰাকৃতিৰ মূৰ্তি। ইয়াক মানুহে চন্দ্ৰদেৱৰ মূৰ্তি বুলি কয়।

এই অঞ্চলটিৰ দক্ষিণ ফালে আন এটি চূড়াত এটা বিৰাট শিল কাটি এখন ঘৰৰ ছালৰ নিচিনা কৰা আছে। ইয়াক মানুহে এক ছালিয়া ৰাঙাচৰণ প্ৰভুৰ থান বুলি কয়। এই চূড়াটোত অ'ত ত'ত দুই চাৰিটা মূৰ্তিৰ বাহিৰে বিশেষ একো দেখিবলৈ পোৱা নাযায়। কিন্তু ওপৰত উল্লেখ কৰা দ্বাদশভূজা মূৰ্তি থকা ঠাইখিনি সমন্বিতে ইয়াত নিকটবৰ্তী চূড়াটো মূৰ্তিৰে ঠাহ খাই আছে। ইবোৰৰ অলপহে আবিষ্কৃত হৈছে। সৰহাংশই অনাবিষ্কৃত হৈ আছে। এই চূড়াটোৰ ওপৰত এটি পকী পুখুৰীৰ স্মৃতি চিহ্নও আছে। উক্ত পুখুৰীৰ পৰা শিলৰ মাজে মাজে স্ৰোতচিহ্ন কৰি (স্পষ্টভাবে কটা চিন) তললৈ এটি পানীৰ সোঁত নমাই অনা দেখা যায়। উক্ত স্ৰোত দ্বাদশভূজা মূৰ্তি থকা স্থানৰ ওচৰেদি নামি সমতলত পৰিছে। এই অঞ্চলটোৰ চাৰিওকালে এটি সুদৃঢ় গড়খাৈৰৰ চিন আজিও স্পষ্টভাৱে আছে। ইয়াৰ বাহিৰেও পাহাৰৰ বাকীকেইটা চূড়াত মাজে মাজে দুই চাৰিটা মূৰ্তি আৰু শিৱলিঙ্গ দেখিবলৈ পোৱা যায়।

শ্ৰীসূৰ্য্য পাহাৰৰ পৰা আধা মাইল মান নিলগত গোৱালপাৰা চহৰলৈ যোৱা পি. ডব্লিউ. ডি. ৰাস্তাৰ উত্তৰে নদীৰ পাৰত মহাদেৱ পাহাৰ নামে আন এখনি টিলাপাহাৰ আছে। তাত বহুতো প্ৰাচীন স্মৃতি চিহ্ন আৰু মূৰ্তি আছে। একে উশাহতে ওপৰৰ চূড়ালৈ যোৱা যায়। কাঁইটীয়া গছৰ আচোৰলৈ কেৰেপ নকৰি ওপৰলৈ উঠি গৈ যিয়ে দেখে সেয়ে অভিভূত হ'ব। চূড়াটো কাটি সমান চোতালৰ নিচিনা কৰা আছে। চাৰিওপিনে গড়খাৈৰৰ ব্যৱস্থা। চোতালৰ সোঁমাজতে ধ্বংসস্তূপ এটা। সেয়া মঠ। প্ৰাকৃতিক দুৰ্যোগতে হয়তো খহি গৈছে। মঠটো গোলাকৃতিৰ। ভিতৰলৈ গাঁত হৈ আছে। নামি গলে দেখা যায়—মঠটো পূব-উত্তৰৰ পিনে খহি পৰিছে। দক্ষিণৰ দেৱালখনৰ ইটাৰ গাথনিৰ এক অংশ আছে। ইটা গঁথা পদাৰ্থ বিধ হাতেৰে মোহাৰি দিলে বগা মটীয়া ৰঙৰ চূৰ্ণ হৈ যায়। চেপেটা ডাঙৰ ডাঙৰ ইটা গঁথা আছে। মঠৰ পূৱপিনে বাটতে ৫টা চাৰিশিৰীয়া শিলৰ খুটা মাটিতে পৰি আছে। দুটাৰ দীঘল যথাক্ৰমে--(১নং) ২ হাত, (২ নং) ২¾ হাত আৰু প্ৰস্থ উভয়ৰে ১´ ফুট। বাকী তিনিটাৰ প্ৰস্থ ১´ ফুটকৈ। এই তিনিটা মাটিত থিয়কৈ পোত খাই থকা কাৰণে খনন নকৰাকৈ দীঘ জনা নেযায়। মঠটো পূব উত্তৰ দুৱৰী বুলি ধাৰণা হয়। খনন কাৰ্য্য কৰিলে পূজ্য বিগ্ৰহাদি আবিষ্কৃত হব বুলি দৃঢ় বিশ্বাস। চূড়াৰ এই চোতালৰ পৰাই উত্তৰ পূব কোনেদি এটা পথ দৃষ্টি গোচৰ হয়; আৰু নামি আহিবলৈ দিয়া এটা শিলৰ খটখটি। শিল কাটি স্তৰে স্তৰে দি অহা আছে। ৪´ / ৫´ ফুট বহল পথ। দুয়োকাষে কটা শিলেৰেই আলি বান্ধি দিয়া আছে যাতে পাহাৰৰ মাটি বৰষুণত বাগৰি খটখটি বগৰাই পেলাব নোৱাৰে। একেবাৰে নামনিলৈকে এই পথ। পথৰ অন্তত এটা ডাঙৰ কটা শিলত এটা মূৰ্তি খোদিত। আংশিকহে, ভিতৰৰ অংশ বিনা খননে অদৃশ্য। মূৰ্তিটো তোৰণত থকা ধ্বজৰ ঝিৰিটি যেন অনুমান হয়। এয়া মহাদেৱ পাহাৰ। লোক চক্ষুৰ অন্তৰালত নিস্তব্ধভাৱে হাবি জংঘলেৰে আবৃত হৈ থকা প্ৰাচীন কীৰ্তিচিনৰ সমাধিক্ষেত্ৰ। মহাদেৱ পাহাৰৰ পৰা নামিবলৈ নৈৰ পাৰে পাৰে পূবপিনে কোনো কোনো অংশ নৈৰ গৰাৰ ওপৰেদি আৰু কোনো অংশ নামনিয়েদি ইটাৰ দালানৰ খহি যোৱা অংশ কিছুমান। ঠায়ে ঠায়ে পকী কুঁৱাৰ চিন আৰু ভগা মাটিৰ পাত্ৰৰ অৱশিষ্টাংশ। গৰাখহনীয়াত এনেকুৱা অলেখ স্মৃতিচিহ্ন খহি গৈছে। তথাপি এতিয়াও ঢেৰ আছে। এই গোটেই অঞ্চলটো সংৰক্ষণীয়। খননকাৰ্য্যৰ দ্বাৰা বহুতো তথ্যপাতি আবিষ্কাৰ কৰিব পৰা যাব বুলি বিশ্বাস।

এইখিনিৰ উপৰিও বিশেষ উল্লেখযোগ্য যে শ্ৰীসূৰ্য্যপাহাৰৰ পৰা আঢৈ মাইলমান পূবে অৱস্থিত মৰনৈ গাওঁলৈ এই অঞ্চলটো প্ৰাচীন কীৰ্তি চিনৰ সমাধি ক্ষেত্ৰ বুলি কব পাৰি।

শ্ৰীসূৰ্য্যপাহাৰৰ নিকটতে ডাকাইদল আৰু কোদালধোৱা গাওঁ। ডাকাইদল গাওঁ সম্পৰ্কে কিংবদন্তি আছে—ইয়াতেই হেনো নাৱেৰে ডাক চলাচল কৰোতে ডাকোৱালৰ নাওঁ ডুবি মৰা পৰে। তেতিয়াৰেপৰা হেনো এইখিনি ঠাই ডাকাইদল নামেৰে জনা যায়।

এই অঞ্চলটোত মৰনৈ পৰ্য্যন্ত বহুকেইটা সৰু ডাঙৰ পুখুৰী আছে। পুখুৰীবিলাকৰ ভিতৰত পদ্ম পুখুৰী, কোদাল-ধোৱা পুখুৰী, চুৰমা পুখুৰী, শ্ৰীসূৰ্য্য পাহাৰৰ পুখুৰী আদিয়েই প্ৰধান। পদ্ম পুখুৰীৰ পশ্চিম পাৰত ইটাৰে নিৰ্মিত এটা প্ৰকাণ্ড দালান খহি এখন পাহাৰৰ নিচিনা হৈ আছে।

মৰনৈ গাওঁখন বৰ্তমানেও এখন ডাঙৰ গাওঁ। ইয়াৰ ৰাস্তা ঘাট, ঘৰবাৰী প্ৰায় সকলো স্থানতে খান্দিলে ইটা পোৱা যায়। মৰনৈ গাওঁৰ পশ্চিমে নদীৰ পাৰত স্তূপীকৃত ইটা দেখা যায়। নদীয়ে বহুতো ঠাই খহাই নিছে অথচ এতিয়াও বহুতো বাকী আছে। এইখিনি ঠাইক আগেয়ে মানুহে কৈলামাৰী ঘাট বোলা শুনা যায়। বৰ্তমানে বন লতাৰে আবৃত হৈ থকাৰ কাৰণে বোধকৰো মৰুথাৰ বোলে। ইয়াতেই কেইবছৰমান আগেয়ে তিনিটা অতি ধুনীয়া চালে চকুৰোৱা শিলৰ খুটা পোৱা গৈছে। দুটা খুটাত চকুৰোৱা মূৰ্তি শাৰীকৈ অংকিত আছে। ইয়াৰ কাৰুকাৰ্য্য সচাই মনোমুগ্ধকৰ। ইয়াৰ ভিতৰত এটাৰ দৈৰ্ঘ্য ৩¾ হাত, প্ৰস্থ ১ হাত আৰু ডাঠ ½ হাত। এই গম্বুজটো থিয়ৈ থকাটো নিশ্চিত--কাৰণ ইয়াৰ এপিঠিত অংকিত কেতবোৰ ধুনীয়া মূৰ্তি আছে। দ্বিতীয়টোৰ দৈৰ্ঘ্য ৪½ হাত; প্ৰস্থ ২০´ ইঞ্চি আৰু ডাঠ ১৬´ ইঞ্চি। ইয়াতো পথালিকৈ মূৰ্তি অংকিত আছে। তৃতীয়টোত কোনো মূৰ্তি দেখিবলৈ পোৱা নাযায়। ইয়াৰ দৈৰ্ঘ্য ৪ হাত ১৬´´ ইঞ্চি, প্ৰস্থ ১৭´´ ইঞ্চি আৰু ডাঠ ১৬´´ ইঞ্চি। এই চাৰিশিৰীয়া শৈল গম্বুজকেইটা পোৱা ঠাইডোখৰ এটি টিলা সদৃশ হৈ আছে। টিলাটো উত্তৰ দক্ষিণাকৈ এক অংশ আৰু পূৱা-পশ্চিমাকৈ এক অংশ। টিলাটো আন একো নহয়। কিছুমান প্ৰাচীন ইটাৰ স্তূপ। হয়তো একালৰ বিৰাট ৰাজ অট্টালিকা আজি ক্ষুদ্ৰ টিলাপাহাৰ সদৃশ হৈ আছে। ৬´ ফুটমান তললৈ খান্দি এই গম্বুজকেইটা পোৱা বুলি সংৰক্ষণকাৰীসকলে কয়। ছয় ফুট তললৈকে খান্দিও যত কেৱল ইটাময় হৈ থকা দেখা গৈছে—সি অট্টালিকাৰ ভগ্নাৱশেষৰ বাহিৰে আন একো হ'ব নোৱাৰে বুলিয়ে আমাৰ বিশ্বাস। ওপৰত উল্লেখ কৰা বহুমূলীয়া শৈল গম্বুজকেইটি গাওঁৰ ৰাইজে বৰ যত্নেৰে আনি বৰ্তমান মৰনৈ চৌধুৰীপাৰা নামঘৰৰ আগ চোতালত ৰাখিছে।

ইয়াৰ পিছত মৰনৈ হীড়াপাৰা মাজপাৰা নামঘৰলৈ যোৱা হয়। নামঘৰৰ ভিতৰত সংগ্ৰহ কৰি ৰখা কেইটামান শিলত কটা মূৰ্তি দেখি সঁচাকৈ বিস্ময়াভিভূত হৈ পৰোঁ। মূৰ্তিকেইটি হৈছে—এটা শায়িত বলধ, এটা যোনিপীঠ সমন্বিত শিৱলিঙ্গ আৰু এটি দ্বিভূজ দেৱমূৰ্তি—সংৰক্ষণকাৰী ৰাইজে বিষ্ণুমূৰ্তি বুলি কয়। আটাইকেইটিৰ ভিতৰত বলধৰ মূৰ্তিটো অতিকৈ জীৱন্ত। ইমান নিমজকৈ কাটিছে যে শিলৰ মূৰ্তি যেনেই নেলাগে। মূৰ্তিটি ক'লা পাথৰত কটা। ইয়াৰ উচ্চতা (শায়িত অৱস্থাত) ১৫´´ ইঞ্চি আৰু দৈৰ্ঘ্য ২৬´ ইঞ্চি। বিষ্ণুমূৰ্তি বুলি কথিত মূৰ্তি থকা কলা কিচ্ কিচিয়া শিল ডোখৰতে এইবিলাক কাৰুকাৰ্য্য। ইয়াৰ উপৰি এটা যোনী-পীঠ যুক্ত শিৱলিঙ্গ। ইয়াৰ উচ্চতা ১½ হাত। আটাইকেইটা মূৰ্তি কলা পাথৰৰ। প্ৰাপ্তিস্থান সম্পৰ্কে সোধাত জানিব পাৰিলোঁ যে—আটাইকেইটা মূৰ্তি হেনো ওচৰেদি বৈ যোৱা নৈ খনৰ ঘাটৰ কাষতে পাই ৰাইজে এই নামঘৰত সংৰক্ষণ কৰিছে। ইয়াৰ পিছত মৰনৈ গাওঁৰ পূব সীমালৈ যোৱা হয়। তাত (নৈৰ পাৰত) এক একৰমান ঠাই ৰাইজে সংৰক্ষণ কৰি ৰাখিছে। কাৰণ ৰাইজৰ বৰ্ণনামতে আৰু স্বচক্ষে দেখা যায় যে--সেই ঠাই ডোখৰ প্ৰাচীন স্মৃতি চিনেৰে ভৰপূৰ। মাটিৰ তলত ইটা স্তূপিকৃত হৈ পাহাৰ সদৃশ হৈ আছে। মাজে মাজে চিত্ৰ-বিচিত্ৰ ইটাও হেনো দেখিবলৈ পোৱা যায়। এই ঠাইডোখৰতে আজি কেইবছৰমান আগতে উৎকৃষ্ট শিলত নিমজভাৱে কটা শিৱলিঙ্গ আৰু যোনিপীঠ আবিষ্কৃত হৈছে। ৰাইজে মন্দিৰ নিৰ্মাণ কৰি বৰ্তমানে বৰ যতনেৰে সংৰক্ষণ কৰি ৰাখিছে। এই ঠাইখণ্ডত পোৱা আৰু এবিধ উল্লেখযোগ্য বস্তু হৈছে--বহল বহল শিলৰ পাট আৰু প্ৰকাণ্ড প্ৰকাণ্ড গম্বুজ। মৰনৈৰ বহুতৰ ঘৰতে শিলৰ পাট দেখিবলৈ পোৱা যায়। এই সকলোবিলাক হেনো ইয়াৰপৰাই লৈ যোৱা। ইয়াৰ

উপৰি মাজে মাজে সোণ, ৰূপ আদি ধাতুৰ বস্তুও ইয়াত পোৱা যায় বুলি শুনা যায়। সাধাৰণ মানুহে এই বস্তুবিলাকৰ প্ৰত্ন-তাত্ত্বিক আৰু ঐতিহাসিক মূল্য নুবুজি যতনেৰে ৰখাৰ ব্যৱস্থা কৰা নাই। শ্ৰীসূৰ্য্য পাহাৰৰ পৰা মৰনৈ পৰ্য্যন্ত এই অঞ্চলটো পৰিদৰ্শন কৰিলে সাধাৰণ অনুসন্ধিৎসু হিচাবে সূৰ্য্যৰ মনলৈ স্বাভাৱিকতে নানা ভাবৰ খেলি মেলি লাগে।

শ্ৰীসূৰ্য্যপাহাৰ আৰু মৰনৈ গাওঁত দেখিবলৈ পোৱা বিভিন্ন ভাস্কৰ্য্যৰ নিদৰ্শনে আমাৰ মনত এটি অতি উচ্চ সভ্যতা আৰু সংস্কৃতিৰ কথা মনত পেলাই দিয়ে। বিচক্ষণ প্ৰত্নতাত্ত্বিক পণ্ডিত আৰু ঐতিহাসিকসকলৰ এই অঞ্চলনৈ মনোযোগ আকৰ্ষণ কৰা হ'ল।

শ্ৰীসূৰ্য্যপাহাৰৰ দক্ষিণ পিনে এমাইল মান দূৰত নালাবৰী গাওঁ। ইয়াৰ মাজেদি শ্ৰীসূৰ্য্যপাহাৰৰ পৰা এটি প্ৰাচীন আলিবাট দক্ষিণ পশ্চিম মুৱাকৈ আঠমাইলমান দক্ষিণ পশ্চিমে অৱস্থিত টুক্ৰেশ্বৰী পাহাৰৰ পিনে যোৱাৰ স্মৃতিচিহ্ন আজি-কোপতি ভালদৰে দেখিবলৈ পোৱা যায়। নালাবৰী গাওঁৰ পৰা আধামাইল মান দক্ষিণে থকা বালিজানা জুৰিৰ ওপৰত ইতিপূৰ্বে থকা কাঠৰ দলঙৰ খুটাৰ শাৰী মাটিৰ তলত পোত খাই থকা অৱস্থাৰ পৰা বাৰিষাৰ গৰাখহনীয়াৰ ফলত ওলোৱা দেখা গৈছে। এই আলিক এতিয়াও মানুহে দেওআলী বোলে। কালৰ গতিত সকলো জহি-খহি গ'ল কিন্তু বাকী আছে মাথো সাক্ষী স্বৰূপে শাৰীকৈ পোতা খুটাকেইটামান, আলিৰ ভগা-চিগা চিন আৰু মানুহৰ মুখে মুখে দেওআলি নাম। শ্ৰীসূৰ্য্য-পাহাৰৰ লগত এই প্ৰাচীন ৰাস্তাৰ সংযোগ উল্লেখযোগ্য। নালাবৰী গাওঁৰ ঠায়ে ঠায়ে বহুতো ক্ষয়িত লোৰ টুকুৰা আৰু মাটিৰ সাজবাচনৰ ভগা চিগা টুকুৰা স্তৰীভূত হৈ থকা দেখিবলৈ পোৱা যায়। ইয়াৰ দ্বাৰা অনুমান হয় যে—কোনোবা দূৰ অতীতত এই অঞ্চলত কহাৰ-কুমাৰৰ বসবাস আছিল।



অভয়াপুৰী চহৰৰ বাটে বাটে.........

ওপৰৰ বৰ্ণনাৰ পৰা, দেখা গ'ল যে শ্ৰীসূৰ্য্য পাহাৰ সমন্বিত এই অঞ্চলটো প্ৰত্নতাত্ত্বিক ফালৰ পৰা অতীৱ গুৰুত্বপূৰ্ণ। কিন্তু দুখৰ বিষয় যে এতিয়ালৈকে এই অৱহেলিত অঞ্চলটোৰ কোনো ৰকমৰ প্ৰত্নতাত্ত্বিক পৰ্য্যালোচনা বা ঐতিহাসিক বিশ্লেষণ হোৱা নাই। মুঠতে কৰ লাগিলে —গোৱালপাৰা জিলাখনৰেই অতীত বুৰঞ্জী লুপ্ত অৱস্থাত আছে। ইটাৰ দালানেৰে আগুৰা এখন ঠাই, চিত্ৰ-বিচিত্ৰ শৈল গম্বুজ, শিলপাটেৰে নিৰ্মিত মহল, দেৱ দেৱীকে ধৰি নানাৰকমৰ শিলৰ ভাস্কৰ্য্য যত থুপখাই থাকিব পাৰে—সেই শ্ৰীসূৰ্য্যপাহাৰ সমন্বিত অঞ্চলযে কিমান গুৰুত্বপূৰ্ণ হব লাগে তাক প্ৰত্নতাত্ত্বিক পণ্ডিতসকলেই জানে। এতিয়ালৈকে বহুতো প্ৰত্নতাত্ত্বিক পণ্ডিতে চৰকাৰী আৰু বেচৰকাৰীভাৱে শ্ৰীসূৰ্য্যপাহাৰ দৰ্শন কৰি গৈছে। তেখেতসকলৰ নানাজনে নানা ৰকমৰ মত ডাঙি ধৰিছে। আমাৰ বোধেৰে গোটেই অঞ্চল সুক্ষ্মভাৱে নিৰীক্ষণ নকৰিলে ইয়াৰ ৰহস্য উৎঘাটন কৰা সহজ নহয়। সেইকাৰণে তেখেতসকলৰ মতামত আমি নিৰ্ভুল বুলিব নোৱাৰো। আমাৰ বোধেৰে শ্ৰীসূৰ্য্যপাহাৰ অঞ্চলৰ ভাস্কৰ্য্য আৰু স্থাপত্যকলাৰ ৰূপ দিছিল এই অঞ্চলতে ৰাজধানী পাতি ৰাজত্ব কৰা কোনোবা প্ৰতাপশালী ৰাজবংশই। অৱশ্যে পিছৰ যুগত বৌদ্ধ আৰু জৈন ধৰ্মৰ প্ৰভাৱ পৰাটোও স্বাভাৱিক। সাধাৰণ সামন্ত শ্ৰেণীৰ ৰজাৰদ্বাৰা এই নিচিনা কীৰ্তি চিনবিলাক এৰি যোৱাটো সম্ভৱপৰ নহয়। তেন্তে কোন —সেইজন প্ৰতাপশালী ৰজা? সেইয়া প্ৰত্নতাত্ত্বিক আৰু ঐতিহাসিকৰ বিচাৰ্য্য বিষয়। সাধাৰণ বিচাৰ বুদ্ধিৰে বুৰঞ্জীৰ অন্ধকাৰ সত্য পোহৰলৈ অনা সহজ নহয়।

অসমৰ আৰু অসমৰ বাহিৰৰো দুই চাৰিজন জ্ঞানী আৰু গুণীলোকে শ্ৰীসূৰ্য্যপাহাৰ দৰ্শন কৰাৰ কথা পোৱা যায়। তেখেতসকলে শ্ৰীসূৰ্য্যপাহাৰৰ বিগ্ৰহাদি সম্পৰ্কে নিজা নিজা মন্তব্য দিছে। মহৰ্ষি বশিষ্ঠই কামাখ্যা দৰ্শন কৰাৰ আগেয়ে জ্যোতিষৰ মান মন্দিৰ শ্ৰীসূৰ্য্যপাহাৰ দৰ্শন কৰি গৈছিল। ইয়াৰ দ্বাৰা আন একো নহলেও বুজা যায় যে—সেইযুগত এই অঞ্চলটোত (কামৰূপ-প্ৰাগজ্যোতিষ) ভালদৰে জ্যোতিষ চৰ্চা হৈছিল। আন আন বিগ্ৰহৰ কথা —মহৰ্ষি বশিষ্ঠই উল্লেখ কৰা বুলি জনা নেযায়। ইও মন কৰিবলগীয়া কথা। বৰ্তমানে উল্লেখযোগ্য দ্বাদশভূজা বিগ্ৰহাদি সেইসময়ত থকা হ'লে তাৰ কথাও নিশ্চয় মহৰ্ষি বশিষ্ঠই উল্লেখ নকৰাকৈ নেথাকে; কাৰণ সম্ভাব্য জ্যোতিষৰ ৰাশিচক্ৰৰ নিচিনা বৰ্তমানে সূৰ্য্যদেৱৰ বিগ্ৰহ বুলি কথিত বিগ্ৰহটি অপেক্ষাকৃতভাৱে ক্ষুদ্ৰাকৃতিৰ। ইয়াৰ উপৰি এইটো থিক যে—মহৰ্ষি বশিষ্ঠ, বুদ্ধদেৱ বা মহাবীৰৰ আৱিৰ্ভাৱৰ পূৰ্বপুৰুষ। বৰ্তমান যুগত প্ৰত্নতাত্ত্বিক পণ্ডিত ৺ৰাজমোহন নাথ ডাঙৰীয়াই তেখেতৰ 'কদলিৰাজ্য' নামেৰে লিখা বঙালী পুস্তিকাত মন্তব্য কৰিছে—"শ্ৰীসূৰ্য্য পাহাড়ে ধৰ্ম চক্ৰ সমন্বিত দণ্ডায়মান বুদ্ধমূৰ্ত্তি প্ৰস্তৰ গাত্ৰে খোদিত আছে।" 'তেখেতৰ মতে শ্ৰীসূৰ্য্য পাহাৰৰ বিগ্ৰহাদিত বৌদ্ধযুগৰ নিদৰ্শন আছে। আনহাতে Archaelogical Survey of Indiaৰ টোকামতে উক্ত মূৰ্তি জৈন তীৰ্থাঙ্কৰৰহে। অসম মিউজিয়ামৰ প্ৰাক্তন কিউৰেটৰ শ্ৰীপ্ৰেমধৰ চৌধুৰী ডাঙৰীয়াই অসম সাহিত্য সভাৰ ২৯তম গোৱালপাৰা অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণত কৈছে—"এই পাহাৰৰ (গোৱালপাৰাৰ শ্ৰীসূৰ্য্যপাহাৰ) নামনিত প্ৰকাণ্ড শিলত এশাৰী মূৰ্তি দেখা যায়। শাৰীকৈ থকা পাচোটা মূৰ্তি প্ৰায় একে ধৰণৰ। আগতে কোনোৱে বিষ্ণুমূৰ্তি বুলি আৰু কোনোৱে বোধিসত্ত্ব বুলি মূৰ্তিসমূহক নিৰূপণ কৰে। এই নিৰূপণ ভ্ৰান্তিমূলক। আৰু এঠাইত তিনিজনা মূৰ্তিৰ থুপ এটা আছে। এই তিনিটা মূৰ্তি বৌদ্ধ ত্ৰিৰত্ন বুলি কোৱা হৈছিল। আৰু স্থানীয় লোকে ৰাম, সীতা লক্ষ্মণ বুলিও অভিহিত কৰা কথা আমাক জনায়। এই চিনাক্তকৰণ অশুদ্ধ। প্ৰথম আৰু তৃতীয় মূৰ্তিটো শিৱৰ আৰু মাজৰ মূৰ্তিটো দুৰ্গা দেৱীৰ।" সি যি নহওক শ্ৰীচৌধুৰী ডাঙৰীয়াই মূৰ্তিবিলাকৰ কোনো যুগ নিৰ্ণয় কৰা নাই। অসম বুদ্ধ অধ্যয়ন সমিতিৰ চেক্ৰেটাৰী এড্‌ভোকেট শ্ৰীগঙ্গাৰাম চৌধুৰীয়ে অসমবাণীৰ ৮ আঘোণ ৭ম বছৰ ২১ সংখ্যাৰ গোৱালপাৰাৰ সূৰ্য্যপাহাৰ শীৰ্ষক চিঠিত সভাপতি শ্ৰীপ্ৰেমধৰ চৌধুৰীৰ মন্তব্য সম্পৰ্কে বিতং আলোচনা কৰিছে আৰু নিজাকৈ মন্তব্য কৰিছে—"গোৱালপাৰা জিলাৰ সূৰ্য্যপাহাৰ আঞ্চলিক অধিবাসীৰ হাজাৰ বাৰশ বছৰ পিছত বোধিসত্ত্ব আৰু বৌদ্ধ ত্ৰিৰত্ন মূৰ্তিৰ চিনাক্তকৰণ পুৰুষানুগত স্মৃতিশক্তিৰ অপূৰ্ব নিদৰ্শন। বুদ্ধৰ অমৰ বাণীৰ বিজয় ঘোষণা।" এইদৰে প্ৰকাৰান্তৰে এড্‌ভোকেট শ্ৰীচৌধুৰী ডাঙৰীয়াই শ্ৰীসূৰ্য্যপাহাৰৰ ভাস্কৰ্য্য মধ্যযুগৰ বৌদ্ধ কলাৰ নিদৰ্শন বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। গোৱালপাৰা জিলাৰ চমু বৰ্ণনামূলক ইতিবৃত্ত স্বৰূপ শ্ৰীঅম্বিকা চৰণ চৰকাৰ লিখিত "ৰত্নপীঠত এভুমুকি" নামক পুস্তিকাত শ্ৰীসূৰ্য্যৰ বিষয়ে লিখিছে—"ইতিহাসৰ পৰা আমি ইয়াকে পাওঁ যে, মহাবাহু চিলাৰায় ভীমবল আৰু বাহুবল নামৰ দুজন পালি সেনাপতিৰ সৈতে ৫২০,০০০ সৈন্যেৰে স্থল পথেদি কোঁচ ৰাজ্য বিস্তাৰৰ কাৰণে দিগ্বিজয়ৰ অভিযান কৰাৰ সময়ত বাটত এটি বিগ্ৰহ পায়। যুদ্ধ যাত্ৰাৰ সময়ত বিগ্ৰহ লাভ মঙ্গলসূচক ভাবি সেই বিগ্ৰহটি বৰ্তমান শ্ৰীসূৰ্য্য পাহাৰত প্ৰতিষ্ঠা কৰে আৰু পূজা-পাতলৰ সুবিধাৰ্থে জ্যেষ্ঠ ভাতৃ মহাৰাজ নৰ-নাৰায়ণৰ হতুৱাই বহুতো দেৱোত্তৰ মাটি দান দিয়ে।



পুনশ্চ আমি পাওঁ যে যেতিয়া ৰাজপুত বীৰ ৰাম সিংহই আহোম ৰাজ্য আক্ৰমণ কৰিছিল সেই সময়ত চিলাৰায়ৰ বংশধৰ দৰং ৰজাই আহোমৰ ফলীয়া হৈ মোগলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল আৰু যোগীঘোপা হাদিৰাচকী ঘাটৰ যুদ্ধৰ সময়ত দৰং ৰাজবংশই স্বজাতীয় সেনাপতি দণ্ডধৰ আৰু উদয় নাৰায়ণৰ সৈতে প্ৰায় সদায় শ্ৰীসূৰ্য্য থানত পূজা দিছিল। ইয়াৰ পৰা অনুমান হয় যে কোঁচ ৰাজবংশধৰ কোনোবাই এই থানত দেৱালয়, মন্দিৰ, গড়, পুখুৰী আদি খন্দাই দিছিল আৰু কালক্ৰমত মোগলৰ কবলত পৰি ভগ্নস্তুপত পৰিণত হয়।" ওপৰৰ কথাখিনিৰ দ্বাৰা ইয়াকে বুজিব পাৰি যে শ্ৰীচৰকাৰে শ্ৰীসূৰ্য্য পাহাৰ সমন্বিত অঞ্চলৰ ভাস্কৰ্য্য আৰু কাৰুকাৰ্য্য ব্যাপক কোঁচ ৰাজত্ব কালছোৱাৰ বুলি কবলৈ হয়তো প্ৰয়াস পাইছে। কোঁচ ৰাজ কুলপ্ৰদীপ স্বৰূপ মহাৰাজ নৰনাৰায়ণৰ দিনতো শ্ৰীসূৰ্য্য পাহাৰৰ কীৰ্তিৰাজি প্ৰতিষ্ঠা হোৱা বুলি শ্ৰীচৰকাৰে নিৰ্ণয় কৰা নাই। আনহাতে আন কোনো ক্ষুদ্ৰ কোঁচৰাজ বংশধৰ ৰজাই ইমান এটা বিৰাট অঞ্চল জুৰি পকী নাদ, শৈল আবাস, অগণন শিলামূৰ্তি, পকী অট্টালিকা, পকী পুখুৰী আদিৰ স্মৃতি চিহ্ন এৰি যোৱাটো সম্ভৱপৰ জানো? কোঁচ ৰাজত্বকাল প্ৰাক-ঐতিহাসিক যুগৰ নহয়। এনে হেন এজন কোঁচ ৰাজবংশীয় ৰজাৰ এইবিলাক অৱদান হোৱা হ'লে ইতিহাস মৌন থাকিলেও জনসাধাৰণৰ মাজত কিংবদন্তি স্বৰূপে তেওঁৰ কথা নথকাকৈ নাথাকে বুলি আমাৰ বিশ্বাস। বৌদ্ধ আৰু জৈন ভাস্কৰ্য্যৰ কথাতো আছেই। বীৰবৰ চিলাৰায়ৰ শ্ৰীসূৰ্য্যত বিগ্ৰহ স্থাপন আৰু মহাৰাজ নৰনাৰায়ণৰ দেৱোত্তৰ ভূমিদান সুকীয়া কথা। পৰৱৰ্তী কোনোবা কোঁচ ৰাজবংশধৰে হয়তো এই থানৰ পৃষ্টপোষকতাও কৰিব পাৰে।

ওপৰত উল্লেখিত বিভিন্ন পণ্ডিত ব্যক্তিৰ মন্তব্যসমূহৰ ভিত্তি কি কি সেই কথা আমাৰ নিচিনা সাধাৰণ অনুসন্ধিৎসুৰ পক্ষে অস্পষ্ট। কিন্তু এইকথা ঠিক যে—ওপৰোক্ত গণ্যমান্য মন্তব্যকাৰীসকলৰ প্ৰায় ভাগে অকল শ্ৰীসূৰ্য্যপাহাৰৰ বিগ্ৰহাদিকেই নিৰীক্ষণ কৰি ইয়াৰ যুগ নিৰ্ণয় কৰিব বিচাৰিছে। দুই এজনে হয়তো আশে পাশে সিচঁৰিত হৈ থকা আংশিক কীৰ্তিচিনো দৰ্শন কৰিছে—কিন্তু শ্ৰীসূৰ্য্য পাহাৰৰ আশেপাশে বিস্তীৰ্ণ এলাকা জুৰি (শ্ৰীসূৰ্য্যপাহাৰক কেন্দ্ৰ কৰি অন্ততঃ ৫ মাইল ব্যাসৰ) পৰি থকা (বহুতো সম্পূৰ্ণ ধ্বংসপ্ৰাপ্ত আৰু বিলুপ্ত) অসংখ্য প্ৰাচীন কীৰ্তিচিন হয়তো তেখেতসকলে দেখিবলৈ ইচ্ছা কৰা নাই নাইবা সুযোগ পোৱা নাই। শ্ৰীসূৰ্য্য পাহাৰৰ আটাইবিলাক নহ'লেও সৰহভাগ ভাস্কৰ্য্যই যে ইয়াৰ আশে পাশে পৰি থকা কীৰ্তি চিনসমূহৰ সমসাময়িক সেই বিষয়ে সন্দেহ নাই। শ্ৰীসূৰ্য্য পাহাৰৰ অসংখ্য শিৱলিঙ্গ আৰু মহাদেৱ পাহাৰৰ কীৰ্তি চিনে ইয়াকে সুঁৱৰায় যে, এসময়ত এই অঞ্চলত শৈৱ ধৰ্মৰ বিশেষ প্ৰাদুৰ্ভাৱ আছিল। শ শ বছৰ পিছত হয়তো বৌদ্ধ ধৰ্ম আৰু জৈন ধৰ্মৰ প্ৰবল সোঁতো এই অঞ্চলৰ ওপৰেদি বৈ গৈছিল।

অতি প্ৰাচীন কালত কিৰাতসকলে কামৰূপ শাসন কৰিছিল। মহীৰঙ্গ দানৱ আছিল এইসকলৰ পূৰ্ব পুৰুষ। কোনো কোনোৱে ভাবে 'মহীৰঙ্গ' শব্দৰ পৰাই অপভ্ৰংশ হৈ মৰনৈ শব্দৰ উৎপত্তি হয়। সেইমতে মহীৰঙ্গ দানৱৰ ৰাজধানী হেনো এই মৰনৈ অঞ্চলতে আছিল। অৱশ্যে সেয়া অনুমানৰ ওপৰতহে নিৰ্ভৰশীল। ঐতিহাসিক সুত্ৰৰ পৰা গোৱালপাৰাৰ শ্ৰীসূৰ্য্যপাহাৰৰ এই অঞ্চলত কোনো মহান নৃপতিৰ ৰাজধানী থকা কথা আজিলৈকে জনা নাযায়। কিন্তু ওপৰত বৰ্ণনা কৰা অঞ্চলটোত এনেকুৱা স্মৃতি-চিহ্ন পৰি আছে যে, ইয়াত একালত গ্ৰাম্য সভ্যতাই নহয় সম্পূৰ্ণ নগৰীয়া সভ্যতাই বিৰাজ কৰিছিল। শাৰী শাৰীকৈ ইটাৰ পকী দালানৰ ভগ্নাৱশেষ, পকী কুঁৱা, বৃহৎ বৃহৎ পুখুৰী, শৈল গম্বুজ, শৈলপাট, চিত্ৰ বিচিত্ৰ মাটিৰ সাজ-বাচনৰ টুকুৰা, ধুনীয়া ধুনীয়া শিলত কটা মূৰ্তিয়ে তাকেই সূচায়। শৃংখলাবদ্ধ প্ৰাণালীৰে খননকাৰ্য্য চলালে মহেঞ্জদাৰো আৰু হৰপ্পাৰ নিচিনা যদি এটি লুপ্ত সভ্যতাই মূৰ ডাঙি উঠে —তেতিয়াও আশ্চৰ্য্য হব লগা একো নাথাকিব বুলি আমাৰ বিশ্বাস। ভাৰতবৰ্ষৰ বিভিন্ন স্থানত এনেকি অসমৰ গুৱাহাটী আমবাৰীতো বহুত প্ৰাচীন কীৰ্তি চিন খনন কাৰ্য্যৰ দ্বাৰা উদ্ধাৰ কৰা হৈছে বা হৈ আছে।

অসমত পুৰাতত্ত্ব বিষয়ৰ গৱেষণাৰ থল যথেষ্ট আছে, কিন্তু গৱেষণা কৰোঁতাৰ অভাৱ। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এই বিষয়ে আগভাগ লব পাৰে। আজিৰ জাতীয় চেতনাৰ যুগত আমাৰ এই বিষয়টোলৈ মনোযোগ দিবৰ হ'ল। গোৱালপাৰাৰ শ্ৰীসূৰ্য্যপাহাৰৰ অঞ্চলটোত সিচৰিত হৈ থকা প্ৰাচীন কীৰ্তি চিনবিলাক যথোপযুক্তভাৱে উদ্ধাৰ কৰিব পাৰিলে ই কেৱল অসমৰ ভিতৰতে নহয়, সদৌ ভাৰতবৰ্ষৰ ভিতৰতে উল্লেখযোগ্য স্থান অধিকাৰ কৰিব বুলি আমাৰ বিশ্বাস। এই অঞ্চলটোৰ প্ৰতি সুধীসকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

● ● ●

## অসম কেশৰী

# অম্বিকাগিৰী ৰায়চৌধুৰী

## আৰু

# গোৱালপাৰা



শ্ৰীউপেন্দ্ৰ কুমাৰ বৰুৱা

অসম কেশৰী ৰায় চৌধুৰীদেৱৰ কৰ্মবহুল আৰু ভাব-বহুল জীৱনৰ কথা অসমীয়া ৰাইজৰ আজি অবিদিত নহয়। ইয়াত লিখকলৈ লিখা কেইখনমান চিঠি ৰাইজৰ আগত প্ৰকাশ কৰা হ'ল। চিঠিবোৰ লিখকলৈ ব্যক্তিগতভাৱে লিখা হ'লেও এই চিঠিবোৰৰ মাজেদি তেওঁৰ অসমীয়া জাতি, ভাষা, সংস্কৃতি আৰু অসমীয়া ভাষা সংস্কৃতিৰ প্ৰতি যে অসীম শ্ৰদ্ধা আৰু ব্যাকুল প্ৰাণ, এই কথাখিনি প্ৰকাশ পাইছে। এই চিঠিবোৰৰ ভাষা অতি মনোৰম। এজন সমালোচকে এঠাইত এনেদৰে কৈছে—"ৰায়চৌধুৰীৰ অইন এটা বিশেষত্ব বচনভঙ্গী বা ৰচনাভঙ্গী। কবিতাত তেখেতৰ ভাষা সৰল, চুটি আৰু তেজো-দ্দীপক কিন্তু গদ্য তীব্ৰ তেজালৰ উপৰিও সৈন্যৰ পদ বিক্ষেপৰ দৰে কঠিন, নিৰ্ঘাত আৰু সঞ্চালনশীল। ভাষা আৰু পণ্ডিত-সকলে মোক ক্ষমা কৰিব, যদি কওঁ যে, ষোড়শ সপ্তদশ শতাব্দীৰ পিছত অসমীয়া গদ্যৰ এনে নমুনাৰ ঠাচ অতি বিৰল।"....

মোৰ "টুনী কাহিনী" নামৰ কিতাপখনি হাতে লিখা অৱস্থাতে তেওঁক চকু ফুৰাই দিবলৈ আৰু লগতে এখনি "পাতনি" লিখি দিয়া চিঠিখন মোলৈ পঠাই দিছিল।

প্ৰিয় ডেকাবোপা,

অভাৱনীয় পলম হোৱা নাবে ক্ষমা কৰিবা। মই বহুদিন হ'ল, সাহিত্য চৰ্চাৰ সোৱাদ পাহৰি ৰাজনৈতিক ক্ষেত্ৰৰ তয়া-ময়া যুদ্ধত কেৱল মুহূৰ্তবিলাক অস্বস্তিৰে কটাব ধৰিছোঁ। মই অকল নিজে নিজা ৰজা, নিজে মন্ত্ৰী, নিজে প্ৰজা, নিজে সেনাপতি, নিজে সেনা, নিজে ৰেমাৰী, নিজে চিকিৎসক, নিজে শুশ্ৰূষাকাৰী, গতিকে সময় খুব কম। তথাপি তোমাৰ "টুনী কাহিনীটো" পঢ়ি ৰস উপভোগ কৰিছো। বাৰু, ইচ্ছা কৰিছা যেতিয়া, কেদিনমান পাচত পাণ্ডুলিপিখনৰ সৈতে কিছু লিখি পঠাম। এই কেদিন ধৈৰ্য্যেৰে অপেক্ষা কৰা।

ইতি

মঙ্গলাকাংখী

শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

সেই বছৰৰে শেষ ভাগত গুৱালপাৰাত "অসম জাতীয় মহাসভাৰ" শাখা স্থাপন কৰা সম্বন্ধে তেওঁলৈ চিঠি দিছিলোঁ। সেই বিষয় লিখা তেওঁৰ চিঠি কেইখনো তলত দিয়া হ'ল। চিঠিৰ ভাব ভাষাৰ বাহিৰেও চিঠিৰ আখৰ অতি সুন্দৰ, দাঁড়ি, কমা আদি দিয়াতো খুব সাৱধান।

অসম জাতীয় মহাসভা
গুৱাহাটী
৬।১২।৪৪

কল্যাণীয়,

আজি ২½ আড়াই মাহ ধৰি গোটেইখন "অসম জাতীয় মহাসভাৰ" বহু কেইখন শাখা স্থাপন কৰি আহি পৰহি ৪ তাৰিখেহে গধূলি গুৱাহাটী পাইছোঁ। দেশৰ প্ৰতি তোমাৰ মহৎ ভাৱৰ উদ্দেশ্যে মোৰ শ্ৰদ্ধা গ্ৰহণ কৰিবা। গুৱালপাৰাত জাতীয় মহাসভাৰ শাখা এখন স্থাপিত হ'লে মই কৃতাৰ্থ হম। আশা কৰো তোমালোকৰ দৰে ভবিষ্যৎ মালিকৰ ইচ্ছা আৰু চেষ্টাত সি হৈ উঠিব আৰু মই, অসম দেশ, অসমীয়া জাতি সকলো ধন্য হব।

'টুনী কাহিনীখ'ন ভালকৈ থোৱা হৈছে। কামৰ অপৰ্য্যাপ্ত ভীড়ত চাবলৈ সময় পোৱা নাই। মই ছিলংৰ পৰা আহিয়েই এই মাহতে চাই-চিতি পঠাই দিম। পলম হোৱা বাবে একো বেজাৰ নেপাবা।

"জাতীয় মহাসভাৰ" আদৰ্শযুক্ত বহু ডেকা কৰ্মীক এতিয়া অসম আয়ে আৰ্তনাদেৰে খুজি ফুৰিছে। এনে কৰ্মীৰ আৱিভাৱ দলে দলে ওলাই আহিলে অসম দেশ, অসমীয়া জাতিৰ মুক্তি, নাহিলে ধ্বংস। এই কথাই প্ৰত্যেক অসমীয়া ডেকাৰ মনত দীপ্ত শিক্ষাৰ দৰে জ্বলি থাকিব লাগিব। ইতি

মঙ্গলাকাংখী

শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

গুৱাহাটী
১৫।৫।৪৫

মৰমৰ বোপা,

তোমাৰ চিঠিত বইটামাৰীত "অসম জাতীয় মহাসভাৰ" শাখা স্থাপন কৰা খবৰটো পাই নথৈ আনন্দ পালোঁ। এই সংখ্যা "ডেকা অসম"ত খবৰটো দিছোঁ। আশা কৰোঁ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিয়েই সভ্যসকলে এই শাখা স্থাপন কৰিছে। গতিকে, দায়িত্বপূৰ্ণ কৰ্তব্য পূৰা পূৰিকৈ পালন কৰিব বুলি সম্পূৰ্ণ আশা কৰিছোঁ। নহ'লে, আমাৰ দেশ আমাৰ হৈ নাথাকিব। আমি আমাৰ দেশত চিৰকাল আনৰ গোলাম হৈ থাকিব লাগিব।

আজি তোমাৰ "টুনী কাহিনী" সৈতে আৱশ্যকীয় কাকত পত্ৰ, ৰচিদ বহী, নিয়মাৱলী সকলো পাৰ্চেলত পঠোৱা হ'ল। প্ৰথম কাম হ'ব (১) মেম্বাৰ কৰা (২) জাতীয় ধন ভৰাঁলৈলৈ ধন তোলা, (৩) মুখপত্ৰ "ডেকা অসম" প্ৰচাৰ কৰা। "ডেকা অসম"ৰ দ্বাৰা সমগ্ৰ মহাসভাখন জীয়াই ৰখাৰ কাম হব। গতিকে "ডেকা অসম"ৰ গ্ৰাহকৰ আগ চঁদা আৰু কৰ্মীসকলৰ খৰচ যোগাবলৈ জাতীয় ধন ভৰালৰ" দান অতি আৱশ্যক। কাকত পত্ৰবিলাকৰ দ্বাৰা যুক্তিৰে ৰাইজক বুজাই আদায় কৰিবা। হিচাব পত্ৰ পৰিপাটীকৈ ৰাখিবা। নিয়মাৱলী মতে শাখা সভাই যি ৰাখিব লাগে, মূল সভালৈ যি পঠাব লাগে, সেইদৰে পঠাবা। ৰচিদ বহী শেষ কাউণ্টাৰ ফায়ল মোলৈ পঠাই দিবা। মই পুনৰ নতুন ৰচীদ বহী পঠাম। "শিক্ষা প্ৰচাৰ সমিতি" আৰু "জাতীয় মহাসভা" একে উদ্দেশ্য মূলক এটা ৰাজনৈতিক আৰু আনটো অৰাজনৈতিক। পাৰস্পৰিক সহায়ত কাম কৰিব লাগিব নহ'লে অসমীয়া জাতিৰ জাতীয় ঘৰ ( National Home ) ৰক্ষা কৰিব পৰা নহব। যিসকলে ৰাজনৈতিক "জাতীয় মহাসভাৰ" দেখাদেখিকৈ যোগ দিবলৈ ইচ্ছা নকৰে, সেইসকলে "শিক্ষা প্ৰচাৰ সৰ্মিতি"ত সোমালে মঙ্গল হব। মুঠৰ ওপৰত, সমগ্ৰ অসমীয়া জাতিটো আৰু ধনমন ত্যাগৰ ওপৰত নিজৰ দেশত নিজ অস্তিত্ব নিৰ্ভৰ কৰিছে।

আশাকৰেঁ৷ "বইটামাৰী শাখাৰ" কাম খুব জোৰেৰে চলা খবৰ খুব সোনকালে পাম।

ভগবানে তোমাক আৰু আন কৰ্মীসকলক নিজ দেশ, নিজ জাতিৰ এই ঘোৰ বিপদৰ সময়ত যি পৰা যায় ধন-মন কৰ্ম শক্তি ত্যাগৰ মনত বল দিয়ক—এই প্ৰাৰ্থনা। ইতি—

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী
জেঃ চেঃ
"অসম জাতীয় মহাসভা"

অসম জাতীয় মহাসভা
গুৱাহাটী ৫-৭-৪৫

উপেন বোপা,

তোমাৰ ২-৭-৪৫ কাৰ্ডখন পালোঁ। চাপৰ, বোকাখাটা ফকিৰাগ্ৰাম আদি ঠাইত "অসম জাতীয় মহাসভা"ৰ শাখা স্থাপন কৰিবলৈ দিহা কৰা শুনি আশ্বস্ত হলোঁ। আশাকৰেঁ৷ সেই সেই ঠাইৰ পৰা শাখা গঠনৰ খবৰ চেক্ৰেটাৰীসকলৰ

পৰা অতি সোনকালে পাম। সেই অঞ্চলত "জাতীয় মহাসভাৰ" জৰিয়তে সমগ্ৰ অসমীয়া জাতিক সংগঠন কৰা আৰু অসমীয়াৰ জাতিক সংগঠন কৰা আৰু অসমীয়াৰ জাতীয় ঘৰ ৰক্ষা কৰা প্ৰচেষ্টাৰ সম্পূৰ্ণ ভাৰ তোমাৰ ওপৰত মই আশা কৰিছোঁ। ভগবানে তোমাৰ সৰ্বতো মঙ্গল কৰক। ইতি

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

অসম জাতীয় মহাসভা
গুৱাহাটী ৩১-৭-৪৫

মৰমৰ বোপাটি.

তোমাৰ ২-৭-৪৫ তাৰিখৰ উত্তৰ ৫-৭-৪৫ তাৰিখে দিছোঁ। আশাকৰোঁ "বৈটামাৰী জাতীয় মহাসভাৰ" কাম বহুদূৰ আগুৱাইছে। অহা পূজাৰ বন্ধত জাতীয় "মহাসভাৰ" ৬ষ্ঠ বছৰেকীয়া অধিবেশন গুৱাহাটীত পাতিবলৈ যো-জা কৰা হৈছে। তাৰ এমাহমান আগতে "বৈটামাৰী" আৰু তুমি কোৱা মতে চাপৰ, বোকাখাটা, ফকিৰাগ্ৰাম আদি ঠাইত শাখা সভাৰ সংগঠন হলে খুব ভাল হয়। এইবিলাক ঠাইৰ পৰা মই এতিয়াও একো চিঠি-পত্ৰ পোৱা নাই। আশা কৰোঁ তুমি অনুগ্ৰহকৈ অলপ চেষ্টা কৰি সোনকালে সেই ঠাইবিলাকত শাখা স্থাপনৰ দিহা কৰাবা।

বোপাটি, এটা বিষয়ে তোমাৰ জৰিয়তে এই অঞ্চলৰ লোকক সতৰ্ক হবলৈ অনুৰোধ কৰিলোঁ। মই এই কথা "ডেকা অসম"তো ছপাম। গুৱালপাৰাৰ পূৰ্ণচন্দ্ৰ দত্ত নামে লোক এজনে গুৱালপাৰা জিলাত "জাতীয় মহাসভাৰ" সংগঠনৰ কাম কৰিব বুলি মোক লিখি দি খৰছ বাবদ ৯৭ টকা আৰু মহাসভাৰ সদস্য কৰা আৰু "ডেকা অসম"ৰ গ্ৰাহক কৰা ৰচিদ বহী ৪ খন লৈ গৈছে। কিন্তু কাম একো কৰা নাই। এই পূৰ্ণচন্দ্ৰ দত্তই যদি সেই অঞ্চলত কোনো মানুহৰ পৰা কিবা চাঁদা আদায় কৰিছে, তেন্তে জানিলে যেন মোক জনোৱা আৰু কোনো লোকে তাৰ হাতত জাতীয় মহাসভাৰ সদস্য বা ডেকা অসমৰ চাঁদা দিবলৈ মানা কৰি যেন অনুগ্ৰহ কৰি জনাই দিয়া।

তোমাৰ সৰ্বমঙ্গল আশা কৰিলোঁ। ইতি

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

গুৱাহাটী

মৰমৰ উপেন বোপা,

তোমাৰ চিঠি, দীপ্তি আৰু চাপৰ শাখাৰ চেক্ৰেটাৰীৰ নামৰ "ডেকা অসম"ৰ চাঁদা (৬ মাহৰ) ৩ টকা পালোঁ। তেওঁলৈ "ডেকা অসম" আৰু চিঠি পঠাইছোঁ। "দীপ্তি" পঢ়ি বৰ ভাল পালোঁ। উদ্দেশ্য মহৎ। মই "ডেকা অসম"ত খুব সুন্দৰকৈ উৎসাহ দি লিখিম। দীপ্তিয়ে গুৱালপাৰা জিলাক বঙ্গবাসীৰ গৰাহৰ পৰা ৰক্ষা কৰাত বহু কাম কৰিব বুলি আশা কৰিলোঁ।

'চাপৰ জাতীয় মহাসভা'ৰ সম্পাদক শ্ৰীডালিম কুমাৰ মেধিলৈ সংক্ষেপতে জাতীয় মহাসভাৰ উদ্দেশ্য, কৰ্তব্য আদি বাখ্যা কৰি আৰু আৱশ্যকীয় কাকত-পত্ৰৰ সৈতে লিখিছোঁ। তুমিও তেওঁলৈ সদায় কৰ্তব্য সোঁৱৰাই থাকিবা। মুঠতে 'জাতীয় মহাসভা'ৰ সফলতাতেই আমাৰ অসম দেশ আৰু অসমীয়া জাতিৰ সবল অস্তিত্ব নিৰ্ভৰ কৰিছে।

নতুন নিৰ্বাচন (এছেম্ব্লীৰ) আহিল। এই নিৰ্বাচনত 'জাতীয় মহাসভা'ৰ কৰ্তব্য 'ডেকা অসম'ত কোৱা হব। সেইমতে তৎপৰতাৰে কাম কৰিব লাগিব। তোমাৰ সৰ্বমঙ্গল আশা কৰিলোঁ। ইতি

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

মোৰা ১৯৪৫ চনৰ অক্টোবৰ মাহত 'গুৱালপাৰা জিলা ছাত্ৰ সন্মিলন'খন বইটামাৰীত বহিছিল। এই সন্মিলনখনৰ বিষয় বাছনি সভাত সভাপতিত্ব কৰিছিল শ্ৰীশৰৎ চন্দ্ৰ সিংহ বি, এছ, চি এল, এল বি, দেৱে আৰু মুকলি অধিবেশনৰ সভাপতি আছিল শ্ৰীখগেন্দ্ৰনাথ নাথ এম, এল, এ দেৱ। এই গুৱালপাৰা জিলা ছাত্ৰ সন্মিলনখনৰ সেই বছৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাৰ মোৰেই ওপৰত পৰিছিল। মোৰ প্ৰকাশিত 'মুক্তিৰ পথত ছাত্ৰশক্তি' নামৰ পুথিখনি এই সন্মিলনৰ ফল। ৰায়চৌধুৰী দেৱকো আমন্ত্ৰণ জনোৱা হৈছিল। তেওঁ লিখিলে —

গুৱাহাটী
১৮-১০-৪৫

প্ৰিয় উপেন বোপা,

যিদিনাখন তোমাৰ সন্মিলন, ঠিক সিদিনাখনেই আবেলি ছপা নিমন্ত্ৰণী পালোঁ। গতিকে উত্তৰ অসময়ত দিব লগাত পৰিল বাবে পলম হ'ল। নিমন্ত্ৰণৰ বাবে সকলোকে ধন্যবাদ দিছোঁ।

আশাকৰোঁ ভগবানে গুৱালপাৰা ছাত্ৰ সন্মিলনৰ কাম খুব পৰিপাটীকৈ সমাধান কৰাত সহায় কৰিছে। মই বিশেষ ভাবে আশা কৰিছোঁ গুৱালপাৰা ছাত্ৰ সন্মিলনে দেশৰ বৰ্তমান সমস্যাত বিশেষ জোৰ দিয়েই সকলো বিষয় আলোচনা কৰি উচিত কৰ্ম পন্থা এটা বাছি লৈ আৰু আশা কৰিছোঁ, অধিবেশনত অসম জাতীয় মহাসভাৰ আদৰ্শ, উদ্দেশ্য সম্বন্ধে আলোচনা কৰি ছাত্ৰশক্তিৰ নিজক জাতীয় ঘৰৰ নিজ জাতীয় অস্তিত্বৰ প্ৰকৃত অৱস্থা সম্বন্ধে সচকিত কৰিবলৈ গুৱালপাৰা ছাত্ৰ সন্মিলনৰ ঘাই কৰ্মীসকলে হেলা কৰা নাই। অহা এছেম্ব্লী নিৰ্বাচন সমন্ধেও গুৱালপাৰা ছাত্ৰ শক্তিয়ে এটা মত স্থিৰ কৰি লৈছে বুলিয়েই মোৰ বিশ্বাস। জাতীয় মহাসভাৰ কাম কিমান দূৰ হৈছে জানিব পৰা নাই। ভগৱানে তোমাক অশেষ কৰ্মশক্তি দান দিয়ক। ইতি

আশীৰ্বাদক
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

দেশ তেতিয়া পৰাধীন। হেজাৰ হেজাৰ নৰনাৰীয়ে দেশৰ মুক্তি সংগ্ৰামত যুজিছে। বৃটিছ গৱৰ্ণমেণ্ট উপায় নেপাই ১৯৪৬ চনত মন্ত্ৰী মিচন ভাৰতলৈ পঠালে। এই মন্ত্ৰী মিচনে এক পৰিকল্পনা মতে শাসন তন্ত্ৰ ৰচনাৰ কাৰণে এখন অন্তৰ্বৰ্তী চৰকাৰ গঠনৰ প্ৰস্তাৱ কৰা হ'ল। অসমে এই গণপৰিষদৰ গ্ৰুপিঙত ৰহিলে অসমৰ ভাষা কৃষ্টি সভ্যতা ধ্বংসৰ মুখত পৰে। দলীয় স্বাৰ্থত অসম কংগ্ৰেছেও ইয়াৰ বিৰোধীতা কৰিব নোৱাৰে। গান্ধীজিও সেই সময়ত কংগ্ৰেছৰ বাহিৰত আছিল। নানান বিষয় লৈ তেওঁলৈ এখন চিঠি দিয়া হ'ল। মোলৈ তেওঁ ২-১-৪৭ তাৰিখে এনেদৰে লিখিলে।

প্ৰিয় বৰুৱা বোপা,

তোমাৰ ২২-১২-৪৬ তাৰিখৰ কাৰ্ডখন পাই সুখ পালোঁ। ধনুৱা কৃষক কেন্দ্ৰ অফিছৰ শ্ৰীঘনশ্যাম দেৱৰ পৰা "ডেকা অসম"ৰ বাবে ৬ জনৰ আধা আধাকৈ ১৮ টকা মঃ অৰ্ডাৰ পাইছোঁ। বাকীখিনি চাৰ্জ কৰি ৬য়ো জনলৈ 'ডেকা অসম' ভিঃ পিঃ পঠোৱা হৈছে। সেইবাবে ধন্যবাদ।

'ডেকা অসম' অসম জাতীয় মহাসভাৰ মুখপত্ৰ। কিন্তু তাক চলাওঁতাজন দাৰিদ্ৰ দোষ-গ্ৰস্থ। তাৰ ওপৰত দেশৰ আৰু জাতিৰ স্বাৰ্থ হানি কৰিও নেতৃত্ব বজায় ৰাখিবলৈ যত্ন কৰা দলৰ তাৰ প্ৰতি বিৰোধীতা। অথচ আজি স্পষ্টকৈ প্ৰমাণিত হ'ল 'জাতীয় মহাসভা'ই কৈ অহা কথাকে কংগ্ৰেছেও দেখুৱালে। এতিয়া 'জাতীয় মহাসভা'ক আশ্ৰয় নকৰিলে অসম দেশ ৰক্ষাৰ উপায় নোহোৱা হ'ল। 'ডেকা অসম' পাৰ্যমানে নিয়মিত কৰিবলৈ চেষ্টা কৰিছোঁ। কিন্তু দাৰিদ্ৰৰ ভৰ দাঙি উঠিব পৰা নাই।

তুমি লিখিছা—"বৰ্তমানে section আৰু grouping লৈ অসমৰ যি দুৰ্দিন দেখা দিছে, তাৰে পৰা অসমবাসীয়ে বিশেষকৈ গুৱালপৰীয়াই সতৃষ্ণ নয়নে 'জাতীয় মহাসভা'ৰ lead অপেক্ষা কৰিছে।" কথাটো জানি মই পৰম আনন্দ পালোঁ।

এই বিষয়ত 'জাতীয় মহাসভা'ই যি lead দিছে তাৰ নিদৰ্শন 'আত্মৰক্ষাৰ ফৌজৰ' বহি ১টা, 'স্বাধীন পঞ্চায়েত বা গঠনৰ প্ৰাথমিক আঁচনি' ১খন 'ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ' ১খন আৰু 'অসমীয়া ডেকা-ডেকেৰীৰ বেদ' ১খন তোমালৈ পঠালোঁ।

আশা কৰোঁ এই চিঠি আৰু পুথিকেখন পোৱা মাত্ৰেই, সেই অঞ্চলৰ মুখিয়াল লোকসকলক লগ লগাই, সকলোকেখন পুথি পঢ়ি তাৰ মূল ধৰ্ম বুজাই দি অতি সোনকালে তাত "জাতীয় মহাসভা"ৰ শক্তিশালী শাখা এখন স্থাপন কৰি 'আত্মৰক্ষী ফৌজ'ত সেই অঞ্চলৰ সকলো ১৮ বছৰৰ পৰা ৫৬ বছৰলৈ পুৰুষ তিৰোতাক ভৰ্তি কৰা। জাতীয় মহাসভাৰ নিয়মাৱলী আৰু সভ্য কৰা ৰচিদ তোমাক আগতে দিয়া হৈছিল। সেইবোৰ তোমাৰ হাতত নিশ্চয় আছে।

মই বৰ আশা কৰিলোঁ, তুমি খুব তৎপৰ কৰিবা; আৰু সেই শাখা এনেভাৱে শক্তিশালী কৰি তুলিবা যাতে সমগ্ৰ গুৱালপাৰা জিলাখন তাৰ দ্বাৰা অনুপ্ৰাণিত আৰু প্ৰভাৱান্বিত হয়।

তোমাৰ কৰ্ম কুশলতা আৰু সুস্বাস্থ্য সৰ্ব ভৰষা কৰিলোঁ। ইতি—

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

সেই চনৰে আগ ভাগত ভাৰতৰ আকাশত ক'লা ডাৱৰ উৰিল। দেশত হিন্দু-মুছলিমৰ মৰামাৰি কটা-কটি আৰম্ভ হ'ল মহামানৱ গান্ধীজিয়ে শান্তি আৰু মৈত্ৰী বাণী লৈ নোৱাখালি ভ্ৰমণ কৰিলে।

অসমৰ হকে শ্ৰীবিজয় ভাগৱতী আৰু শ্ৰীঅমিয়কুমাৰ দাসে গান্ধীজিৰ ওচৰ চাপিল। গান্ধীজিয়ে পৰোক্ষভাৱে

অসমক গ্ৰুপিংত নবহিবলৈ পৰামৰ্শ আগবঢ়ালে। ইতিমধ্যে মুছলিম লিগে গণপৰিষদ বৰ্জন কৰিলে। অসমেও ৰক্ষা পৰিল। সেই বছৰতে ১৫ আগষ্ট দিনা ভাৰত দ্বিখণ্ডিত হৈ স্বাধীনতা লাভ কৰিলে।

স্বাধীনতাৰ পিছতে ১৯৪৭ চনৰ ২৬।২৭ ডিচেম্বৰত যোৰহাটত অসম জাতীয় মহাসভাৰ এখন 'কৰ্মী সন্মিলন' আহ্বান কৰিছিল। মোক তালৈ যাবলৈ টানি অনুৰোধ জনাইছিল। এই সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল শ্ৰীৰমানাথ বৰঠাকুৰ বি-এ, দেৱ। কিন্তু মোৰ যোৱা নহল। ১৯৪৭ চনৰ পৰা মোৰ মূৰৰ ওপৰেদি এটি প্ৰবল ধুমুহা বলৈ ধৰে কিয়নো সেই বছৰতে মোৰ প্ৰথমা কন্যা সন্তানটি, ১৯৪৮ চনত মোৰ মাতৃদেৱী আৰু ১৯৫০ চনত মোৰ পিতৃদেৱ পৰলোক প্ৰাপ্তি ঘটে। এই কালছোৱাতে মোৰ জীৱনৰ বহু বাঞ্চিত আশা আকাংখা চিৰদিনৰ নিমিত্তে বিসৰ্জন দিব লগা হয়। সেই কথা মনত পৰিলে আজিও মোৰ অন্তৰটি বেজাৰেৰে ভৰি পৰে। যোৰহাটলৈ যাব নোৱাৰাৰ কাৰণ দৰ্শাই তেওঁলৈ মই এখন চিঠি দিলোঁ আৰু পিছত গুৱাহাটীতে তেওঁক লগ ধৰিম বুলি জনালোঁ।

তেওঁ মোক লিখিলে—

গুৱাহাটী
২৬-১১-৪৮

মৰমৰ উপেন বোপা,

তোমাৰ ১৫-১১-৪৮ তাৰিখৰ কাৰ্ডখনত তুমি ২৪ নভেম্বৰত গুৱাহাটীলৈ আহিবা বুলি শুনি বৰ সুখ পাইছিলোঁ। দেশখনৰ এই মহা সন্ধিক্ষণৰ সময়ত সেই অঞ্চলৰ পৰিস্থিতি বুজিবলৈ তোমাক লগ পালে বৰ আশ্বস্ত হলোহেঁতেন। তোমাৰ মাতৃদেৱীৰ পৰলোক প্ৰাপ্তিত মোৰ সহশোক অ.পিলোঁ। ভগবানে তেওঁৰ আত্মাক মুক্তি দিয়ক।

তুমি কেতিয়া আহিব পাৰিবা মোক জনাবা। মোৰ শুভেচ্ছা গ্ৰহণ কৰিবা। ইতি

তোমাৰ মঙ্গলাকাঙ্খী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

ইয়াৰ পিছত ১৯৫০ চনত ৰায়চৌধুৰীদেৱ 'অসম সাহিত্য সভা'ৰ সভাপতি নিৰ্বাচিত হয়। সঁচা কথা কবলৈ গলে তেতিয়াৰ পৰাই 'অসম সাহিত্য সভা'খনে এটি ন ৰূপ ধাৰণ কৰে। খ্যাতনামা মহিলা কবি নলিনীবালা দেৱীৰ ভাষাত কবলৈ গলে—

"ৰাখিবলৈ দেশ স্বাৰ্থ ভাষাৰ সন্মান
তোমাৰ আহ্বানে জগালে জাতিৰ প্ৰাণ
ষড়যন্ত্ৰ ভেদি অসম মাতৃয়ে
উদ্ধাৰিলে ভাষাৰ সন্মান।"

অসম সাহিত্য সভাৰ সভাপতিৰ কাৰ্য্যালয় গুৱাহাটীৰ পৰা ১-৩-৫১ তাৰিখে তেওঁ মোক জনালে--
মৰমৰ উপেন বোপা,

দিল্লীৰ সৰ্বভাৰতীয় সাংস্কৃতিক সঙ্গমত দেখুৱাবলৈ তোমাৰ নিজৰ ফটো এখন, টুনী-কাহিনী আৰু মৌলানা আবুল কালাম আজাদ আৰু যদি কিবা পুথি ছপাইছা এই চিঠি পোৱা মাত্ৰে ৬।৭ তাৰিখে মই পোৱাকৈ পঠাই দিবা। বৰ জৰুৰী। গুৱালপাৰাৰ সাহিত্য সেৱীৰ পৰিচয় নিদৰ্শন লাগে। ইতি

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী
সভাপতি, সাহিত্য সভা।

অসম সহিত্য সভা
সভাপতিৰ কাৰ্য্যালয় গুৱাহাটী
৮।৩।৫১

মৰমৰ উপেন বোপা,

তোমাৰ ফটো আৰু পুথি পাই ভাল পাইছোঁ। ১২ তাং দিল্লীলৈ যাম। জাতি বৰ্ণ শ্ৰেণী নিৰ্বিশেষে ভাষা, সাহিত্য সংস্কৃতি, সমাজ, ঐতিহ্য সৈতে গোটেইটো অসমীয়া জাতি আজি মৃত্যুৰ মুখত পৰিছে। দিল্লীত এইটো অসমীয়াৰ আত্মৰক্ষাৰ সংগ্ৰাম। ইচ্ছাশক্তি প্ৰয়োগ কৰা যাতে জিকি আহিব পাৰোঁ। ইতি

শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী
সভাপতি, অসম সাহিত্য সভা

ইয়াৰ বহুদিন পিছত মোৰ ডেকা বয়সত আশ্ৰম জীৱনত লিখা 'মলিনা' নামৰ উপন্যাসখন চাই দিবৰ কাৰণে তেওঁলৈ মই লিখিলোঁ। তেওঁ মোক ১।১২।৫৩ তাৰিখে জনালে
মৰমৰ উপেন বোপা,

তোমাৰ ২৬।১১।৫৩ তাৰিখৰ চিঠিখন ৬ দিনৰ মূৰত আজিহে পালোঁ। চিঠিখন পোৱাত ইমান পলম হোৱাৰ কাৰণে ঠিকনাটো লিখিছিলা, তুমি উজানবজাৰ বুলি। মোৰ ঠিকনা এতিয়া শিলপুখুৰী গুৱাহাটী পোঃ। এবছৰ হৈ গল মই উজান বজাৰৰ পৰা শিলপুখুৰীলৈ আহিছোঁ। উক্ত ঠিকনাত চিঠি-পত্ৰ দিবা

তোমাৰ 'মলিনা'খন পঠাই দিবা। মই চাই-চিতি দিবলৈ যত্ন কৰিম। মই তোমাক মোৰ স্বাৰ্থ এটা লৈ অনুৰোধ এটা কৰিলোঁ। আশা কৰোঁ চিঠিখন পোৱা মাত্ৰে তুমি এই বিষয়ত মোক সহায় কৰিবা।

মই আৰু মোৰ জ্যেষ্ঠা কন্যা শ্ৰীমতী শুচিব্ৰতাই সঙ্কলন কৰা "সাহিত্য মঞ্জুৰী" নামে পুথিখন যোৱা বছৰৰ পৰা হাইস্কুলসমূহৰ ৮ম মানৰ বাবে টেক্সবুক কমিটিয়ে মঞ্জুৰ কৰিছে। প্ৰকাশক ট্ৰিবিউন প্ৰেছৰ 'সাহিত্য-প্ৰকাশ'। সকলো খৰচ বাদ লাভৰ আধা আধিৰ বন্দবস্তত। পুথিখন আন কেখনৰ তুলনাত Best selection বুলি পৰীক্ষকসকলে মত প্ৰকাশ কৰিছে। যোৱা বছৰ যি কিছু চলিছে তাত মই প্ৰায় একো নাপালোঁ মাত্ৰ খৰচখিনি উঠিল। গুৱালপাৰা আৰু কামৰূপ জিলাৰ হাইস্কুল কেখনতো যদি পুথিখন চলে তেন্তে মই কিছু পইছা পাওঁ। তুমি পুথিখন তোমাৰ বইটামাৰী হাইস্কুলতো চলাবলৈ যত্ন কৰিবাই অন্যান্য হাইস্কুল কেখনতো যাতে চলে তাৰ বাবে যত্ন কৰিবা বুলি আশা কৰিলোঁ। তুমি কিছু কষ্ট স্বীকাৰ কৰি এই চিঠি পোৱা মাত্ৰে গুৱালপাৰা জিলাৰ সকলো কেখন হাইস্কুলৰ হেড মাষ্টৰসকলৰ নাম ঠিকনা যেন মোক জনোৱা। মই তেওঁলোকলৈ একোখন অনুৰোধ পত্ৰ দিম আৰু "সাহিত্য-প্ৰকাশ"ৰ দ্বাৰা একোখন "সাহিত্য মঞ্জুৰী" পঠোৱাম।

মই তোমালৈ মোৰ Philosophy বিশ্লেষণ কৰি শ্ৰীতিলক চন্দ্ৰ দাস বি-এ, বি, টিয়ে লিখা 'অম্বিকাগিৰি আৰু তেওঁৰ জীৱন দৰ্শন" আৰু "চেতনা"ৰ দিনৰে পৰা মোৰ লিখা কিছু অংশ গোটাই প্ৰকাশ কৰা "আহুতি" নামে পুথি দুখন পঠালোঁ। দুয়ো খনৰ মূল্য ৪৷৷০ টকা। তুমি নিজে নাইবা তোমাৰ স্কুল লাইব্ৰেৰীৰ বাবে ৰখাই ছাত্ৰসকলৰ দ্বাৰা পঢ়োৱাই অসমীয়াৰ আজি মৰণ কালত ডেকা শক্তি সচেতন আৰু কৰ্ম তৎপৰ কৰি তুলিবলৈ যত্ন কৰিবা বুলি আশা কৰিলোঁ। মোৰ মৰম লবা।

তোমাৰ শুভাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী

মোৰ "মলিনা"খন ইতিমধ্যে তেওঁলৈ পঠোৱা হৈছিল। দেশত নেহৰু চৰকাৰে State Reorganisation Commission বহুৱাই দিলে; শ্ৰীঅতুল্য ঘোষকে আদি কৰি বঙ্গীয় নেতাসকলে গুৱালপাৰা জিলাক বঙ্গৰ লগত জাপি দিব লাগে বুলি দাবী জনালে। দেশত এক মহা হুলস্থুল। তেওঁ ১৪-৪-৫৪ তাৰিখে মোক লিখিলে—

মৰমৰ উপেন বোপা,

মোৰ সকলো ফালৰ পৰা চিন্তা কৰ্মশক্তি নিঃশেষ হৈ যোৱা যেন লাগিছে। কোনো ফালে পোহৰ নেদেখো, কেৱল আন্ধাৰ। এক ফালে State Raorganisation Commission আনফালে আমাৰ নেতাসকলৰ এভাগৰ দেশ দ্ৰোহীতা আৰু এভাগৰ সৈতে সমগ্ৰ ৰাইজৰ নিশ্চিন্ততা, নিশ্চেষ্টতা কোনো ফালৰ পৰাই মোৰ আৰ্তনাদ কাৰো কাণত নপৰে। এনে স্থলত মোৰ বুঢ়া কালত শাৰীৰিক আন মানসিক অৱস্থা কেনে হব পাৰে, এবাৰ চিন্তা কৰি উপলব্ধি কৰি উত্তৰ দিয়াত পলম হোৱা ক্ৰটী মাৰ্জনা কৰিবা বুলি আশা কৰিলোঁ।

তোমাৰ উপন্যাসখনৰ ঘটনাটো ভালেই হৈছে। কিন্তু তাকে নানা ফালৰপৰা নায়ক নায়িকাসকলৰ মনস্তত্ত্ব বিশ্লেষণ কৰি ডাঙৰকৈ লিখিব লাগে। তেতিয়া উপন্যাসখন সকলোৰে উপভোগ্য হব। তুমি চিন্তাশীল শিক্ষিত লোক তুমি নিজে চিন্তা কৰি চালেই ক'ত ক'ত কিভাবে, মনস্তত্ত্ব বিশ্লেষণ ঘটাব লাগিব, সেইটো বুজি পাবা। তথাপি মই দুই এঠাইত চিন দি কপিটো পঠাই দিম।

মোৰ শুভেচ্ছা গ্ৰহণ কৰিবা।

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী

বইটামাৰী হাইস্কুলৰ আলোচনী 'জাগৰণ'খনি বহু বছৰ ধৰি মোৰে ওপৰত পৰিচালনা সম্পাদনৰ ভাৰ পৰিছিল। যোৱা ১৯৬০ চনৰ আলোচনী এখনি আৰু লগতে ১৯৪৮ চনত তেওঁৰ উজান বজাৰ ঘৰৰ সন্মুখত তেওঁৰে সৈতে উঠা ব্লক কৰা ফটো এখনিৰ নমুনাও পঠোৱা হৈছিল। আলোচনীখনিৰ বিষয়ে এটি মন্তব্য দিবলৈ আৰু উঠি অহা ছাত্ৰ-ছাত্ৰী সকলৈ এটি তেওঁৰ বাণী পঠিয়াবলৈ মই অনুৰোধ কৰি এখনি চিঠিও দিছিলোঁ। চিঠিৰ উত্তৰত তেওঁ মোক লিখিলে--
প্ৰিয় উপেন বোপা,

তোমাৰ ৮-১১-৬০ তাৰিখে চিঠিৰ সৈতে ব্লক কৰা তোমাৰ মোৰ ফ'ট ছবি এডুখৰি আৰু তোমাৰ বইটামাৰী হাইস্কুলৰ মুখপত্ৰ ২৬ বছৰৰ গ্ৰীষ্ম সংখ্যা 'জাগৰণ' সময় মতেই পাই মনত সুখ পাইছিলো। কিন্তু মোৰ অসুস্থ বুঢ়া দেহৰ স্থিমিত

শক্তিৰে বহু ৰাজহুৱা জৰুৰী কৰ্তব্যত লিপ্ত থাকিবলগীয়া হোৱাত উত্তৰ দিয়াত আজি দুমাহৰো বেচি পলম হ'ল। সেইবাবে ক্ষমা কৰিবা। জাগৰণৰ প্ৰত্যেকটো লিখা মন দি পঢ়ি ভাল পালোঁ, আৰু কোনো বিশেষ লিখক ছাত্ৰৰ নাম নকৈ মাত্ৰ মোৰ সম্ভাষ জনালোঁ। প্ৰত্যেক জনতেই মই ভবিষ্যত উজ্জ্বল দেখিছোঁ, যদি আন্তৰিকতাৰে অধ্যয়ন লিখন অনুশীলন ব্ৰতী মন লৈ সাধনা কৰে। তোমাৰ স্কুলৰ প্ৰত্যেকজন ছাত্ৰ ছাত্ৰীকে এই ব্ৰতানুগামী কৰা যেন তেওঁলোকে "অসমীয়া কিতাপ ৰাকত কিনক পঢ়ক", আন্দোলন এটা বিৰাটভাৱে সেই অঞ্চলত জগাই তোলে। "চিন্তা মধুৰ, প্ৰবন্ধ, কবিতা, গল্প, উপন্যাস লিখিম, ৰচিম" "অসমীয়া সাহিত্যক বিশ্বসাহিত্য মঞ্চত তুলি ধৰিম"—ধৰ্মে, কৰ্মে, জ্ঞানে, গৌৰৱে অসমীয়া জাতিক জগতত অতুলনীয় কৰি তুলিম"— এই পণ দৃঢ়তাৰে গ্ৰহণ কৰি চাৰিওফালৰ পৰা নিষ্পেষিত অসমীয়া জাতিক যেন গৌৰৱান্বিত কৰি তোলে, ধন্য কৰে।

"জাগৰণ"ৰ বাবে মোৰ এটা বাণী খুজিছা কিন্তু মই নতুনকৈ আৰু মোৰ দেশবাসীক আৰু মোৰ সকলো আশা ভৰষা উঠি অহা ছাত্ৰ-সকলক মই কি বাণী দিম? যোৱা অৰ্দ্ধশতাব্দী জুৰি মই যি বাণী দি আহিছো, আজিও মোৰ তাৰ বাহিৰে আন বাণী নাই। প্ৰচণ্ড দেশাত্মবোধেৰে আত্মৰক্ষা কৰি নিজ ঐতিহ্যৰ বিশ্ব জয়ী গৌৰৱে জগতত জীয়াই থাকা এয়ে মোৰ একেটা বাণী। তাকেই মই নানা ভঙ্গীৰে নানা প্ৰসঙ্গত প্ৰকাশ কৰি আহিছো। কিন্তু মোৰ দেশবাসীয়ে আজিও সম্যকভাৱে তাৰ মৰ্ম উপলব্ধি কৰিব নোৱাৰি বিপদত পৰি আছে। যি মুহূৰ্তত এই বাণীৰ মৰ্ম দেশবাসীৰ মনত সক্ৰিয়তাৰে উপলব্ধি পাব সেই মুহূৰ্তত এইবাণী সাৰ্থক হব। উত্তিষ্ঠক জাগ্ৰত প্ৰাপ্য ৱৰাণ নিবোধত।"........

তোমাৰ সপৰিয়াল, তোমাৰ সহকৰ্মী শিক্ষকবৃন্দৰ আৰু মৰমৰ ল'ৰা-ছোৱালীসকলৰ সৰ্বমঙ্গল আশা কৰিলোঁ। সকলোৰে মোৰ সম্ভাষ গ্ৰহণ কৰিবা ইতি।

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী
১৪-১-৬১

ইয়াৰ প্ৰায় এবছৰৰ পিছত মোৰ হাতে লিখা "মলিনা"খনি একুৰি এটা অসুবিধাৰ মাজেদি ৰাইজৰ আগত প্ৰকাশ হ'ল। তেওঁলৈ "মলিনা" এখনি পঠোৱা হৈছিল। কিছু দিনৰ পিছত প্ৰাপ্তি স্বীকাৰ হিচাবে মোলৈ লিখিলে আৰু এইখনেই মোলৈ তেওঁৰ জীৱনৰ লিখা শেষ চিঠি।

গুৱাহাটী
৯-৯-৬২

প্ৰিয় উপেন বোপা,

তোমাৰ চিঠি আৰু 'মলিনা' পাবৰ আজি প্ৰায় দেৰমাহ হ'ল। মোৰ স্বাস্থ্যিক আদি নানা লেঠাৰ বাবে উত্তৰ দিয়াত আৰু প্ৰাপ্তি স্বীকাৰ কৰাত বহুত পলম হ'ল। বুঢ়া বুলি ক্ষমা কৰিবা। 'মলিনা'খন পঢ়ি ভাল পালো। অৱশ্যে তাৰ ঠায়ে ঠায়ে ঘটনাৰ সংঘাত আৰু মনস্তত্ত্ব বিশ্লেষণৰ বহল ঠাই আছিল। তথাপি তোমাৰ সাহিত্য চৰ্চা প্ৰচেষ্টা প্ৰসংশনীয়। এই চেষ্টা এৰি নিদিবা। লাগি থাকা। একান্তপতীয়া প্ৰচেষ্টাতহে সিদ্ধ হৈ উঠে। গোৱালপৰা জিলাত ৺অমৃত ভূষণ অধিকাৰী ৺প্ৰসন্ন ঘোষ, ৺প্ৰভাত অধিকাৰী, শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী, শ্ৰীযামিনী কুমাৰ বৰুৱা, শ্ৰীঅম্বিকাচৰণ চৰকাৰ আৰু তুমি এই কেইজনেই সাহিত্য সেৱক। ইয়াৰ ভিতৰত মৃত কেইগৰাকীৰ বাহিৰে শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰীয়ে এতিয়া সাহিত্য চৰ্চা এৰিছে। বাকী তুমি, যামিনী আৰু অম্বিকাই লাগি আছা। এতিয়া তোমালোক এই তিনিওজনে একান্তপতীয়া সাহিত্য সাধনাৰে গোৱালপাৰাৰ ডেকা শক্তিক সাহিত্য ক্ষেত্ৰত জগাই তুলিবা। এয়ে মোৰ আশা। ঐতিহ্য পূৰ্ণ গোৱালপাৰা সাহিত্য, চিন্তা কৰ্মক্ষেত্ৰত সঞ্জীৱিত হৈ উঠিবই লাগিব। তোমালোকৰ হাইস্কুলৰ আলোচনীখনত উঠি অহা ছাত্ৰকেজনমানৰ আশাপ্ৰদ আলোক দেখা গৈছে। তোমালোকে সেই ছাত্ৰসকলৰ মন সাহিত্য চৰ্চাৰ এই আলোক প্ৰজ্বলিত কৰি তুলিবা—এই অঙ্কুৰ বিৰাট বৃক্ষত পৰিণত হৈ উঠা বিষয়ত তেওঁলোক উৎসাহ উদ্দীপনা যোগাব।

'মলিনা'খন মোৰ টেবিলৰ পৰা কোনোবা ছোৱালী ছাত্ৰী এজনীয়ে পঢ়িবলৈ লৈ গৈ তেওঁ ডিব্ৰুগড় পালে। তুমি এখন 'মলিনা' আৰু তোমাৰ 'টুনী-কাহিনী' এখন পঠাই দিবা। মোৰ লাইব্ৰেৰীত ৰাখিব লাগে।

তুমি গোৱালপাৰাৰ সামাজিক, ৰাষ্ট্ৰীক, আৰ্থিক, ভাষিক জীৱন আৰু বিশ্বসিংহ, নৰনাৰায়ণ, নীলাম্বৰ, চিলাৰায়, কমতাপুৰ আদিৰ ঐতিহ্যলৈ প্ৰয়োজনীয় ঠাইত গোৱালপাৰাৰ মাত কথা লগাই এখন উপন্যাস লিখিবলৈ যত্ন কৰা। মোৰ মৰম আশীৰ্বাদ লবা। ইতি—

তোমাৰ মঙ্গলাকাংখী
শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী

এয়া ২ জানুৱাৰী। অসম জননীৰ এই জনা কৃতি সন্তান, যি সন্তান আছিল সাহিত্যিক' ৰাজনীতিজ্ঞ, সমাজসেৱী, সাংবাদিক মুক্তি সংগ্ৰামী যোদ্ধা আৰু ব্যায়াম বীৰ, যি জনা দেশ প্ৰেমৰ অনিৰ্বাণ দাবানলত আজীৱন ডেই পুৰি মৰিছিল চিৰ বিদ্ৰোহী অসম কেশৰী শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী তেওঁৰ নিজ গুৱাহাটীৰ বাসভৱনত পৰলোক গমন কৰে।

"শেৱালি কবি" ৰত্নকান্ত বৰকাকতি দেৱৰ ভাষাৰে কবলৈ হলে—

'কবি তুমি নিজে, বীৰ তুমি
কুসুম-কোমল আৰু বজ্ৰতো কঠিন ;
লোৱা বন্ধু সুহৃদয়ৰ বন্দনা ই ক্ষীণ।'

● ● ●



শিৱবাৰীৰ (অভয়াপুৰী) শিৱমন্দিৰ

# আমাৰ স্মৰণীয়সকলৰ জনদিয়েক

**অনন্য শিল্পী অনুকূল নাথ :** দেশ মাতৃক শৃংখল মুক্ত কবি পৰাধীনতাৰ গ্লানি ধুই মচি স্বাধীনতাৰ সুফল লাভ কৰোৱাৰ আন্দোলনে যি সময়ত সমগ্ৰ দেশতে প্ৰৱল আকাৰ ধাৰণ কৰিছিল, ঠিক সেই সময়তে গোৱালপাৰা তথা সমগ্ৰ অসমতে যিজনা জীৱন শিল্পীৰ বজ্ৰকণ্ঠই 'হে নিদ্ৰিত জনতা! উঠা উঠা, জাগা জাগা, ভাঙা তোমাৰ নীৰৱতা', 'দেশৰ কাৰণে 'ৰণ', 'লুইতৰ বালিতে অ' নাৱৰীয়া বান্ধিবি ডিঙৰা তই', আদি দেশপ্ৰেমমূলক গীতেৰে অসমীয়া সমাজখনক জগাই তুলিছিল--সেইজনেই বাকাইটাৰী গাঁৱৰ জগত চন্দ্ৰ নাথৰ তৃতীয় পুত্ৰ স্বদেশ হিতৈষী জীৱন শিল্পী অনুকূল নাথ। মাথো ২২ বছৰ বয়সতে দুৰাৰোগ্য ক্ষয় ৰোগত আক্ৰান্ত হৈ সুদূৰ কলিকতাৰ টালিগঞ্জত অকাল মৃত্যু বৰণ কৰা এইগৰাকী অনন্য সাধাৰণ সুৰশিল্পী আৰু সঙ্গীতজ্ঞ আছিল বাৰেবৰণীয়া লোকগীতৰ সুৰেৰে মুখৰিত কৰি ৰখা গোৱালপৰীয়া সমাজৰ হিয়াৰ আপোন। শৈশৱৰ পৰাই শুনি অহা গোৱালপৰীয়া লোকগীতৰ সুমধুৰ সুৰৰ মূৰ্চনা, অনুকূল ঘৰুৱা পৰিবেশ আৰু নিজৰ শিল্পী সত্বাৰ বিকাশশীল স্পৃহাই কৈশোৰতে এই জনা স্বভাৱ কবি অনুকূল নাথক গঢ়ি তুলিলে এজন সচা সঙ্গীত সাধক ৰূপে, সুৰস্ৰষ্টা ৰূপে। বিজনী ৰাজ ইষ্টেটৰ নায়েব পিতৃ জগত নাথ, আৰু মাতৃ ৰোহিনী দেৱীৰ ঘৰুৱা পৰিবেশে জেষ্ঠ পুত্ৰ প্যাৰীলালক যিদৰে সঙ্গীতৰ 'অস্তাদ' আৰু মাজু পুতেক অনিল নাথক অভিজ্ঞ বায়ন (তবলাবাদক) ৰূপে গঢ়ি তুলিছিল, সেইদৰে কনিষ্ঠ পুতেক অনুকূলকো জীৱন শিল্পী ৰূপে গঢ়ি তুলিছিল,। সেয়ে নানা প্ৰতিকুল পৰিবেশ আৰু পৰিস্থিতিৰ সন্মুখীন হৈয়ো নিজৰ অসাধাৰণ শিল্পী প্ৰতিভাৰ চিনাকি দিবলৈ তেখেত লৰৰি গৈছিল সুদূৰ কলিকতালৈ —আৰু কলিকতা অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে পৰিবেশন কৰিছিল অসমীয়া গীত, লভিছিল সমগ্ৰ অসমীয়া সমাজৰ স্নেহাশীষ। অকল সেয়ে নহয় ১৯৪৮ চনত অসমৰ বিখ্যাত সুৰ শিল্পী আৰু সঙ্গীতজ্ঞ কীৰ্তিনাথ বৰদলৈৰ শ্বিলঙস্থ "সঙ্গীত প্ৰকাশন কাৰ্য্যালয়"তো তেখেতক সঙ্গীত শিক্ষক ৰূপে নিয়োগ কৰা হৈছিল। এইছোৱা সময়তে খ্যাতনামা গায়িকা আৰু চিত্ৰাভিনেত্ৰী বাণীপালৰ সৈতে তেখেত প্ৰণয়পাশত আৱদ্ধ হয় আৰু বিবাহ বান্ধনত সোমায়। বিবাহৰ পিছতেই শিল্পীৰ জীৱনলৈ নামি আহিল কালৰাত্ৰি। ক্ষয়ৰোগত আক্ৰান্ত হ'ল শিল্পী। আৰম্ভ হ'ল চিকিৎসা ; কলিকতাত। আৰম্ভ হ'ল জীৱন-মত্যুৰ সংগ্ৰাম। মৃত্যু শয্যাত মৰণৰ ক্ষণ গণি গণি শিল্পীয়ে ৰেকৰ্ডিং কৰিলে—'বিদায় বিদায় আজি আৰতি বিদায়', বিদায় মাগিলে। বিদায়ৰ আগমুহূৰ্তত শিল্পী প্ৰাণে আৰ্দ্ৰ কণ্ঠে চিঞৰি উঠিল 'তোৰ হিয়াৰ কহিনুৰ হেৰুৱালি ক'ত' বুলি—যি হৈ ৰল বাণীৱদ্ধ। আৰু অৱশেষত, (১৯২৮ চনৰ ৫ অক্টোবৰ তাৰিখত জন্ম গ্ৰহণ কৰা এইজনা শিল্পীয়ে) ১৯৫০ চনৰ ৫ অক্টোবৰ তাৰিখত টালিগঞ্জত মাথো ২২ বছৰ বয়সতে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰিলে। শিল্পীয়ে জানিছিল—মত্যু নিশ্চিত, জীৱন শেষ হব। কিন্তু শেষ নহব তেখেতৰ সুৰ, অমৰ কণ্ঠ—'মোৰ কণ্ঠৰ যত সুৰ ৰব পৰি।' শিল্পীৰ স্বপ্ন ফলিয়ালে। কবিৰ ভাষাৰে কবলৈ হ'লে—'ভাগি গ'ল বীণখনি ছিগি গল তাঁৰ ৰৈ গল অৱশেষ অমিয়া জকাৰ্।" শিল্পীৰ দৰদী কণ্ঠৰ অমিয়া জকাৰ্ চিৰদিন ৰিণি ৰিণি বাজি থাকক, তেখেতৰ অদেহী আত্মাৰ স্বৰ্গত অক্ষয় নিবাস হওঁক, আমি তাকেই কামনা কৰো।

**জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী :** ১৮০৩ শকৰ ১১ পুহত গোৱালপাৰা জিলাৰ মেচপাৰাৰ জমিদাৰৰ পৰিয়ালত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম খগেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু মাতৃৰ নাম সাৰদাপ্ৰিয়া

দেৱী । নগেন্দ্ৰনাৰায়ণৰ পিতামহ ৰায় বাহাদুৰ পৃথ্বীৰাম চৌধুৰী এজন বিদ্যানুৰাগী লোক আছিল । এৱেঁই মেচপাৰা জমিদাৰীৰ ৰাজধানী বৰ্তমান লক্ষ্মীপুৰত স্থাপন কৰে । মেচপাৰাৰ জমিদাৰৰ সাহায্যতে গোৱালপাৰাত এখন স্কুল গঢ় লৈ উঠে, যিখন পিছত পৃথ্বীৰাম চৌধুৰীৰ নামত চলিবলৈ ধৰে । সেই স্কুলখনেই বৰ্তমানৰ পৃথ্বীৰাম চৰকাৰী হাইস্কুলখন । এই স্কুলতেই ল'ৰা নগেন্দ্ৰই শিক্ষা লাভ কৰে ।

নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বাল্যকাল ছোৱা লক্ষ্মীপুৰতে শিক্ষা আৰু খেলা-ধূলাৰ মাজেদি অতিবাহিত হয় । অলপ ডাঙৰ হ'লত তেওঁ প্ৰথমে ধুবুৰী আৰু পিছত গোৱালপাৰাৰ স্কুলত পঢ়ে । গোৱালপাৰাত অসমীয়া ভাষা শিকাৰ সময়তো ল'ৰা নগেন্দ্ৰই নানাবিধ অসুবিধাৰ সন্মুখীন হবলগীয়া হয় । তেওঁৰ লগৰ সৰহ সংখ্যক ল'ৰা আৰু প্ৰায়বোৰ শিক্ষক আছিল বঙালী ; আনকি ঘৰুৱা শিক্ষকজনো বঙালী আছিল । গতিকে এওঁলোকে নগেন্দ্ৰক বঙলা ভাষা শিকাবলৈ যত্ন কৰিছিল । কিন্তু সৰুৰেপৰা অসমীয়া ভাষাৰ প্ৰতি তেওঁৰ গভীৰ আকৰ্ষণ আছিল । চৌধুৰীয়ে ধুবুৰী আৰু গোৱালপাৰাৰ উপৰিও দেওঘৰ, গয়া, ঢাকা, কলিকতা আদিত নানা প্ৰকাৰ শিক্ষা আৰু অভিজ্ঞতা লাভ কৰে ।

চৌধুৰী ডাঙৰীয়াৰ দুবাৰ বিবাহ হয় । প্ৰথম বিবাহ হয় ওঠৰ বছৰ বয়সতে কোচবিহাৰত । কিন্তু অলপ দিন পিছতে প্ৰথমা পত্নীৰ মৃত্যু হোৱাত গুৱাহাটীৰ আহোম ৰাজবংশৰ কুমাৰী প্ৰফুল্লবালাক বিয়া কৰায় । অসমীয়া ছোৱালী বিয়া কৰোৱা বাবে চৌধুৰীয়ে গোৱালপাৰাৰ কিছুমান বঙালী ভাবাপন্ন লোকৰ পৰা গৰিহনাও পাব লগীয়া হৈছিল ; কিন্তু গোৱালপাৰা যে অসমৰে এটি আৱশ্যকীয় অঙ্গ, কেৱল গোৱাল-পাৰাত বসবাস আৰু চাকৰি কৰা বঙালী লোকৰ প্ৰৰোচনাতহে যে গোৱালপাৰাৰ কিছুমান লোক বঙালী ভাবাপন্ন হৈছিল--, সেই কথা তেওঁ 'মোৰ জীৱন স্মৃতি'ত ব্যক্ত কৰিছে ।

চৌধুৰীৰ নানা প্ৰকাৰ বিদ্যা শিকাৰ প্ৰতি বিশেষ ধাউতি আছিল । এণ্ট্ৰেন্সলৈ পঢ়াৰ পিছতেই কলিকতাৰ জুবিলী আৰ্ট একাডেমিত শিক্ষা লয় । তেওঁ বিখ্যাত ঐন্দ্ৰজালিক থাৰ্ষ্টনৰ ( Thurston ) ওচৰত ইন্দ্ৰজাল বিদ্যা আয়ত্ব কৰি বিশেষ খ্যাতি অৰ্জন কৰিছিল । সঙ্গীত বিদ্যাতো তেওঁ পাৰদৰ্শিতা লাভ কৰিছিল । তবলা, এছৰাজ, বেহেলা, বাঁহী আদি বজাব জানিছিল, বিভিন্ন সঙ্গীত অনুষ্ঠানত যোগ দিছিল । চৌধুৰীৰ যত্নত গুৱাহাটীত মাজে সময়ে সঙ্গীত সন্মিলনো বহিছিল ।

উদাৰতা আৰু বদান্যতা গুণে চৌধুৰী দেৱক ভূষিত কৰি তুলিছিল । দুখীয়া দৰিদ্ৰক তেওঁ মুক্তহস্তে দান কৰিছিল । তেওঁৰ অন্তঃকৰণ আছিল সৰল আৰু সহানুভূতিশীল । দেখাত গহীন আছিল যদিও চৌধুৰী ডাঙৰীয়া ৰসিক, সদালাপী আৰু আপোনভোলা লোক আছিল । জীৱনটো চখৰ মাজেদি, আনন্দৰ মাজেদি কটোৱাটোৱেই তেওঁৰ প্ৰধান উদ্দেশ্য আছিল ।

অসমীয়া সাহিত্যত নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ অৱদান অসীম । অসমীয়া সাহিত্যত গল্প লেখক হিচাপে তেওঁৰ এখন সুকীয়া আসন আছে । প্ৰবন্ধ লেখক হিচাপেও তেওঁ যথেষ্ট কৃতিত্ব অৰ্জন কৰিছিল । তেওঁৰ 'বীণাৰ-ঝঙ্কাৰ' নামৰ গল্প পুথিত কেইটিমান মনোৰম গল্প প্ৰকাশ পাইছিল । হেমন্ত কুমাৰ শৰ্মা সম্পাদিত 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প' নামৰ গ্ৰন্থটো তেওঁৰ কেইটিমান নিৰ্বাচিত গল্প প্ৰকাশ পাইছে । তেওঁৰ 'তামৰ তাবীজ', 'মোৰ পৰিণয় কাহিনী', 'মধুমালতী' 'বিজয়া' আদি উচ্চাঙ্গৰ গল্পলৈ আঙুলিয়াব পাৰি । প্ৰবন্ধ ৰচনাতো ডাঙৰীয়াই দক্ষতা দেখুৱাব পাৰিছিল । 'জীৱ-জন্তুৰ ওপৰত মানুহৰ কৰ্তৃত্ব', 'প্ৰাগ্‌ঐতিহাসিক যুগৰ চিত্ৰ-শিল্প', স্থায়ী ভাব আৰু ৰস', 'মণিপুৰী পৌৰাণিক নৃত্য', 'বড়ো জাতিৰ কথা', আদি প্ৰবন্ধই চৌধুৰী ডাঙৰীয়াৰ বিভিন্ন বিষয়ত জ্ঞানৰ পৰিচয় দিয়ে । মুঠতে চৌধুৰী ডাঙৰীয়া আছিল অসমীয়া ভাষা-সাহিত্যৰ এজন একনিষ্ঠ সেৱক । চৌধুৰী ডাঙৰীয়াৰ শ্ৰেষ্ঠ কৃতিত্ব 'আৱাহন' নামৰ মাহেকীয়া আলোচনীৰ প্ৰতিষ্ঠা । সেই সময়ত যথেষ্ট সংখ্যক অসমীয়া গ্ৰাহক নোলাব বুলি ভাবি জাক জমক আলোচনী এখন প্ৰতিষ্ঠা কৰিবলৈ কোনেও সাহস কৰা নাছিল । কিন্তু অসমীয়া-প্ৰাণ চৌধুৰী নিজে আগবাঢ়ি আহি ১৯২৯ চনত 'আৱাহন' কাকত প্ৰতিষ্ঠা কৰি এই অভাৱ পূৰণ কৰিলে । বহু বছৰলৈ আৱাহনে অসংখ্য গল্প আৰু প্ৰবন্ধৰে অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বঢ়াই আছিল ।

নগেন্দ্ৰ চৌধুৰী অসমীয়া সাহিত্য সভাৰো পৃষ্ঠপোষক আছিল আৰু এই সভাৰ সৰ্বাঙ্গীণ উন্নতিৰ বাবে যত্ন লৈছিল । চৌধুৰীয়ে ১৯৩১ চনত শিৱসাগৰত বহা অসম সাহিত্য সভাৰ ত্ৰয়োদশ সন্মিলনৰ পৌৰোহিত্য কৰিছিল । শিৱসাগৰত অসম সাহিত্য সভাৰ তৰফৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাক অভিনন্দন যচা হৈছিল আৰু সেই সভাতেই বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে--চৌধুৰী ডাঙৰীয়াইহে । চৌধুৰীয়ে কিছুকাল কলিকতাৰ এ, এছ, এল, ক্লাবৰো গুৰি ধৰিছিল ।



দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, জ্ঞানদাভিৰাম বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, ৰঘুনাথ চৌধুৰী আদি ব্যক্তিসকল চৌধুৰীৰ বিশিষ্ট বন্ধু আছিল । ১৯৪৭ খৃঃ ৰ ১৩ নবেম্বৰত সন্ন্যাসৰোগত আক্ৰান্ত হৈ নিজা ঘৰ লক্ষীপুৰত চৌধুৰীয়ে শেষ নিশ্বাস পেলায় ।

**স্বৰ্গীয় সুৰেন্দ্ৰমোহন দাস ঃ** অভয়াপুৰী অঞ্চলৰ যিকেইজন সাহিত্যিকে অসমীয়া সাহিত্যৰ ভঁৰালৈ অমূল্য অৱদান আগবঢ়াই ভাষা জননীৰ সেৱা কৰি গৈছে, সেইসকলৰ ভিতৰত সুৰেন্দ্ৰ মোহন দাস অন্যতম । এখেতৰ জন্ম হয় ইংৰাজী ১৯০০ খৃষ্টাব্দত অভয়াপুৰীৰ ধৰ্মপুৰত । বঙলা ভাষাৰ মাধ্যমেদি বিদ্যাৰম্ভ কৰা দাস ডাঙৰীয়া সৰুৰে পৰাই মেধাৱী ছাত্ৰ আছিল । নানা প্ৰতিকূল অৱস্থাৰ মাজেদি তেখেতে ১৯১৭ চনত, সেই সময়ৰ অভয়াপুৰী অঞ্চলৰ একমাত্ৰ উচ্চশিক্ষাৰ অনুষ্ঠান অভয়েশ্বৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় । উচ্চ শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকা দাসদেৱে গুৱাহাটীৰ কটন কলেজৰ পৰা আই, এ আৰু বি, এ মহলাত উত্তীৰ্ণ হয় । তাৰ পিছত তেখেত কলিকতালৈ এম, এ পঢ়িবলৈ যায় আৰু ১৯২৩ চনত প্ৰেচিডেন্সী কলেজৰ পৰা ইংৰাজী সাহিত্যত এম, এ ডিগ্ৰী লাভ কৰে । কেইবছৰমান পিছত তেখেতে ঢাকাৰ পৰা বি, টি ও পাচ কৰে ।

কলিকতাত থাকোতে দাসদেৱে ৺ ৰবীন্দ্ৰনাথ ঠাকুৰ, ৺আশুতোষ মুখাৰ্জী, ডঃ ৰাধাকৃষ্ণণ, ডঃ সুনীতিকুমাৰ চেটাৰ্জী আদি বিখ্যাত মণিষীসকলৰ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হৈছিল । দৰাচলতে এখেতসকলৰ ব্যক্তিত্বৰ প্ৰভাৱতেই তেখেতে সাহিত্য আৰু গৱেষণাৰ প্ৰতি অনুৰাগী হৈ পৰে । সেই-সময়তেই মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনে তেখেতক গভীৰভাৱে অনুপ্ৰাণিত কৰে । এই আন্দোলনত বিশেষ সক্ৰিয় ভূমিকা লব নোৱাৰিলেও দাসদেৱে লিখনিৰ দ্বাৰাই আন্দোলনৰ প্ৰতি সমৰ্থন জনাই জনমতৰ সৃষ্টি কৰিছিল ।

শিক্ষা সাং কৰি ১৯২৪।২৫ চনত তেখেত বিজনী ইষ্টেটৰ চাৰ দেওৱান নিযুক্ত হয় । কিছুদিন এই কাম কৰাৰ পিছত তেখেত গুৱাহাটীলৈ যায় আৰু কটন কলেজিয়েট স্কুলত শিক্ষকতা কৰে । কেইবছৰমান পিছত তেখেত কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপক নিযুক্ত হয় আৰু বহুবছৰ সুখ্যাতিৰে অধ্যাপনা কৰে । ইতিমধ্যে গুৱাহাটীত বি বৰুৱা কলেজ (নৈশ বিভাগ) স্থাপন হোৱাত তাতো তেওঁ অধ্যাপনা কৰে । কটন কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত তেখেতে বি বৰুৱা কলেজতে একাণপতীয়াকৈ লাগে আৰু শেষত সেই কলেজৰ অধ্যক্ষ পদ অলঙ্কৃত কৰে । শিক্ষক হিচাপে বিশেষ সাফল্য লাভ কৰা দাস ডাঙৰীয়া ছাত্ৰসকলৰ মাজত অতি প্ৰিয় আছিল । এজন আদৰ্শ শিক্ষক হিচাপেও তেখেত ছাত্ৰ তথা সহকৰ্মীসকলৰ পৰম শ্ৰদ্ধাভাজন আছিল ।

১৯৩৫ চনৰ পৰা তেখেতে সাহিত্য সেৱাত একাণপতীয়াকৈ লাগে । ১৯৩৭ চনত তেওঁৰ 'টলষ্টয়ৰ সাধু' নামৰ পুথিখন প্ৰকাশ পায় । বিশ্ববিখ্যাত ৰুচ্ লেখক টলষ্টয়ৰ সাহিত্যৰাজিৰ প্ৰতি তেখেতৰ গভীৰ অনুৰাগ আছিল । সেয়ে টলষ্টয়ৰ কেইটিমান বিখ্যাত গল্প তেখেতে অনুবাদ কৰি এই পুথিখনি লিখিছিল । তেখেতৰ মতে এই সাধুবোৰ আছিল--"Earthly stories with divine meaning". টলষ্টয়ৰ সাহিত্য আৰু জীৱনদৰ্শনৰ প্ৰতি গভীৰ অনুৰাগী দাসদেৱে পৈণত বয়সত "যুদ্ধ আৰু শান্তি" (Ware and Peace—Tolstoy) নামৰ সুবৃহৎ গ্ৰন্থখনি অসমীয়ালৈ অনুবাদ কৰে । ই তেখেতৰ বহু বছৰৰ পৰিশ্ৰম আৰু সাধনাৰ ফল । সাহিত্য একাডেমীৰ দ্বাৰা প্ৰকাশিত এই গ্ৰন্থখনি অসমীয়া সাহিত্যৰ এক অমূল্য সম্পদ । সমালোচকসকলৰ মতে ই অসমীয়া অনুবাদ সাহিত্যক যথেষ্ট পৰিমাণে চহকী কৰিলে । এই গ্ৰন্থ ৰচনাৰ বাবেই তেখেতক ১৯৬৬ চনত চোভিয়েট দেশ নেহেৰু পুৰস্কাৰেৰে বিভূষিত কৰা হয় ।

১৯৬৭ চনত তেখেতে চোভিয়েট দেশ ভ্ৰমণৰ বাবে আমন্ত্ৰণ পায় । সেই আমন্ত্ৰণ ৰক্ষা কৰি তেখেত চোভিয়েট ৰুচিয়া ভ্ৰমণ কৰিবলৈ যায় । এই ভ্ৰমণত তেখেতৰ সঙ্গী আছিল দক্ষিণাৰঞ্জন বসু, পি, ভি, গেডগিল, যোগী সুধানন্দ ভাৰতী, কৃষ্ণ চন্দৰ ভাৰত বিখ্যাত সাহিত্যিক আৰু পণ্ডিত-সকল । তাৰপৰা উভতি আহি চোভিয়েট দেশ ভ্ৰমণলব্ধ অভিজ্ঞতাৰে তেখেতে 'টলষ্টয়ৰ দেশত' নামেৰে এখনি সুন্দৰ ভ্ৰমণ কাহিনী লিখিছিল । 'টলষ্টয় আৰু তেওঁৰ জীৱনদৰ্শন' সম্পৰ্কে এখনি মূল্যবান গ্ৰন্থ তেখেতে প্ৰণয়ন কৰিবলৈ লৈছিল । কিন্তু এই কাম সম্পূৰ্ণ নৌ হওঁতেই তেখেতে পৰলোক গমন কৰে । বাঁহী, আৱাহন আদি আলোচনীত তেখেতৰ বহুতো মূল্যবান প্ৰবন্ধ সিচৰতি হৈ আছে । তেখেতে বহুতো পাঠ্য-পুথি লিখিছিল । সেইবোৰৰ ভিতৰত School Essays, Rational Translation, Grammar and Composition বিশেষ উল্লেখযোগ্য ।

সহজ, সৰল, অনাড়ম্বৰ জীৱন যাপন কৰা সুৰেন্দ্ৰ মোহন দাসদেৱ সামাজিক জীৱনত অতি জনপ্ৰিয় আছিল । তেখেতৰ

অতি সাধাৰণ সাজ্‌পোছাক দেখি চোভিয়েট দেশ ভ্ৰমণ কৰিবলৈ যাওঁতে তেখেতক অসমৰ টলষ্টয় বুলি নগৰীয়াসকলে সম্ভাষণ জনাইছিল। নেহৰু পুৰস্কাৰ গ্ৰহণ কৰিবলৈ দিল্লীলৈ যাওঁতে চোভিয়েট দূতাবাসে "জনপথ হোটেলত" তেখেতৰ থকা মেলাৰ ব্যৱস্থা কৰিছিল। কিন্তু এই হোটেলৰ অত্যাধুনিক আদব কায়দা আৰু নাচ গানৰ পয়োভৰ দেখি তেখেত তাত নাথাকি সেইসময়ত দিল্লীত থকা এম, পি স্বনামধন্য হেম বৰুৱাৰ ঘৰলৈ গৈ আলহী হৈছিল।

অভয়াপুৰীত শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ শাখা প্ৰতিষ্ঠা হোৱাৰ মূলতে আছিল তেখেতৰ উৎসাহ-উদগণি আৰু অমূল্য উপদেশ। আনুষ্ঠানিক ধৰ্মৰ গোড়ামি তেওঁৰ মুঠেই নাছিল। 'মানব প্ৰেমৰ দ্বাৰাইহে ভগবানৰ পূজা কৰা উচিত'। এয়ে আছিল তেখেতৰ মত। ১৯৭০ চনত বাৰ্দ্ধক্যজনিত অসুখত তেখেতক গুৱাহাটী মেডিকেল কলেজ হাস্পতালত ভৰ্তি কৰা হয়। হস্পিতালতো তেখেতৰ বাবে বিশেষ ৱাৰ্ডৰ ব্যৱস্থা কৰা সত্ত্বেও তেখেতে সাধাৰণ ৰোগীসকলৰ লগতহে থাকিবলৈ সন্মত হৈছিল। সেইবছৰতে সকলোকে শোক সাগৰত পেলাই তেখেত স্বৰ্গগামী হয়। তেখেতৰ জীৱন এই অঞ্চলৰ ৰাইজৰ বাবে এক জ্বলন্ত আদৰ্শ। সেয়ে আজি অসম সাহিত্য সভাৰ ৪৪ তম অভয়াপুৰী অধিবেশনৰ পবিত্ৰ দিনত আমি তেখেতক শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ।

**স্বৰ্গীয় শশীভূষণ ফৌজদাৰ :** অভয়াপুৰী নগৰৰ উত্তৰ-পূবত থকা কাকৈয়া আৰু কুজিয়া নদীৰ মধ্যৱৰ্তী গাওঁ কাকৈজানৰ ফৌজদাৰপাৰা। এই ফৌজদাৰপাৰাতেই জন্ম হয় ৺শশীভূষণ ফৌজদাৰ ডাঙৰীয়াৰ বাং ১২৮৯ সালৰ পুহ মাহৰ ২২ তাৰিখ শনিবাৰে। তেওঁৰ পিতৃৰ নাম আছিল প্ৰেমনাথ ফৌজদাৰ আৰু মাতৃ আছিল বিনয়েশ্বৰী দেৱী। জাতিত তেওঁলোক আছিল ৰাজবংশী আৰু কৃষি আছিল তেওঁলোকৰ জীৱিকা। গাওঁতেই প্ৰাথমিক শিক্ষা সমাপ্ত কৰি ৰাণী অভয়েশ্বৰী দেৱীৰ দ্বাৰা প্ৰতিস্থিত অভয়েশ্বৰী উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগায় আৰু তাতেই ৰাজকুমাৰ (পৰৱৰ্তী বিজনী ৰাজ্যৰ ৰজা) যোগেন্দ্ৰনাৰায়ণৰ সান্নিধ্য লাভ কৰে আৰু বিজনী ৰাজ্যৰ ভালেমান ভিতৰুৱাল কথা জনাৰ সুযোগ পায়। এই ব্যক্তিগত অভিজ্ঞতাই শেষত বিজনী ৰাজ্যৰ এখন প্ৰামাণ্য ইতিহাস ৰচনাৰ বাবে ফৌজদাৰ ডাঙৰীয়াক অৰিহণা যোগায়।

বিশেষ কিছুমান ঘৰুৱা কাৰণত তেওঁৰ উচ্চ শিক্ষা লোৱা নহ'ল আৰু জীৱিকাৰ্থে ১৩০৮ সালত বিজনীত প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাবে যোগদান কৰি কৰ্মক্ষেত্ৰত প্ৰৱেশ কৰে। ইয়াৰ পিছত তেওঁ বিজনী ৰাজ ইষ্টেটৰ চিৰস্তাদাৰৰ কাম কৰে। তেওঁৰ প্ৰচেষ্টাতে তেওঁৰ নিজ গাৱঁত ভালেমান প্ৰতিষ্ঠান গঢ়ি উঠে আৰু গোৱালপাৰা জিলাৰ কৃষকসকলৰ দুৰৱস্থাৰ কথা চিন্তা কৰি ১৩২৭ চনত কাকৈজানা কৃষক সন্মিলনী পাতে আৰু পিছত সদৌ গোৱালপাৰা জিলা কৃষক সন্মিলনী পাতি ১৯২৯ চনত গোৱালপাৰা জিলা প্ৰজাসত্ত্ব আইন প্ৰণয়ন কৰিবলৈ তেতিয়াৰ অসম বিধান সভাক বাধ্য কৰায়। পিচত তেওঁৰ যত্নতে অভয়াপুৰী চেণ্ট্ৰেল বেঙ্কৰ জন্ম হয় আৰু এই বেঙ্কে আজিও উক্ত অঞ্চলৰ অৰ্থনীতিত বিশেষ ভূমিকা গ্ৰহণ কৰি আছে। ১৯২১ আৰু ১৯২৯ চনত গোৱালপাৰা লোকেল বোৰ্ডৰ, অভয়েশ্বৰী হাইস্কুলৰ কাৰ্য্যকৰী কমিটিৰ, উত্তৰ শালমাৰাৰ চিকিৎসালয়ৰ পৰিচালনা কমিটিৰ ; অভয়াপুৰী পশু চিকিৎসালয় কমিটিৰ, তিতিলিগুড়িত বজাৰ স্থাপন আদি নানান সামাজিক কামত জড়িত থাকি সদস্য পদৰ দায়িত্ব বহন কৰিছিল।

সমাজ সেৱক আৰু সমাজ সংগঠক হিচাবে ফৌজদাৰ ডাঙৰীয়াই তেতিয়াৰ দিনত কোচবিহাৰ, জলপাইগুড়ি, ৰংপুৰ আদি অঞ্চলতো ৰাজবংশী ক্ষত্ৰিয় সমাজৰ দুৰৱস্থাৰ বিষয়ে ভ্ৰমণজনিত অভিজ্ঞতা লাভ কৰে আৰু জাতীয় আন্দোলনৰ বহুতো অধিবেশনত তেওঁ সভাপতিৰ আসন গ্ৰহণ কৰিব লগা হৈছিল। ১৯৩৬ চনত চাপৰত বহা ৰাজবংশী-ক্ষত্ৰিয় সন্মিলনীৰ সভাপতিৰ আসনখনি তেওঁৰ কাৰণে বিশেষ তাৎপৰ্য্যপূৰ্ণ আছিল। তেওঁ আজীৱন কাল কংগ্ৰেছকৰ্মী হিচাবে কংগ্ৰেছী আদৰ্শত যথাশক্তি সমাজ সেৱা কামত ব্ৰতী হৈ আছিল।

গাৱঁলীয়া পৰিবেশত থাকি নানা কামৰ ব্যস্ততাৰ মাজতো তেওঁ যথাসাধ্য সাহিত্য সাধনাৰ ক্ষেত্ৰত বৰঙণি যোগাইছিল। তেওঁৰ প্ৰথম প্ৰকাশিত পুথি হিচাবে ১ম মান শ্ৰেণীৰ উপ-যোগীকৈ লিখা—এখনি স্কুলীয়া পাঠ্যপুথি। তাত তেওঁ অতি চিনাকি আৰু সহজ সৰল কথাৰে কণ কণ ল'ৰা-ছোৱালীহঁতক আকৰ্ষণ কৰিব পৰাকৈ লিখিছিল—

কৈলাশ বৈৰাগীয়ে
আখৈ ভাজি খায়,
নাও বৈঠা লৈ
কুজিয়া নদীত যায় ····ইত্যাদি



সাধাৰণ অৱস্থাত থাকি নানান ব্যস্ততাৰ মাজতো তেওঁ ভালেমান প্ৰকাশিত অপ্ৰকাশিত কিতাপ ৰচনা কৰে আৰু সেইবিলাকক উপযুক্তভাৱে সম্পাদনা কৰি উলিয়ালে ফৌজদাৰ ডাঙৰীয়াৰ সাহিত্যিক কৰ্মৰ প্ৰকৃত পৰিচয় পোৱাৰ সুবিধা হয়। (১) বিজনী ৰাজ্যৰ ইতিহাস (ইতিহাস ৰচনাৰ বাবে মূল্যবান তথ্যৰে পৰিপূৰ্ণ এখন পাণ্ডুলিপি আৰু সম্প্ৰতি উপযুক্তভাৱে সম্পাদিত হৈ প্ৰকাশৰ অপেক্ষাত আছে) ; (২) বিধিৰ বিধান (গল্প) ; (৩) আশাৰ সপোন (গল্প) ; (৪) কুসুমাঞ্জলী (গল্প) ; (৫) অনাথিনী (বুৰঞ্জীমূলক উপন্যাস) ; (৬) অমৰা ফুল এপাহি (সামাজিক উপন্যাস) আৰু (৭) ভক্ত চৰিত্ৰামৃত আদি কেইখনো প্ৰকাশিত-অপ্ৰকাশিত পুথি ফৌজদাৰ ডাঙৰীয়াৰ সাহিত্যিক অৱদানৰ পৰিচায়ক। বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী নথকা এজন গ্ৰাম্য সমাজ সেৱকৰ অদম্য আশা-আকাংখা পূৰণ হবলৈ কোনো সুযোগ নোপোৱাকৈ ৰোগশয্যাত দেশ আৰু দেশবাসীৰ কথা চিন্তা কৰি কৰি ইং ১৯৬০ চনৰ ডিচেম্বৰ মাহত ফৌজদাৰ ডাঙৰীয়াই শেষ নিশ্বাস ত্যাগ কৰে।

**নিধানুৰাম ৰায়ৰ অন্তিম ইচ্ছা :** '৪২ৰ আন্দোলত ভাৰতবাসীৰ অপূৰ্ব জাগৰণ। শ শ মানুহে স্বাধীনতাৰ যজ্ঞত আত্ম আহুতি দিয়ে। সেই মহান শ্বহীদসকলৰ মাজৰ ৺নিধানুৰাম এজন। গোৱালপাৰা জিলাৰ দক্ষিণ পাৰে বলবলা নামৰ গাওঁৰ ওচৰত তেওঁৰ জন্ম হয়। গোৱালপাৰা মহকুমাৰ দক্ষিণ পাৰে এই গণ-আন্দোলনৰ গুৰি ধৰিছিল ৺খগেন্দ্ৰ নাথ, ৺যোগেন্দ্ৰনাথ, ৺ধীৰেন নাথ আদি নেতাসকলে। তেওঁলোকৰ মাজত নিধানুৰামো এজন। ডেকা নিধানুৰামে সক্ৰিয়ভাৱে আন্দোলনত যোগ দিয়ে। গোৱালপাৰা মহকুমাধিপতিয়ে নিধানুৰাম প্ৰমুখ্যে বহু যুৱকৰ ওপৰত পাইকাৰী জৰিমনা ৰহুৱাই। কিন্তু নিধানুৰামে বিদেশী চৰকাৰক কোনো জৰিমনা দিবলৈ ৰাজি নহয়। পুলিচে আহি যোৰ কৰিও তেওঁৰ পৰা এই জৰিমনা আদায় কৰিব নোৱাৰিলে। শেষত ইংৰাজ চৰকাৰে নিধানুৰ হালৰ গৰু হালকে বাজেয়াপ্ত কৰিলে। কিন্তু নিধানুৰামে কোনোমতে নিজৰ গৰু নিদিয়ে। শেষত পুলিচ আৰু নিধানুৰামৰ মাজত এখন খণ্ড যুদ্ধৰ সৃষ্টি হ'ল। গুৰুতৰভাৱে আহত হৈ পুলিচ বিষয়াই পলাই যাব লগা হয়। ইয়াৰ পিছৰ পৰিণাম কি হব, তাক সহজে অনুমান কৰিব পাৰি। ইংৰাজ পুলিচৰ সম্ভাব্য অত্যাচাৰৰ কথা ভাবি নিধানুৰামৰ ওচৰে পাজৰে থকা মানুহবোৰ নিৰাপদ ঠাইলৈ পলাই গ'ল। নিধানু কিন্তু অলৰ-অচৰ। তেওঁৰ এক কথা, তেওঁ ইংৰাজ চৰকাৰৰ ভয়ত পলাই নাযায় বা ইংৰাজৰ হাতত বন্দীও নহয়। হাতত এপাত যাঠি লৈ নিজৰ জুপুৰি ঘৰৰ ভিতৰত নিধানুৰামে পুলিচৰ অপেক্ষাত ৰৈ থাকিল। ভবামতে কাম হ'ল। কিছুপিছতে স-অস্ত্ৰ ইংৰাজ চিপাহী আহি নিধানুৰামৰ ঘৰ অৱৰোধ কৰিলে। নিধানুক আত্মসমৰ্পণ কৰিবলৈ আদেশ দিয়া হ'ল। নিধানু কিন্তু ওলায় নাহিল। শেষত পুলিচৰ গুলী আৰম্ভ হ'ল। পুলিচৰ গুলীত নিধানুৰামৰ দুয়োখন ভৰি সম্পূৰ্ণ অচল হ'ল। এই সুযোগতে নিধানুৰামক বন্দী কৰাৰ সাহসেৰে দুজন চিপাহী আগবাঢ়ি গ'ল। লগে লগে মৃত্যুমুখী নিধানৰ হাতৰ পৰা দ্ৰুত বেগে ওলায় অহা যাঠিৰ খোচত এজন চিপাহী বেয়াভাৱে ঘাইল হৈ মাটিত পৰি গ'ল। পিছত আনবোৰ চিপাহীয়ে গুলী কৰি নিধানুৰামক হত্যা কৰে।

নিধানুৰামৰ শেষ ইচ্ছা পূৰ্ণ হ'ল। তেওঁৰ সেই শেষ কথা 'মই চিপাহীৰ ভয়ত পলাই নেযাও বা বন্দী নহওঁ' অমৰ হৈ ৰ'ল।

**মহাভক্ত ৺থাপা কমললোচন :** মেচপাৰাৰ জমিদাৰ থাপা কমললোচন মহাপুৰুষীয়া ধৰ্মত দিক্ষিত হৈ একান্ত বৈষ্ণৱ হৈ পৰিছিল। তেখেতে ধৰ্মাভাৱত এনেভাৱে আকৃষ্ট হৈ পৰিছিল যে, নিজৰ জমিদাৰীৰ ভাৰ কৰ্মচাৰীসকলৰ হাতত এৰি দি, বৰপেটা সত্ৰৰ ভক্ত হৈ থাকিবলৈ বিচাৰিলে। বৰপেটা সত্ৰত থকা শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ পদযুগল অঙ্কিত কৰা "পদশিলা"ৰ ওপৰত তেখেতৰ ভক্তি বৰ গাঢ় আছিল। কিন্তু নিজৰ জমিদাৰীৰ লেঠা ৰাতি অহাত তেখেতে পুনৰ মেচপাৰালৈ ঘূৰি আহিব লগাত পৰে। কিন্তু নিজৰ প্ৰাণস্বৰূপ পদশিলা এৰি আহিবলৈ তেখেতৰ কোনোমতে ইচ্ছা নহ'ল। সেয়ে এদিন সত্ৰাধিকাৰৰ ওচৰত এই পদশিলা ভিক্ষা কৰিলে। কিন্তু পদশিলাৰ দৰে মহাপবিত্ৰ বস্তু সত্ৰৰপৰা উলিয়াই দিবলৈ সাত্ৰাধিকাৰ ৰাজি নহ'ল। শোকে-বেজাৰে মহাভক্ত কমললোচন গুৰুজনাক স্মৰণ কৰি শুই থাকিল। ৰাতি বৰপেটাৰ সত্ৰাধিকাৰৰ ওপৰত স্বপ্নাদেশ হ'ল—পদশিলা ৰাতিৰ ভিতৰতে দ্বিখণ্ডিত হব। তাৰে বামখণ্ড মহাভক্ত কমলোচনক দিব লাগে। ৰাতিপুৱা সত্ৰাধিকাৰে ভক্তবৃন্দৰ সৈতে মন্দিৰৰ ভিতৰলৈ গৈ দেখে স্বপ্নাদেশৰ মতে সচাই পদশিলা দ্বিখণ্ডিত হৈ আছে। তেতিয়া তাৰে বামখণ্ড ভকত ৺কমলোচনক দিয়া হয়। মহা-আনন্দৰে কমলোচনে পদশিলা আনি নিজৰ বাস-ভৱনৰ কাষত স্থাপন কৰে। জীৱনৰ বাকীছোৱা কাল তেওঁ এই পদশিলাৰ ওপৰত একান্ত ভক্তি ৰাখিয়ে কটাই দিছিল।

**পদশিলাৰ কি হ'ল :** কমলোচনৰ মত্যুৰ পিছত মেচপাৰা জমিদাৰীত ক্ৰমে শাক্ত ধৰ্মৰ প্ৰবেশ হবলৈ ধৰিলে। শক্তি ধৰ্মীসকলে বৈষ্ণৱ ধৰ্মৰ বিৰুদ্ধে লাহে লাহে অপপ্ৰচাৰ আৰম্ভ কৰে। এনেতে নবম জমিদাৰ ৺ৰণৰাম চৌধাৰীৰ দিনত এটা ঘটনা ঘটিল। মেচপাৰাৰ সত্ৰধিকাৰ ৺বাপুৰাম অধিকাৰী বাটেৰে গৈ থাকোতে, হঠাতে বণৰীয়া হাতী আহি তেওঁৰ কাণ এখন চিঙি নিয়ে। এই কথাকে কেন্দ্ৰ কৰি শাক্ত ধৰ্মীলোকসকলে বৈষ্ণৱ ধৰ্মৰ বিৰুদ্ধে পাৰেমানে অপপ্ৰচাৰ আৰম্ভ কৰে। শেষত জমিদাৰ ৺ৰামৰায় চৌধাৰীয়ে পদশিলাৰ পবিত্ৰতা নষ্ট হোৱাৰ ভয়ত ৰালিজানত সত্ৰপাতি পদশিলা স্থাপন কৰি দিয়ে। এতিয়া সত্ৰৰ চিনচাব নাই বুলিব পাৰি। কিন্তু অনাদৃতভাৱে এই সত্ৰতে এতিয়াও এই পদশিলা পৰি আছে।

• • •



অভয়াপুৰীৰ ওচৰৰ লালমাটিৰ গণেশশালিত থকা গণেশ মন্দিৰৰ ধ্বংসাৱশেষ



# মহিমামণ্ডিত অসম সাহিত্য সভাৰ ৪৪টা বছৰ

শ্ৰীজ্যোতিৰিন্দ্ৰধৰ দত্ত

চিৰ চেনেহী ভাষা জননীৰ মহান অনুষ্ঠান অসম সাহিত্য সভাই নিজ মহিমাৰে মহিমামণ্ডিত হৈ অসম সাহিত্য সভাৰ ৪৪তম অভয়াপুৰী অধিবেশনৰ লগে লগে স্মৰণীয় ৪৪টা বছৰত ভৰি দিলে। বিশাল বৰ লুইতৰ পাৰত, ৰৰলুইতৰ সংগ্ৰামী প্ৰেৰণাৰে উদ্বুদ্ধ হৈ, চিৰ সেউজীয়া, নিত্যে অপৰূপা মৰমৰ অসমী আইৰ চিৰ চেনেহী ভাষা জননীক সেৱা কৰাৰ মানসেৰে যিসকল স্বনামধন্য খ্যাত অখ্যাত লোকে অসম সাহিত্য সভা জাতীয় অনুষ্ঠানটিৰ ভেটি বান্ধি থৈ গ'ল আৰু যিসকলে ইয়াক সুদৃঢ় কৰাত অৱদান যোগালে সিসকলৰ অৱদান চিৰস্মৰণীয়। অসমীয়া জাতিৰ প্ৰাণৰো প্ৰাণৰ, জাতীয় জাগৰণ জগাই তোলাৰ প্ৰতীক, জাতি-ধৰ্ম নিৰ্বিশেষে একতাবোধ জগাই তোলা জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই চিৰ চেনেহী ভাষা জননীৰ সৌষ্ঠৱ দিনক দিনে বৃদ্ধি কৰি আহিছে। ১৯১৭ চনৰ পৰা ১৯৭৭ চনলৈকে এই সুদীৰ্ঘ ৪৪টা বছৰে অসম সাহিত্য সভাই অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ বাবে অহৰহ সংগ্ৰাম কৰি অহাৰ লগতে অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ভাতৃত্ববোধ জগাই তোলাত ইন্ধন যোগাই আহিছে। তদুপৰি অসম সাহিত্য সভাই বিভিন্ন ধৰণৰ এক বুজন সংখ্যাৰ আপুৰুগীয়া গ্ৰন্থ, পত্ৰিকা আৰু পুথি প্ৰকাশ কৰি অসমীয়া ভাষা সাহিত্যৰ ভঁৰাললৈ এক উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। তদুপৰি অসমৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা সাহিত্যৰ প্ৰতি শ্ৰদ্ধা জনাই ভালেখিনি গঠনমূলক কাম কৰাৰ কথা বিশেষভাৱে উল্লেখযোগ্য।

অসম সাহিত্য সভাই অসমীয়া জাতিক জাতীয় প্ৰেম, আৰু দেশ প্ৰেমেৰে উদ্বুদ্ধ হৈ এক শক্তিশালী আৰু মহান অসমীয়া জাতি হিচাপে গঢ়ি তোলাত এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে দিহিং, দিখৌ, সোৱণশিৰী, ধনশ্ৰী, জীয়াভৰলী, কলং কপিলী, বুঢ়ী দিহিং, ডিগাৰু, বৰাক আৰু অজস্ৰ সৰু-বৰ নদ নদীৰ পাৰে পাৰে অসমীয়া ভাষা সাহিত্যৰ অমীয়া মধুৰ ধ্বনি গুঞ্জৰিত হৈ আছে আৰু অসমীয়া জাতি আৰু অসম সাহিত্য সভাৰ নেতৃত্ব থাকে মানে চিৰকাল থাকিব। ইয়াতেই নিহিত হৈ থাকিব অসমীয়া জাতি আৰু অসম সাহিত্য সভাৰ কৃতিত্ব।

অসম সাহিত্য সভাৰ প্ৰতিটো বছৰেই তাৎপৰ্য্যপূৰ্ণ। প্ৰতি বছৰৰ বাৰ্ষিক অধিবেশনৰ প্ৰতিজন সভাপতিয়ে দিয়া অভিভাষণ তাৎপৰ্য্যপূৰ্ণ আৰু স্মৰণীয়। অসম সাহিত্য সভাৰ ৪৪টা বছৰৰ ইতিহাস লিখা এক দুঃসাধ্য কাম। সেয়েহে চমুকৈ অসম সাহিত্য সভাৰ সভাপতিৰ আসন যিসকল বৰেণ্য সভাপতিয়ে অলঙ্কৃত কৰিলে, সিসকলক শ্ৰদ্ধাৰে স্মৰণ কৰি তাৎপৰ্য্যপূৰ্ণ কিছু কথা উল্লেখ কৰা হৈছে।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ আগতেই এটি শুভ ক্ষণত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন ১৯১৭ চনত বুৰঞ্জীয়ে পৰশা নগৰ অতীতৰ ৰংপুৰ, শিৱসাগৰত বৰেণ্য সাহিত্যিক পদ্মনাথ গোঁহাঞি বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হয়। উক্ত প্ৰথম অধিবেশনৰ লগে লগেই অসমৰ মহান জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ পাতনি মেলা হয়। সেই সময়ৰ পৰা আজি দুকুৰি চাৰি বছৰে অসমৰ বিভিন্ন ঠাইত অসমীয়া ভাষা সাহিত্যৰ গুৰি বঠা ধৰা মহান অনুষ্ঠান অসম সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত হৈ আহিছে।

১৯১৭ চনৰ পৰা ১৯৭৭ চনলৈকে যিসকল বৰেণ্য সভাপতিয়ে অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰিলে সেইসকল —

| অধিবেশনৰ ঠাই | | | চন | সভাপতিসকলৰ নাম |
|---|---|---|---|---|
| ১ম | অধিবেশন | শিৱসাগৰ | ১৯১৭ | পদ্মনাথ গোহাঞি বৰুৱা |
| ২য় | ,, | গোৱালপাৰা | ১৯১৮ | চন্দ্ৰধৰ বৰুৱা |
| ৩য় | ,, | বৰপেটা | ১৯১৯ | কালিৰাম মেধি |
| ৪র্থ | ,, | তেজপুৰ | ১৯২০ | হেমচন্দ্ৰ গোস্বামী |
| ৫ম | ,, | যোৰহাট | ১৯২৩ | অমৃতভূষণ দেৱ অধিকাৰী |
| ৬ষ্ঠ | ,, | ডিব্ৰুগড় | ১৯২৪ | কনকলাল বৰুৱা |
| সপ্তম | ,, | গুৱাহাটী | ১৯২৪ | লক্ষ্মীনাথ বেজবৰুৱা |
| অষ্টম | ,, | নগাওঁ | ১৯২৫ | ৰজনী কান্ত বৰদলৈ |
| নৱম | ,, | ধুবুৰী | ১৯২৬ | বেণুধৰ ৰাজখোৱা |
| দশম | ,, | গোৱালপাৰা | ১৯২৭ | তৰুণ ৰাম ফুকন |
| একাদশ | ,, | যোৰহাট | ১৯২৯ | কমলাকান্ত ভট্টাচাৰ্য্য |
| দ্বাদশ | ,, | গোলাঘাট | ১৯২৯ | মফিজুদ্দিন আহমদ হাজৰিকা |
| ত্ৰয়োদশ | ,, | শিৱসাগৰ | ১৯৩১ | নগেন্দ্ৰ নাৰায়ণ চৌধুৰী |
| চতুৰ্দশ | ,, | লক্ষীমপুৰ | ১৯৩৩ | জ্ঞানদাভিৰাম বৰুৱা |
| পঞ্চদশ | ,, | মঙলদৈ | ১৯৩৪ | আনন্দ চন্দ্ৰ আগৰৱালা |
| ষোড়শ | ,, | তেজপুৰ | ১৯৩৬ | ৰঘুনাথ চৌধুৰী |
| সপ্তদশ | ,, | গুৱাহাটী | ১৯৩৭ | শ্ৰীকৃষ্ণকান্ত সন্দিকৈ |
| বিশেষ | অধিবেশন | যোৰহাট | ১৯৩৭ | হেৰম্ব প্ৰসাদ বৰুৱা |
| অষ্টাদশ | ,, | যোৰহাট | ১৯৪০ | ময়িদুল ইচলাম বৰা |
| ঊনবিংশ | ,, | শিৱসাগৰ | ১৯৪৪ | শ্ৰীনীলমণি ফুকন |
| বিংশ | ,, | ডিব্ৰুগড় | ১৯৪৭ | শ্ৰীনীলমণি ফুকন |
| একবিংশ | ,, | মাৰ্ঘেৰিটা | ১৯৫০ | অম্বিকাগিৰী ৰায়চৌধুৰী |
| দ্বাবিংশ | ,, | শ্বিলং | ১৯৫৩ | ডঃ সূৰ্য্য কুমাৰ ভূঞা |
| ত্ৰয়োবিংশ | ,, | যোৰহাট | ১৯৫৪ | শ্ৰীনলিনী বালা দেৱী |
| চতুৰ্বিংশ | ,, | গুৱাহাটী | ১৯৫৫ | যতীন্দ্ৰ নাথ দুৱৰা |
| পঞ্চবিংশ | ,, | ধুবুৰী | ১৯৫৬ | শ্ৰীবেণুধৰ শৰ্মা |
| ষড়বিংশ | ,, | তিনিচুকীয়া | ১৯৫৮ | পদ্মধৰ চলিহা |
| সপ্তবিংশ | ,, | নগাওঁ | ১৯৫৯ | শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা |
| অষ্টবিংশ | ,, | পলাশবাৰী | ১৯৬০ | শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী |
| ঊনত্ৰিংশ | ,, | গোৱালপাৰা | ১৯৬১ | শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী |
| ত্ৰিংশ | ,, | নাজিৰা | ১৯৬৩ | বল্লকান্ত বৰকাকতী |
| ৩১তম | ,, | ডিগবৈ | ১৯৬৪ | শ্ৰীমিত্ৰদেৱ মহন্ত |
| ৩২তম | ,, | নলবাৰী | ১৯৬৫ | ডিম্বেশ্বৰ নেওগ |
| ৩৩তম | ,, | উত্তৰ লক্ষীমপুৰ | ১৯৬৬ | শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা |
| ৩৪তম | ,, | ডিব্ৰুগড় | ১৯৬৬-৬৭ | নকুল চন্দ্ৰ ভূঞা |
| ৩৫তম | ,, | তেজপুৰ | ১৯৬৮ | জ্ঞান নাথ বৰা |
| ৩৬তম | ,, | বৰপেটা | ১৯৬৯ | শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা |
| ৩৭তম | ,, | টিং | ১৯৭০ | শ্ৰীউপেন চন্দ্ৰ লেখাৰু |
| ৩৮তম | ,, | মাকুম | ১৯৭১ | শ্ৰীতীৰ্থ নাথ শৰ্মা |
| ৩৯তম | ,, | ধুবুৰী | ১৯৭২ | শ্ৰীহেম বৰুৱা |
| ৪০তম | ,, | ৰঙিয়া | ১৯৭৩ | শ্ৰীগিৰিধৰ শৰ্মা |
| ৪১তম | ,, | মঙলদৈ | ১৯৭৪ | (ডঃ) শ্ৰীমহেশ্বৰ নেওগ |
| ৪২তম | ,, | তিতাবৰ | ১৯৭৫ | (ডঃ) শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্মা |
| ৪৩তম | ,, | টিহু | ১৯৭৬ | শ্ৰীযজ্ঞেশ্বৰ শৰ্মা |
| ৪৪তম | ,, | অভয়াপুৰী | ১৯৭৭ | চৈয়দ আব্দুল মালিক |





অসম সাহিত্য সভাৰ এইসকল বৰেণ্য সভাপতিয়ে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতি কিদৰে ৰক্ষা কৰিব লাগে আৰু জাতীয় ঐক্যৰ ভেটি কিদৰে গঢ়ি তুলিব লাগে তাক তেওঁলোকৰ অমূল্য অভিভাষণসমূহৰ যোগেদি জাতিটোক সকিয়াই দি থৈ যোৱাৰ উপৰিও সতৰ্ক কৰি থৈ গৈছে। সিসকলৰ অমৰ বাণীসমূহে আজিও অসমীয়া জাতিক প্ৰেৰণা যোগাই আহিছে আৰু যুগে যুগে আমাৰ উত্তৰ পুৰুষসকলৰ কাৰণেও ই প্ৰেৰণাৰ উৎস হৈ ৰব।

সেয়েহে খ্ৰীষ্টীয় ১৯৭৭ চনৰ ৪৪তম অধিবেশনৰ শুভ-ক্ষণত অসমীয়া জাতিয়ে আৰু অসমৰ জনসাধাৰণে এইয়া আত্মবিশ্লেষণ কৰাৰ সময়। জাতীয় প্ৰেম, দেশ প্ৰেমেৰে উদ্বুদ্ধ হৈ সংগঠনমূলক ভূমিকাৰে কাৰ্য্যক্ষেত্ৰত আগবাঢ়িলেহে দেশৰ উন্নতি অনিবাৰ্য্য। তদুপৰি অসম সাহিত্য সভাৰ সময়ত বছৰি বছৰি হোৱা অভূতপূৰ্ব জনজাগৰণক ঠিক বাটেৰে সঞ্চালিত কৰিলে অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰ বৃদ্ধি পাব।

ব্ৰহ্মপুত্ৰৰ বিশালতাৰ দৰে অসম সাহিত্য সভাই সমগ্ৰ অসমতে এটা বিশাল জাতীয় অনুষ্ঠান ৰূপে পৰিগণিত হৈ আহিছে। কেৱল সেয়েই নহয় অসমীয়া ভাষা সাহিত্য সংস্কৃতিও ব্ৰহ্মপুত্ৰৰ দৰে বিশাল। এই বিশালতাৰ মাজত অসমীয়া ভাষা সাহিত্য সংস্কৃতি চিৰ দিন জীয়াই থাকিব। এই খিনিতে পোন প্ৰথম অসমীয়া ইংৰাজী অভিধান ৰচোতা ব্ৰন্সন চাহাবৰ এষাৰ কথা মনত পৰিছে—"অসমীয়া ভাষা ব্ৰহ্মপুত্ৰৰ গতিৰ দৰে অবাধে চলি থাকিব, ইয়াত বাধা দিবলৈ কাৰ সাধ্য।"

তদুপৰি যিসকল প্ৰাতঃস্মৰণীয় আৰু বৰেণ্য সাহিত্যিকে অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলঙ্কৃত নকৰিও অসমীয়া ভাষা-সাহিত্য আৰু অসমীয়া জাতিৰ বাবে যাউতি-যুগীয়া অৱদান দি থৈ গ'ল সিসকল আমাৰ অতি আদৰৰ, প্ৰাণৰো প্ৰাণৰ। সিসকলৰ অৱদানৰ কথা অসমীয়া জাতিয়ে সদায়ে শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব। প্ৰতি বছৰেই অসম সাহিত্য সভালৈ অভূতপূৰ্ব জনজাগৰণ আহক। মহিমামণ্ডিত অসম সাহিত্য সভা অধিক মহিমামণ্ডিত হওক। যুগে যুগে চিৰ-চেনেহী ভাষা জননীৰ অমিয়া মধুৰ ধ্বনি গুঞ্জৰিত হৈ থাওক। অসমীয়া জাতিয়ে দেশ প্ৰেম, জাতীয় প্ৰেমেৰে উদ্বুদ্ধ হৈ ভাষা-জননীৰ হকে কাম কৰাটোৱেই হব আটাইতকৈ মহৎ কাম। সেয়েহে যিসকলে অসমীয়া ভাষা আৰু অসম সাহিত্য সভাক প্ৰেৰণাময়ী বাণীৰে—'জাতিটোক' উদ্বুদ্ধ কৰি গ'ল সিসকললৈ আমি অসম সাহিত্য সভাৰ ৪৪তম অভয়াপুৰী অধিবেশনৰ শুভক্ষণত শ্ৰদ্ধাৰে মূৰ দোৱাইছোঁ।

জয়তু ভাষা জননী।

০০



# বিজনী ৰাজ্যৰ চমু পৰিচয়

শ্ৰীঅম্বিকাচৰণ চৰকাৰ

আমি আজি যি স্থানত সমবেত হৈছো হ'ক—তাৰ নাম অভয়াপুৰী। এয়া নতুন নাম আৰু প্ৰাক্তন বিজনী ৰাজ্যৰ অন্তিম কালৰ ৰাজধানী—য'ত হিন্দুস্থানৰ কাইজাৰ-ই-হিন্দ পদক লাভ কৰা যি গৰাকী মহীয়সী নাৰীৰ পবিত্ৰ স্মৃতি-বিজড়িত হৈ আছে—সেই তপস্বীনি ৰাণী অভয়েশ্বৰী দেৱীৰ নামেৰে অভিহিত আজিৰ অভয়াপুৰী নগৰী—য'ত চিৰ চেনেহী ভাষা জননীৰ সেৱকবৃন্দই সমবেত হৈ আজি বন্দো কি ছন্দেৰে ৰাণীৰ পবিত্ৰ স্মৃতি ৰোমন্থিত কৰিছে—সেই গৰাকী ৰাণীৰ দ্বাৰা শাসিত ৰাজ্যই হৈছে প্ৰাক্তন বিজনী ৰাজ্য।

সংগ্ৰাম সিংহ ধৰ্মৰক্ষক বীৰ চিলাৰায়ৰ নাতি পৰীক্ষিৎ-নাৰায়ণ আৰু কামৰূপৰ বিক্ৰমাদিত্য মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ মাজত উদ্ভৱ হোৱা আৰু একেৰাহে সুদীৰ্ঘ ১৯ বছৰ ধৰি চলা ধ্বংসাত্মক গৃহযুদ্ধই কেৱল খুড়াক-ভটিজাকে দুৰ্বল আৰু বিষাদক্লিষ্ট কৰি তোলা নাছিল—লগতে একে পৰিয়ালৰ, গোষ্ঠীৰ তথা স্ব-জাতি প্ৰজাবৃন্দকো দুফাল কৰি দিছিল চিৰদিনৰ কাৰণে ; তাৰ ফলতে আজিও কোচবিহাৰ আৰু অসম দুখন পৃথক ৰাজ্য। খুড়াক-ভটিজাকৰ এই আত্মঘাতী কুৰুক্ষেত্ৰৰ পৰিণতিত কামদা-কামতা-কামৰূপ ৰাজ্য তথা কোচ সাম্ৰাজ্যৰ পশ্চিম ভাগত মোগলৰ আৰু পূব ভাগত অৰ্থাৎ কোচ-হাজো অঞ্চলত আহোম শক্তিৰ প্ৰত্যক্ষ হস্তক্ষেপৰ সেন্দূৰীয়া আলি ৰচিত হয়। এই হস্তক্ষেপৰ পূৰ্বজাননী হিচাপে স্বকৃত ভুলৰ অনুশোচনাৰ জুইত দেই পুৰি পৰীক্ষিৎনাৰায়ণে ১৬১৬ চনত গঙ্গা-যমুনাৰ ত্ৰিবেণী সঙ্গমত মত্যুক সাৱটি লয়। খুড়াক লক্ষ্মীনাৰায়ণেও আত্মগ্লানি প্ৰক্ষালনৰ বাবে নিজ ৰাজ্যৰ পূব প্ৰান্তৰ ৰাজধানী হাজোত হয়গ্ৰীৱ মাধৱ মন্দিৰত জীৱনৰ বাকীছোৱা কাল ধৰ্মচৰ্চাৰে কালাতিপাত কৰে। পৰীক্ষিৎনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰে অন্যতম পুত্ৰ বিজিত নাৰায়ণ ওৰফে চন্দ্ৰনাৰায়ণে দিল্লীৰ বাদশাহ জাহাঙ্গীৰৰপৰা পিতৃৰাজ্যৰ দাবীৰ সুত্ৰে পিতৃৰাজ্যৰ অংশ বিশেষ বিজনী ৰাজ্যখনৰ নামমাত্ৰ বশ্যতাৰ বিনিময়ত চনদ গ্ৰহণ কৰি এখন পৃথক ৰাজ্যৰ পাতনি মেলে। এই খণ্ডৰাজ্য খনৰেই নাম বিজনী ৰাজ্য যাৰ মোটামোটি চাৰিসীমা আছিল পূবে মনাহ, পশ্চিমে সোণকোষ, উত্তৰে ভূটান পৰ্বত আৰু দক্ষিণে গাৰোপাহাৰৰ নামনি অংশ পৰ্য্যন্ত অৰ্থাৎ আজিৰ গোৱালপাৰা জিলা আৰু এই নতুন ৰাজ্যখনৰ ৰাজধানী আছিল ১৮৬৪ চনলৈকে আজিৰ বিজনী ৰেলষ্টেচনৰ সংলগ্ন বিজনী নগৰ। চন্দ্ৰনাৰায়ণে ১৬৭১ চনৰ পৰা ১৬৯৬ চনলৈকে মোগলৰ তলতীয়া হৈ বিজনী ৰাজ্য পৰি-চালনা কৰে ; এওঁৱেই প্ৰকৃততে বিজনী ৰাজ্যৰ প্ৰতিস্থাতা।

চন্দ্ৰনাৰায়ণৰ মৃত্যুৰ পিছত পুত্ৰ জয়নাৰায়ণে পিতৃ আসনত বহে। এওঁৰ ৰাজত্বকালতে ৰাজপুতনাৰ অম্বৰাধিপতি মান-সিংহৰ নাতি ৰামসিংহই মোগলৰ প্ৰধান সেনাপতি হিচাপে আহোম ৰাজ্য জয় কৰিবলৈ আহে আৰু আহোম আৰু দৰং ৰজাৰ বিৰুদ্ধে ৰণ কৰি চৰকাৰ ঢিকিৰ আৰু কামৰূপৰ সীমা মনাহলৈকে মকৰল কৰি দিয়ে। এই ৰজা ৰামসিংহক ঢিকিৰ পৰগণাৰ মানুহে 'ৰামৰজা' বুলিছিল। আজিও অভয়াপুৰী নগৰীৰ কিছু উত্তৰত দেওহাটী গাওঁৰ প্ৰান্তভাগত ৰামসিংহই খন্দা গড়ৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়। ৰামসিংহই বহু কৌশল কৰি আৰু সামাজিক আন্দোলনৰ পাতনি মেলি বিজনী ৰাজ্যৰ অধিকাংশ প্ৰজাকে নিজৰ ফলীয়া কৰিবলৈ সক্ষম হয়। ৰাজ্যৰ ৰজা স্বৰূপ চন্দ্ৰনাৰায়ণৰ পুত্ৰ জয়নাৰায়ণেও ৰামসিংহক আহোম বিজয় অভিযানত ধনে জনে সহায় কৰিছিল। আহোমৰ বিৰুদ্ধে হোৱা এই ৰণত সুৰক্ষিত গুৱাহাটী দুৰ্গক কোনো ৰাজপুত বা মোগল সৈন্যই আক্ৰমণ কৰিবলৈ প্ৰথমতে সাহস কৰা নাছিল ; কিন্তু জয়নাৰায়ণে নিজ সৈন্যদলৰ সহায়ত দুৰ্গত জপিয়াই পৰে আৰু যুদ্ধত প্ৰভূত পৰাক্ৰম প্ৰদৰ্শন কৰে। তেওঁৰ এই নিষ্ঠা আৰু বীৰত্বত মগ্ধ হৈ ৰামসিংহই

জয়নাৰায়ণক 'ৰাজা' খিতাপ আৰু বিজনী ৰাজ্যখনক নিজৰ ৰাজ্য হিচাবে পৰিগণিত হোৱাৰ ব্যৱস্থা মোগল সম্ৰাটৰ পৰা অনুমতি আদায় কৰি দিয়ে। তেতিয়াৰে পৰা নামমাত্ৰ পৰাধীনতাত ৰজা জয়নাৰায়ণে নিজ পিতৃৰাজ্যত শাসন কৰিবলৈ ধৰে। এই ব্যৱস্থাত অৱশ্যে ঢাকাৰ নবাবে সন্তুষ্ট হোৱা নাছিল। যিহওক ইতিমধ্যে ৰজা জয়নাৰায়ণে অন্ধ প্ৰেমৰ চাকনৈয়াত পৰি নিজ প্ৰজা গুৱাল এজনৰ সুন্দৰী জীয়েকৰ প্ৰণয়াসক্ত হয় আৰু তাইৰ পাণি-গ্ৰহণ কৰে। ইয়াৰ ফলত ক্ষত্ৰিয় বুলি নিজকে পৰিচয় দিয়া স্বজাতি প্ৰজাৰ বহুতে আন কিছুমানৰ উচটনিত পৰি তলে তলে ঢাকাৰ নবাবৰ ওচৰত প্ৰজাৰ ওপৰত অত্যাচাৰ কৰা বুলি অভিযোগ আনে আৰু তাৰ বাবে নবাবক খাটে। নবাবেও কৌশল কৰি সস্ত্ৰীক ৰজা জয়নাৰায়ণক ঢাকালৈ মাতি নিয়ে আৰু ঢাকাতে নজৰবন্দী কৰি থয়। এই বন্দী অৱস্থাতে ৰজা জয়নাৰায়ণৰ শিৱনাৰায়ণ, হৰনাৰায়ণ আৰু দুৰ্দ্ধনাৰায়ণ নামৰ তিনিজন কোঁৱৰৰ জন্ম হয় আৰু বন্দী দশাতেই ঢাকাতে ৰজা জয়নাৰায়ণৰ শেষ নিশ্বাস পৰে। ইতিমধ্যে ৰাজ্যত ভালেমান অশান্তিয়ে দেখা দিয়ে আৰু নবাবেও স্বকৃত দোষৰ বাবে ৰজাৰ মৃত্যু হোৱা বুলি যাতে দিল্লীৰ বাদশাহে দোষাৰোপ কৰিব নোৱাৰে তাৰবাবে তিনিওজন কোঁৱৰকে নিজ পিতৃৰাজ্যলৈ উভতি যাবলৈ এৰি দিয়ে। সুযোগ সন্ধানী প্ৰথম পুত্ৰ শিৱনাৰায়ণৰ নেতৃত্বত তিনিও ভায়েকে ঢাকাৰ পৰা নিজ ৰাজ্যলৈ প্ৰত্যাৱৰ্তন কৰাৰ পথত বাটে বাটে পিতৃৰাজ্যত হৈ থকা ঘটনাৱলীৰ বুজ লৈ আহে আৰু তেতিয়া বিজনী ৰাজ্যখনক নামমাত্ৰ ৰাজত্ব কৰি থকা চতুৰসিংহৰ ৰা-বাতৰি লয়। ৰাজধানী বিজনীলৈ সদলবলে অহাৰ পথত ঢাকাৰ নৱাবৰ প্ৰতিনিধি বৈটামাৰীত থকা থানাদাৰৰ থানা আক্ৰমণ কৰি দখল কৰে। নবাবে এই সংবাদ পাই গুৱাহাটীত থকা মোগল সৈন্যাধ্যক্ষক এই ৰাজকুমাৰ তিনিজনক বন্দী কৰিবলৈ আদেশ দিয়ে। শিৱনাৰায়ণে তেতিয়া বিজনীত শাসন কৰি থকা চতুৰ সিংহৰ ওচৰ চাপে আৰু নিজ অভিপ্ৰায়ৰ কথা প্ৰকাশ কৰে। কিন্তু ইতিমধ্যে শিৱনাৰায়ণৰ আন দুগৰাকী ভাতৃয়ে মোগলৰ হাতত সুৰসুৰীয়া যুদ্ধত বন্দী হব লগা হয়। উক্ত চতুৰসিংহ আছিল ৰাজপুতনাৰ এক ৰাজপুত ক্ষত্ৰিয় সৈন্যৰ ঔৰষত বিজনী অঞ্চলৰ এক ৰাজবংশী ৰমণীৰ গৰ্ভজাত সন্তান দয়াল সিংহৰ পুত্ৰ। ৰজা জয়নাৰায়ণক ঢাকাত নজৰ বন্দী কৰি ৰখাৰ সময়ত বিজনী ৰাজ্য প্ৰায় অৰাজক অৱস্থাত পৰিণত হৈছিল। এই সুযোগতে বিজনী ৰাজ্যৰ উত্তৰাংশত ভূটীয়াৰ প্ৰতিপত্তি বাঢ়ে আৰু ভূটানৰ শাসনকৰ্তা দেৱৰাজৰ সহায়ত দয়াল সিংহই বিজনী ৰাজ্যৰ মূল ভূখণ্ডত শাসন কৰিবলৈ ধৰে। এই দয়াল সিংহৰে পুত্ৰ চতুৰ সিংহ। গতিকে শিৱনাৰায়ণে ঢাকাৰ পৰা আহি যেতিয়া চতুৰ সিংহৰ ওচৰ চাপে, তেতিয়া দেখাত আদৰ আপ্যায়ন কৰি গ্ৰহণ কৰিলে আৰু সৈন্য-সামন্ত দি নিজ পিতৃৰাজ্য উদ্ধাৰ কৰিবৰ কাৰণে সাহায্য আগবঢ়োৱাৰ মৌখিক প্ৰতিশ্ৰুতি দিয়ে, কিন্তু ইফালে গোপনে চতুৰ সিংহই নিজ সেনাপতিসকলক পৰামৰ্শ দিলে যাতে প্ৰকৃত যুদ্ধক্ষেত্ৰত শিৱনাৰায়ণৰ বিপক্ষেহে যুদ্ধ কৰে। কাৰণ শিৱনাৰায়ণৰ যুদ্ধত পতন হলে চতুৰ সিংহৰ ৰাজত্ব নিকণ্টক থাকিব। এয়ে আছিল চতুৰ সিংহৰ চতুৰালি। এনে চাতুৰ্য্যপূৰ্ণ চক্ৰান্তত চতুৰ সিংহৰ ধৰ্মভীৰু প্ৰধান সেনাপতি পৰ্বত সিংহই সহজে গ্ৰহণ কৰিব নোৱাৰিলে আৰু প্ৰতিবাদ হিচাবে সেনাপতিৰ বাব ইস্তফা দি খুটাঘাট পৰগণাৰ দেওহাটী নামৰ গাওঁলৈ সপৰিয়ালে গুচি আহে। এই পৰ্বত সিংহ হৈছে ৰামসিংহৰ লগত অহা ব্ৰজেন্দ্ৰ লাল নামৰ ৰাজপুত সৈনিক এজনৰ ঔৰসত আৰু পূৰ্ব উল্লেখিত দয়াল সিংহৰ ভগ্নী দুৰ্গাৱতী দেৱীৰ গৰ্ভত জন্মলাভ কৰা সন্তান। চতুৰ সিংহৰ লগত হোৱা বন্দোবস্ত মতে শিৱনাৰায়ণে সৈন্য সামন্ত সংগ্ৰহ কৰি ব্ৰহ্মপুত্ৰ নদ পাৰ হয় আৰু মোগলৰ নবাবৰ বিৰুদ্ধে যুজিবলৈ পুখুৰীপাৰা নামৰ ঠাইত চাউনি পাতে। বৈটামাৰীৰ ফালৰ পৰাও দলজিৎ সিংহৰ নেতৃত্বত শিৱনাৰায়ণৰ সৈন্য বাহিনীৰ লগত এটা সৈন্যবাহিনী যোগদান কৰে। ইফালে পৰ্বত সিংহয়ো চতুৰ সিংহৰ চক্ৰান্তৰ কথা গোপনে শিৱনাৰায়ণক জনাই ৰাখে, কিন্তু শিৱনাৰায়ণে বিশেষ গুৰুত্ব নিদিলে। নবাবৰ সৈন্যৰ সৈতে ঘোৰতৰ যুদ্ধৰ সময়ত চতুৰ সিংহৰ সৈন্যবাহিনীৰ বিশ্বাসঘাতকতাৰ ফলত শিৱনাৰায়ণ যুদ্ধত হাৰে আৰু আত্মগোপন কৰি আত্মৰক্ষা কৰে। অৱশেষত পৰ্বত সিংহৰ মধ্যস্থতাত শিৱনাৰায়ণে ভূটানৰ শাসনকৰ্তা দেৱৰাজৰ সাহায্য প্ৰাৰ্থী হয়। ভূটীয়া ৰাজ দেৱৰাজ শিৱনাৰায়ণহে বিজনী ৰাজ্যৰ প্ৰকৃত মালিক তাক সম্পূৰ্ণভাৱে উপলব্ধি কৰে আৰু চতুৰ সিংহৰ চতুৰালিৰ পোতক তুলিবলৈ শিৱনাৰায়ণৰ লগত এদল সৈন্য পঠায়। শিৱনাৰায়ণে নবাবৰ সৈন্যৰ হাতত ছত্ৰভঙ্গ হোৱা নিজ সৈন্যদলক পুনৰ সংগঠিত কৰি দেৱৰাজৰ সৈন্যৰে সৈতে আহি পুনৰ চতুৰ সিংহৰ বিৰুদ্ধে যুঁজ কৰে। এই যুঁজত চতুৰ সিংহ হাৰে আৰু কামৰূপলৈ পলাই যায়। ফলত বঙলা ১১৩৬ সালত শিৱনাৰায়ণে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি নিজ পিতৃৰাজ্য উদ্ধাৰ কৰি ৰাজপাটত বহে। ইয়াৰ পিছত ৰজা শিৱনাৰায়ণে খুটাঘাট,



হাৱৰাঘাট, চিদলী, হাকজাক, দোকৰা, মেছপাৰা আদি কেৰাখনো সৰু-বৰ খণ্ডৰাজ্য নিজ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰে। ভূটীয়া শাসনকৰ্তা দেৱৰাজৰ সাহায্যৰ বাবে কৃতজ্ঞতা স্বীকাৰ কৰি পৰস্পৰে পৰস্পৰৰ মূল্যবান বাণিজ্য সামগ্ৰীৰ বিনিময় কৰিছিল। কোচ ৰাজ্যৰ পৰা মানুকি কাপোৰ আৰু শুকান মাছ ভূটীয়া ৰাজ্যলৈ আৰু ভূটীয়া ৰাজ্যৰপৰা ভূটীয়া ঘোড়া, চামৰ, কস্তুৰী আদি সৰবৰাহ কৰিছিল আৰু তেতিয়াৰে পৰা বিজনী ৰাজ্যৰ লগত ভূটীয়া ৰাজ্যৰ এটা মধুৰ সম্পৰ্ক গঢ়ি উঠে। বৃদ্ধ অৱস্থাত ৰজা শিৱনাৰায়ণে তেওঁৰ পুত্ৰ বিজয় নাৰায়ণৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি বঙলা ১১৬৫ সালত পৰলোকলৈ গমন কৰে। এওঁৰ সৰ্বমুঠ পাঁচ গৰাকী ৰাণী আৰু ১৮ জন পুত্ৰ আছিল।

ইয়াৰ পিছত পাটৰাণী কামিনীবালা দেৱীৰ গৰ্ভজাত পুত্ৰ কুমাৰ বিজয় নাৰায়ণে কম বয়সতে পিতৃ সিংহাসনত আৰোহন কৰে। বয়সৰ ফালৰ পৰা এওঁ হেনো সপ্তম সন্তান আছিল আৰু সেয়ে তেওঁ ৰাজপাটত উঠাৰ লগে লগে চাৰিওফালৰ পৰা বিশেষকৈ ৰাজকৰ্মচাৰীবৰ্গৰ বহুতৰে পৰা বিদ্ৰোহাত্মক আচৰণ পাইছিল; কিন্তু তেওঁ সৎ, সৰল আৰু উদাসীন প্ৰকৃতিৰ হেতুকে সকলো বিদ্ৰোহীকে ক্ষমা কৰিছিল। ৰজাৰ এই সৰলতাৰ সুযোগ গ্ৰহণ কৰি বৰ্তমান মেচপাৰা ইষ্টেটৰ পূৰ্বপুৰুষ থানাদাৰ বলৰাম চৌধুৰী ওৰফে কমললোচনে বিজনী ৰাজ্যৰ পৰা বিচ্ছিন্ন হৈ পৃথকভাৱে এখন ক্ষুদ্ৰৰাজ্য পাতে। আনহাতে চাপৰ অঞ্চলৰ থানাদাৰ জয়নাৰায়ণ শৰ্মায়ো বিজনী ৰাজ্যৰ পৰা ফালি গৈ স্বতন্ত্ৰী হয় আৰু ফলত বিজনী ৰাজ্যৰ সীমা কিছু সংকুচিত হয়।

বিজনী ৰাজ্যৰ পূৰ্বৰ ৰজা জয়নাৰায়ণৰ দিনৰে পৰা দিল্লীৰ মোগল সম্ৰাটক বছৰি নামমাত্ৰ এটা মাননি দিয়াৰ বন্দোবস্তী আছিল যদিও কাৰ্য্যক্ষেত্ৰত তাক ৰবকৈ পালন কৰা নহৈছিল বা সময় সুযোগ মতেহে পূৰণ কৰা হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে মোগল সম্ৰাটৰ পৰা ভাৰতৰ দেৱানী লাভ কৰাৰ পিছত ইষ্ট ইণ্ডিয়া কোম্পানী বিজনী ৰাজ বিজয়নাৰায়ণৰ পৰাও বছৰি ২০০০.০০ টকা দাবী কৰে আৰু এই দাবীৰ অজুহাতত মুছা নামৰ এজন ইংৰাজ চাহাবে ৰজাৰ অনুমতি নোলোৱাকৈয়ে ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰ বৰ্তমানৰ গোৱালপাৰা নগৰত বেহা-বেপাৰৰ বাবে লাগে বুলি যুক্তি দেখুৱাই চাউনি পাতে। মুছা চাউনিয়াৰ এই কাৰ্য্যত ৰজাই অপমানবোধ কৰে আৰু চাহাবজনক গোৱালপাৰা বন্দৰৰ পৰা চাউনি তুলি নিবলৈ নিৰ্দেশ দিয়ে। আচলতে মুছাই পূৰ্ব অভিপ্ৰেত মনোভাৱেৰে বেহা-বেপাৰৰ আৰত বহুতো ইংৰাজ সৈন্য লুকাই ৰাখিছিল। চাউনি উঠাই নিবলৈ দিয়া নিৰ্দেশত ইংৰাজ সৈন্যৰ সৈতে এখন ৰণ হয়, এই ৰণত সেই সময়ৰ কিছুমান তথাকথিত উচ্চ শ্ৰেণীৰ ওখ খাপৰ ৰাজকৰ্মচাৰীৰ হীনাত্মক ভূমিকাৰ ফলত ৰজাই বন্দী হব লগা হয়। বন্দী ৰজাক কলিকতালৈ প্ৰেৰণ কৰে। বিদেশী ইংৰাজ কোম্পানীৰ হাতত বন্দী হব লগা হোৱাত আৰু কেতবোৰ উচ্চজাতৰ নিজ ৰাজকৰ্মচাৰীয়ে মাতৃভূমিৰ চৰম বিপদৰ সময়ত জঘন্য হঠ-কাৰিতামূলক ব্যৱহাৰত ৰজাই মৰনান্তিক বেজাৰ পায়, আৰু এনে জঘন্য সমাজত থকাতকৈ মৃত্যুৱেই শ্ৰেয় বুলি গঙ্গাৰ পাৰত আত্মহত্যা কৰে। আন কিছুমানৰ মতে বিক্ষুব্ধ হৈ থকা ৰজাজনৰ ষড়যন্ত্ৰমূলক অপঘাতৰ ফলত মৃত্যু হয় বঙলা ১১৬৬ সালত। মাতৃভূমিৰ স্বাধীনতা ৰক্ষাৰ্থে শ্বহীদ হোৱা ৰজা বিজয় নাৰায়ণে এইদৰে পৰৰাজ্যত শেষ নিশ্বাস ত্যাগ কৰিলে।

বিদেশত বন্দী অৱস্থাত ৰজাই মৃত্যুক আকোৱালী লব লগা হোৱাত বিজনী ৰাজ্যত পুনৰায় অৰাজক অৱস্থাৰ সৃষ্টি হয়। বিভিন্ন ক্ষমতালোভী আৰু চক্ৰান্তকাৰী শক্তিৰ ঠেলাহেচাত পৰি মৃত ৰজাৰ তিনিপুত্ৰ কোঁৱৰ দেৱীনাৰায়ণ, মুকুণ্ড নাৰায়ণ আৰু মাহেন্দ্ৰনাৰায়ণ ৰাজপাটৰ প্ৰকৃত অধিকাৰৰ পৰা বঞ্চিত হয় আৰু ৰাজবংশৰে ৰুদ্ৰনাৰায়ণ নামৰ বেলেগ এজন কোঁৱৰে ইংৰাজৰ সহায়ত ৰাজ-সিংহাসনত বহে। ইতিপূৰ্বে উল্লেখ কৰা পৰ্বত সিংহৰ বংশধৰ বুধাকৰাম বৰুৱাই সেই সময়ত ৰাজ-দৰবাৰৰ ভিতৰুৱা কাৰ্য্যৰ দায়িত্বপূৰ্ণ পদবিত আছিল। সৎ চৰিত্ৰবান আৰু ধৰ্মভীৰু পৰিয়ালৰ অংশীদাৰ হিচাবে বুধাকৰাম বৰুৱাই হতভাগা ৰজা বিজয়নাৰায়ণৰ পুত্ৰ তিনিজনৰ ভৱিষ্যত অন্ধকাৰ ভাবি আৰু নতুনকৈ হোৱা ৰজা ৰুদ্ৰনাৰায়ণ যে ইংৰাজৰ পুতলা মাথোন তাক উপলব্ধি কৰি ৰাজ চাকৰি বাদ দিয়ে আৰু সক্ৰিয় ৰাজনীতিত প্ৰৱেশ কৰে। তেওঁ তিনিওজন কুমাৰকে বিপদৰ বন্ধু ভূটীয়া ৰজাৰ ওচৰত লৈ যায় আৰু ভূটীয়া ৰজাক সকলো কথাৰ বুজ দিয়ে। ভূটীয়া দেৱৰাজে মধ্যম কুমাৰ মুকুন্দনাৰায়ণক বেছি বুদ্ধিমান বুলি ভাবি মুকুন্দনাৰায়ণক ৰজা, দেৱীনাৰায়ণক যুৱৰাজ আৰু মাহেন্দ্ৰনাৰায়ণক নাজিৰ হিচাপে ধৰি লৈ সৈন্য সামন্তৰে বিজনী ৰাজ্যলৈ পঠাই দিয়ে। এইদৰে দেৱৰাজৰ সহায়ত মুকুন্দনাৰায়ণে বহিৰজা ৰুদ্ৰনাৰায়ণক ৰাজ্যৰ পৰা খেদি দি পুনৰায় পিতৃ সিংহাসন অধিকাৰ কৰে।

ৰজা মুকুন্দনাৰায়ণো পিতাকৰ উপযুক্ত সন্তান আছিল আৰু তেওঁৰ ধৰ্মানুৰাগ, উদাৰতা আৰু সুবুদ্ধিৰ বলত বিজনী

ৰাজ্যৰ ভালেমান হেৰোৱা গৌৰৱ উদ্ধাৰ হয় আৰু ৰাজ্যৰ শ্ৰীবৃদ্ধি হয়। তেওঁৰ ৭ গৰাকী ৰাণী আছিল যদিও সন্তানহীন হোৱা হেতুকে জ্যেষ্ঠ-ভ্ৰাতৃ দেৱীনাৰায়ণৰ পুতেক বলিতনাৰায়ণকে তোলনীয়া পুত্ৰ হিচাবে গ্ৰহণ কৰে। বঙলা ১১৯৫ সালত জ্যেষ্ঠ-ভ্ৰাতৃৰ বিয়োগত গভীৰ দুখ পায় আৰু সেই বছৰতেই তেওঁ পৰলোকলৈ গমন কৰে। ৰজাৰ মৃত্যুৰ লগে লগে প্ৰথম গৰাকীৰ বাহিৰে বাকী কেইগৰাকী ৰাণীয়ে সাজিকাচি সালঙ্কৃতা হৈ মৃত ৰজাৰ প্ৰজ্বলিত চিতাত আৰোহন কৰি সতী যায়। এই সতী যোৱা ৰাণীকেইজনীৰ নাম ক্ৰমান্বয়ে থানেশ্বৰী, শুভেশ্বৰী, পাৰ্বতী, সুমিত্ৰা, কৈলাসী আৰু ফুলমতী দেৱী আছিল।

তোলনীয়া পুতেক বলিত নাৰায়ণ একেবাৰে নাবালক অৱস্থাত থকাৰ কাৰণে পূৰ্বৰ বিজয় নাৰায়ণৰ প্ৰথমা ৰাণী ৰানেশ্বৰী দেৱীয়ে ৰাজ্যৰ মঙ্গল চিন্তা কৰি তেওঁৰ মৃত স্বামীৰ কনিষ্ঠ ভ্ৰাতৃ হেমনাৰায়ণৰ পুতেক হৰিদেৱ নাৰায়ণকে উপযুক্ত যেন বিবেচনা কৰি ৰাজপাটত বহুৱায়। হৰিদেৱ নাৰায়ণে ৰানেশ্বৰী দেৱীৰ সহায়ত ৰাজ সিংহাসনত আৰোহণ কৰি বুঢ়ীক ক্ৰমে অৱহেলা কৰিবলৈ ধৰে। তাৰ ফলত বৃদ্ধা ৰানেশ্বৰী দেৱীয়ে মনৰ বেজাৰতে যোগীঘোপাত নিজাকৈ বাহৰ পাতি থাকিবলৈ ধৰে। এওঁৰ দিনতে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বিজনী ৰজাৰ পূৰ্বৰ দেয় টকা ২০০০·০০ আদায় কৰে। অৱশেষত মাত্ৰ দুবছৰ ৰাজত্ব কালতে ১১৯৭ সালত নাপিতৰ হাতত অপঘাতত মৃত্যুৰ মুখত পৰে। এওঁৰ দিনতে বিজনী ৰাজ্য অঞ্চলত—

ক্ষুৰ ঘষণং ক্ষুৰ ঘষণং
তাতে চিৰিৎ চিৰিৎ পানী
তোমাৰ কি মনেৰ কথা

তা আমি জানি, আদি কথা প্ৰচলন হয়।

হৰিদেৱ নাৰায়ণৰ মৃত্যুৰ পিছত ৰাজ্যৰ উত্তৰাধিকাৰীলৈ নানান বিশৃংখলাৰ সৃষ্টি হয়। এই গোলমালৰ ভিতৰতে বইটামাৰীৰ দোলৰীৰ কাৰবাৰীয়া ৰাজবংশৰে আন এজন কুমাৰ মহীদেৱ নাৰায়ণক লগত লৈ ঢাকাৰ নবাবৰ পৰা চনদ আনিবলৈ যায় আৰু তাৰ পৰা বিফল মনোৰথ হৈ উভতি আহি ভোটানৰ ৰজাৰ লগ ধৰিবলৈ যোৱাৰ পথত গুপ্তঘাতকে বিষ খুৱাই হত্যা কৰে। এইজনা ৰাজকুমাৰে ৰজা হবলৈ নৌপাওঁতেই মৃত্যুৰ মুখত পৰা কাৰণে 'ডিমাকুমাৰ' ৰূপে জনাজাত। ইয়াৰ পিছত পূৰ্বৰ ৰজা মুকুন্দনাৰায়ণৰ তোলনীয়া পুতেক আগেয়ে উল্লেখ কৰা বলিতনাৰায়ণক নানা চেষ্টা যত্নৰ ভিতৰেদি এটা দলে ৰাজপাটত বহুৱায়। এওঁৰ দিনতে মিঃ স্কট চাহাবে কালেক্টৰ হিচাবে নিযুক্তি পাই গোৱালপাৰাত অৱস্থান কৰে। স্কট চাহাবে ৰাজ্যৰ ভিতৰুৱা অৱস্থাৰ কথা লক্ষ্য ৰাখি হাৱৰাঘাট আৰু খুটাঘাট পৰগণাৰ পৰা দেৱানী আৰু ফৌজদাৰী ক্ষমতা ৰজাৰ পৰা উঠাই দিয়ে। ইয়াৰ ফলত ৰজা আৰু ইংৰাজৰ মাজত ভালেখিনি মনোমালিন্য হয় আৰু হেৰোৱা স্বাধীনতা উদ্ধাৰৰ বাবে ৰজাই সুযোগ সুবিধাৰ অপেক্ষাত থাকে। এওঁ ধৰ্মপৰায়ণ আৰু প্ৰজাৰঞ্জক ৰজা হিচাবে ৰাজ্যত ভালেমান সৎকাৰ্য্য কৰিছিল আৰু সুদীৰ্ঘ ৩৬ বছৰ কাল ৰাজকাৰ্য্য পৰিচালনা কৰি ১২৩৬ সালত পৰলোকলৈ গমন কৰে। ৰাণী শুভাঙ্কৰী দেৱীয়ে স্বামীৰ চিতাত ৰাণীৰ বেশে সতী যায়। পিছত মৃত ৰজাৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ ৰাজপাটত উঠে। এওঁ পিতাকৰ দৰে গুণী আৰু মানী আছিল। এওঁৰ, ৰাজত্ব কালত ৰাজ্যৰ মাটিৰ জৰীপ হয় আৰু তেতিয়াৰ ৰেভিনিউ বোৰ্ডৰ কমিচনাৰ কৰ্ণেল এফ্ জেকিন্স চাহাবৰ পৰামৰ্শত ৰাজ্যৰ মাটিৰ সম্পৰ্কত ভালেমান নতুন নতুন ৰীতি প্ৰচলন হয় আৰু ৯ বছৰকাল শাসন কৰাৰ পিছত ১২৪৫ সালত মৃত্যুৰ মুখত পৰাত নাবালক পুত্ৰ অমৃতনাৰায়ণে বহুতো হিতাকাংক্ষী ব্যক্তি আৰু ৰাজকৰ্মচাৰীৰ সহায়ত ৰজা হয়। বিজনী ৰাজ্যৰ ৰজাক নাবালক বুলি গম পাই গোৱালপাৰা বন্দৰত ৰাদাৰ ফোৰ্ড নামৰ এজন ইংৰাজ চাহাবে বিজনী ৰাজ্যক তলতীয়া কৰিবলৈ চিপাহীৰ দ্বাৰা অত্যাচাৰ কৰায় আৰু মুখীয়াল প্ৰজাবৰ্গক উচটনি দিয়ে। ফলত ৰাজমাতৃ তিলেশ্বৰী দেৱীয়ে ৰাজ বিষয়া পদ্মলোচন ঘোষ আৰু কেবলকৃষ্ণ ৰায়ক ৰাদাৰ ফোৰ্ড চাহাবৰ বিৰুদ্ধে গুৱাহাটীত থকা ইংৰাজ গভৰ্ণৰৰ এজেণ্টৰ ওচৰত পঠিয়ায়। ফলত ৰাদাৰ ফোৰ্ডৰ বিৰুদ্ধে অনুজ্ঞা হয় আৰু ৰজাই শেষ পৰ্য্যন্ত শান্তিৰে ৰাজকাৰ্য্য চলায়। এওঁৰ ৰাজত্ব কালতে সুপণ্ডিত আনন্দৰাম ঢেকীয়াল ফুকন বিজনী ৰাজ্যৰ দেৱানৰ পদত অধিষ্ঠিত আছিল। বঙলা ১২৬০ সালত ৰজা অমৃতনাৰায়ণৰ অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত ৰাণী ভাগ্যেশ্বৰী দেৱীয়ে বঙলা ১২৬৮ সাললৈকে ৰাজত্ব কৰে আৰু তেওঁৰ ৰাজত্ব কালত প্ৰথমে চন্দ্ৰনাৰায়ণ নামৰ ৰাজবংশৰে বেলেগ এজন কোঁৱৰক তোলনীয়া পুত্ৰ গ্ৰহণ কৰে; কিন্তু চন্দ্ৰনাৰায়ণৰ নিজ পিতৃৰ জ্যেষ্ঠ পুত্ৰ হোৱা হেতুকে শাস্ত্ৰমতে ৰজা হবৰ অসিদ্ধ বুলি বিবেচিত হোৱাত ৰাজবংশৰে কুমুদনাৰায়ণ নামৰ আন এজন ৰাজকোঁৱৰক তোলনীয়া হিচাবে গ্ৰহণ কৰে। এই ৰাণীগৰাকীৰ শাসন কালত ৰাজ্যত কোনো উল্লেখযোগ্য ঘটনা হোৱা নাছিল। আৰু ইং ১৮৬১ চনৰ ২৭ মেত পৰলোক গমন কৰে।



ৰাণীৰ মত্যুৰ পিছত পূৰ্বৰ মৃতৰজা ইন্দ্ৰনাৰায়ণৰ বিধৱা পত্নী কান্তেশ্বৰী দেৱী, মৃতৰজা অমৃতনাৰায়ণৰ বিধৱা পত্নী নাগেশ্বৰী দেৱী আদিয়ে যথেষ্ট চেষ্টা কৰি নাবালক কুমুদণাৰায়ণৰ অৰ্থাৎ ভাগ্যেশ্বৰী দেৱীৰ ২য় তোলনীয়া পুত্ৰৰ (পিতৃ আনন্দ নাৰায়ণৰ ২য় পুত্ৰ) নামত ৰাজকাৰ্য্য পৰিচালনা কৰিছিল। ৰাজ্যৰ এনে চালুকীয়া আৰু উপযুক্ত কাণ্ডাৰীহীন অৱস্থা দেখি আৰু ৰাজ্যত নানা বেমেজালি আৰু উপদ্ৰৱৰ সৃষ্টি হোৱাত ইংৰাজ গভৰ্ণমেণ্টে বহুত ভাবি-গুণি বিজনীখন কোৰ্ট অৱ ওৱাৰ্ডচৰ অধীনলৈ নিয়ে আৰু নাবালক ৰাজকুমাৰ কুমুদনাৰায়ণক উচ্চ শিক্ষাৰ কাৰণে ইংৰাজী ১৮৬৩ চনত বাৰাণসী ধামলৈ পঠায়। তাত ৰজা কুমুদনাৰায়ণে ইংৰাজী, পাৰ্চী, বাংলা আৰু হিন্দুস্থানী আদি ভাষাত ব্যুৎপত্তি লাভ কৰে আৰু ভাৰতৰ বহু ঠাইত ভ্ৰমণ কৰি বহুতো অভিজ্ঞতা লাভ কৰে।

ৰাজ্যৰ এনে ধৰণীহীন অৱস্থাৰ সুযোগতে ৰাজ্যত দেখা দিয়া গৃহকন্দলৰ সহযোগত ঝাউলীয়া মেছ নামৰ এজন ভূটানৰ পালি সেনাপতিয়ে ৰাজ্যৰ ৰাজধানী বিজনীৰ ওপৰত আক্ৰমণ চলায় আৰু ৰাজধানীৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ দুৰ্বলতাৰ সুৰুঙা লৈ ৰাজধানী ছাৰখাৰ কৰে, ৰাজধানী বাসীৰ ওপৰত অত্যাচাৰ কৰে আৰু ৰজাৰ সমৰ্থকবৰ্গৰ ওপৰত চৰম অত্যাচাৰ চলায়। বিজনী ৰাজ্যৰ বুৰঞ্জীত ইয়াক 'ঝাউলীয়াৰ ধুমা' বুলি কোৱা হয়। ৰাজপৰিয়াল আৰু ৰাজধানীৰ ওপৰত এই অত্যাচাৰ হোৱাৰ কাৰণে ভবেন্দ্ৰনাৰায়ণ বৰুৱা, অভিৰাম চিৰস্তাদাৰ আদিৰ সহায়ত বহুতে যোগীঘোপা, দেওহাটী, বইটামাৰী আদি ঠাইলৈ স্থানান্তৰিত হয়। এই বিদ্ৰোহ ইং ১৮৬৪ চনত হৈছিল। ৰাজপৰিয়ালৰ আবেদনত ৰাজ্যৰ প্ৰতিৰক্ষাৰ দায়িত্বত থকা বৃটিশ চৰকাৰৰ সৈতে দেৱানগিৰিত ঝাউলীয়াৰ সৈতে ৰণ হয় আৰু এই ৰণত ঝাউলীয়াৰ পৰাস্ত হয়। এই ধুমাৰ ফলত ৰাজধানী বিজনী নগৰ সম্পূৰ্ণভাৱে ধ্বংসপ্ৰাপ্ত হোৱাত নতুনকৈ ডুমুৰীয়া নামৰ ঠাইত গোপাল গোবিন্দ সেন, প্ৰসন্ন চন্দ্ৰ চৌধুৰী, চন্দ্ৰনাথ মৈত্ৰ আদি ৰাজভক্ত বিষয়াবৰ্গৰ সহায়ত নতুন ৰাজধানী ডুমুৰীয়া ঠন ধৰি উঠে।

ইতিমধ্যে অধ্যয়নৰত ৰজা কুমুদনাৰায়ণে সাবালক অৱস্থা প্ৰাপ্ত হৈ বোম্বাই, আগ্ৰা, দিল্লী, এলাহাবাদ আদি আৰু গোটেই অসম দেশ ভ্ৰমণ কৰি আহি ইং ১৮৭৪ চনৰ ২১ চেপ্তেম্বৰত আনুষ্ঠানিকভাৱে নিজ সিংহাসনত আৰোহণ কৰে। বৃটিশ চৰকাৰে ১৮৬৬ চনত ভূটীয়াক যুজত ঘটুৱাই ভূটানৰ নামনি অংশ নিজ দখললৈ আনে আৰু বিজনী ৰাজ্যৰ সংলগ্ন অঞ্চল হোৱা হেতুকে ১৮৬৭ চনত ৰাজা কুমুদনাৰায়ণৰ নামত প্ৰাপ্ত জমিদাৰী ভূমি হিচাবে পত্তন দিয়াত বিজনী দুৱাৰ অঞ্চলো বিজনী ৰাজ্যৰ অন্তৰ্গত হয়; যদিও পূৰ্বৰেপৰাই উক্ত অঞ্চল ভোটান ৰজাৰ অনুমতিত বিজনী ৰজাই শাসন কৰি আছিল। এওঁৰ ৰাজত্ব কালতে বিজনী ৰাজ্যৰ হাৱৰাঘাট আৰু খুটাঘাট পৰগণাৰ মাটিৰ জৰীপ হয় আৰু খাজনাৰ নিৰিখ জমিৰ গুণানুসাৰে বিঘাই প্ৰতি এটকা লৈকে হৈছিল; কিন্তু খুটাঘাট পৰগণাৰ শালী জমিৰ বিঘাই প্ৰতি ॥/৪ পাই, ভিটি মাটিৰ ॥০ আৰু আহু জমিৰ ।০ আনা অৰ্থাৎ আজিৰ নতুন পইচাৰ হিচাবত বিঘাই প্ৰতি ৬০ পইচা, ৫০ পইচা আৰু ২৫ পইচা আছিল। খুটাঘাট পৰগণাত সৌ সিদিনালৈকে অৰ্থাৎ ১৯৫৬ চনৰ এপ্ৰিল মাহলৈকে এই নিৰিখ চলিছিল। এওঁৰ ৰাজত্ব কালতে পূৰ্বৰ ৰজাদিনীয়া নাৰায়ণী মুদ্ৰাৰ পৰিবৰ্তে ৰাজ্যত বৃটিশ মুদ্ৰাৰ প্ৰচলন হৈছিল। ১৮৮২ চনত বৃটিশে ৰজাক ভূটানৰ দুৱাৰৰ বাকী থকা অংশৰ ১৩০০০০ একৰ মাটিৰ ম্যাদি বন্দোবস্তত পত্তন দিয়ে। আধুনিক শিক্ষাত শিক্ষিত হোৱা এইজনা ৰজাই ৰাজকাৰ্য্য আৰু ৰাজ্য-শাসন নীতিত ভালেমান পৰিবৰ্তনৰ সূচনা কৰিছিল; কিন্তু কামদেৱৰ কাম বাণত ক্ষত বিক্ষত হোৱা ডেকা ৰজাজনে আগৰ ৰাণী সিদ্ধেশ্বৰী দেৱীৰ উপৰিও আন এগৰাকী সৰলা গাৱঁলীয়া কিন্তু ৰূপৱতী আৰু গুণৱতী গাভৰু অভয়াশ্বৰী দেৱীক বিয়া কৰাই সতিনীৰ কাজিয়াৰ পাতনি মেলে। এই দুই ৰাণীৰ টনা-আজোৰাত পৰি ৰজা কুমুদনাৰায়ণৰ অশান্ত আত্মাই অপমৃত্যুৰ গৰাহত পৰিহে শান্তিলাভ কৰে। ইং ১৮৮৩ চনৰ ৯ মাৰ্চত কলিকতাত অপুত্ৰক অৱস্থাত ৰজাই মৃত্যুৰ মুখত পৰে। ৰজাৰ মৃত্যুৰ পিছত তিনিবছৰ কাল ৰাজ্যত অৰাজক অৱস্থাৰ সৃষ্টি হয়, দুই ৰাণীৰ বিবাদে ঘোৰতৰ আকাৰ ধাৰণ কৰে; সৰু ৰাণীয়ে এটা চকু হেৰুৱাব লগা হয় আৰু জীৱন ৰক্ষাৰ্থে পলায়ণ কৰিবলগা হয়; পৰগণীয়াৰ ধুমা হয় আৰু জোৰ যাৰ মুলুক তাৰ শাসন চলে। এনে অৱস্থাতে আদালতৰ ৰায়নামা মতে দুয়ো ৰাণীয়ে যৌথভাৱে ৰাজ্য শাসন কৰাৰ ব্যৱস্থা হয় যদিও ৰাজ্যত অশান্তি লাগিয়ে থাকে। ইতিমধ্যে ইং ১৮৯১ চনৰ ১৭ মে তাৰিখত ডাঙৰ ৰাণীৰ মৃত্যু হোৱাত সৰু ৰাণীয়ে একছত্ৰীভাৱে ৰাজ্য শাসন কৰাৰ পথ মুকলি হয়। সৰু ৰাণীয়ে ৰাজপাটত বহাৰ দিনৰে পৰা অসম সাহিত্য সভাৰ ২য় বাৰ্ষিক অধিৱেশন গোৱালপাৰা নগৰত অনুষ্ঠিত হোৱা তাৰিখলৈকে অৰ্থাৎ ১৯১৮ চন পৰ্য্যন্ত ৩৪ বছৰ কাল ৰাজত্ব কৰি মহাপ্ৰয়াণ কৰে। ৰাণী অভয়েশ্বৰী

দেৱীৰ ৰাজত্বৰ কথা আৰু ব্যক্তিগত জীৱনৰ গুণানুকীৰ্তন কৰিলে এখন মহাভাৰতহে হ'ব। মুঠতে বিজনী ৰাজ্যৰ প্ৰতি ধূলিকণাতে ৰাণীৰ পবিত্ৰ স্মৃতি বিজৰিত হৈ আছে আনকি ৰাণীমাৰ দোহাই দিলে বনৰ হিংস্ৰ পশুৱেও বাটৰুৱাক বাট এৰি দিয়ে বুলি প্ৰবাদ আছে। ১৯২৮ চনৰ ১৭ অক্টো-বৰত ৰাণীৰ মৃত্যুৰ পিছত তেওঁৰ তোলনীয়া পুত্ৰ যোগেন্দ্ৰ-নাৰায়ণ ৰজা হয়; কিন্তু বিচিত্ৰ কাৰণত ৰজাই বলিয়া অৱস্থাপ্ৰাপ্ত হোৱাত ১৯১৮ চনৰ ৩ ডিচেম্বৰত ইং কোৰ্টচ্ অব্ অৱাৰ্ডচ্‌ৰ অধীনত ৰাখে। ইয়াৰ পিছত ৰাজ্যৰ বিভিন্ন ৰাজবংশৰ বিভিন্ন কোঁৱৰে নিজ নিজ নামত বিশেষকৈ কুমাৰ ভৈৰবেন্দ্ৰনাৰায়ণ প্ৰমুখ্যে বহুতে ৰাজ্য আৰু ৰাজত্বৰ দাবী কৰি উচ্চ আদালতত কেবাটাও মোকৰ্দমা দাখিল কৰে আৰু সেইবোৰৰ বিৰুদ্ধে মোকৰ্দমাও হয়। মুঠতে ৰাজত্বৰ দাবী কৰি কেৱল মোকৰ্দমাৰ ওপৰতহে ৰাজ্যৰ ৰাজকাৰ্য্য চলি থকাৰ দৰে হৈছিল। অৱশেষত অন্যতম দাবীদাৰ ভৈৰ-বেন্দ্ৰনাৰায়ণৰ দাবীক বেছি যুক্তিপূৰ্ণ বুলি বিবেচনা কৰি কোৰ্টচ্ অব্ অৱাৰ্ডচ্‌ৰ বিৰুদ্ধে থকা মোকৰ্দমাৰ নিষ্পত্তি হয়। প্ৰকাশ যে এই মীমাংসাৰ অন্তৰালত তেতিয়াৰ বিখ্যাত আইন-বিদ্ আৰু Legal Remembrancer স্বনামধন্য চাৰ বি. এন. ৰাও ডাঙৰীয়াৰ ভূমিকা বিশেষ গুৰুত্বপূৰ্ণ আছিল। মীমাংসাৰ চৰ্ত অনুসৰি বলিয়া ৰজা যোগেন্দ্ৰনাৰায়ণ জীৱিত থকা কাল পৰ্য্যন্ত ৰজাৰ নামত কোৰ্টচ্ অব্ অৱাৰ্ডচে ৰাজ্য শাসন কৰিব; আৰু ৰজাৰ মৃত্যু হোৱাৰ লগে লগে কুমাৰ ভৈৰবেন্দ্ৰনাৰায়ণ ৰাজপাটত বহিব পাৰিব। ইং ১৯৩৮ চনৰ ১৮ জুন তাৰিখে বলিয়া ৰজা যোগেন্দ্ৰনাৰায়ণৰ মৃত্যু হোৱাত ভৈৰবেন্দ্ৰনাৰায়ণে যথাৰীতি মতে বিজনীৰ ৰাজপাটত অধিষ্ঠিত হয়। তেতিয়াৰে পৰা ইং ১৯৫৬ চনলৈকে অৰ্থাৎ ভাৰত চৰকাৰে জমিদাৰী অধিগ্ৰহণ কৰাৰ তাৰিখলৈকে ৰজা ভৈৰবেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰে পূৰ্বপুৰুষ চিলাৰায়ৰ তেজৰ সম্পৰ্ক থকা ৰাজবংশৰ শেষ উত্তৰাধিকাৰী হিচাপে বিজনী ৰাজ্যৰ ৰাজত্ব ওৰ পেলে। বিশাল আৰু ঐতিহ্যপূৰ্ণ বিজনী ৰাজ্যৰ ঠোৰতে চমু পৰিচয় দিয়া সহজ কৰ্ম নহয়; চমু কৰিবলৈ যাওঁতে বহুতো দৰ্কাৰী ঘটনা আৰু তথ্যপাতি এৰা-ধৰা হোৱাৰ উপৰিও কিছুমানৰ প্ৰতি অবিচাৰ হোৱাৰ পূৰ্ণ সম্ভাৱনা স্বীকাৰ কৰি এই চমু পৰিচয় দাঙি ধৰা হ'ল।

O



# সম্পাদকীয়

স্মৃতি-গ্ৰন্থখনিক আদিতে যেনেভাৱে উলিয়াম বুলি গুণা-গঠা কৰা হৈছিল, সম্ভৱ নহ'ল। কাৰণ ভৰা কাম নহয় সিদ্ধি, বাটত আছে ৰুণা বিধি। মহৎ উদ্দেশ্যত উপনীত হবৰ কাৰণে আঁচনি অনুসৰি কামবোৰ সমাধা হোৱাহেঁতেন; আজিৰ পৃথিৱীখনিক বহুতে ইতিমধ্যে স্বৰ্গত পৰিণত কৰিব পাৰিলেহেঁতেন নিশ্চয় কিন্তু এতিয়ালৈকে সেয়া সম্ভৱ হোৱা নাই আৰু সেই কাৰণেই বোধহয় জীৱৰ শ্ৰেষ্ঠ মানুহে পূৰ্ণতাৰ পথত বহুতো বাধা-বিঘিনি অতিক্ৰম কৰি থাকিব লগা হয়। মানুহৰ এই চিৰকলীয়া অহৰহ প্ৰচেষ্টাতেই নিহিত আছে আত্মতুষ্টি বা সাবিক সন্তুষ্টি আৰু সেয়েই হৈছে সাৰ্থকতাৰ চাবিকাঠি। ভৌতিক আৰু আধিভৌতিক পৰিৱেশেই মানুহৰ বিশেষকৈ সাধকৰ বা সাধনকৰ্তাজনৰ চিন্তা, কৰ্মপদ্ধতি আৰু কৰ্মশক্তিক অলক্ষে নিয়ন্ত্ৰণ কৰে আৰু তেতিয়াই মানুহে বিফল মনোভাৱত ক্ষুণ্ন হৈ আৰ্তনাদ কৰি উঠে—কোঃ পন্থা। পন্থা কিন্তু এটাই—দৈৱিক পৰিৱেশ সৃষ্টিৰ প্ৰচেষ্টা, পৰিৱেশত দুৰন্ত গতিত অসহায়ভাৱে গা এৰি নিদি পৰিৱেশকেই নিয়ন্ত্ৰণ কৰিব লাগিব উদ্দেশ্যমুখী হৈ। ইয়াৰ কাৰণে লাগে একানুগ্ৰতা আৰু অতিমানৱীয় সাহস। গতিকে সাহসেই সাহিত্যৰ আদি চাপ। এই প্ৰাথমিক চাপত দৃঢ় পদক্ষেপ দি উত্তৰকালৰ সাহিত্যসেৱীসকলক সাহিত্যসেৱাত ব্ৰতী হবলৈ আহ্বান জনালোঁ।

প্ৰাচীনকালৰ ঐতিহ্যপূৰ্ণ বহু স্মৰণীয় ঘটনাৰ স্মৃতিচিহ্ন আজিও আমাৰ দেশৰ মাটিত অতি সুস্পষ্টভাৱে অংকিত হৈ আছে। স্তম্ভত, শিলালিপিত, পৰ্বতে-কন্দৰে-বনে-উপবনে সিচৰিত হৈ থকা ধ্বংসস্তূপৰ ভিতৰত কিমান ৰজা-মহাৰজাৰ উত্থান-পতনৰ ইতিহাস, মানৱ কল্যাণৰ বাবে কতনা মহাপুৰুষৰ আত্মত্যাগৰ কাহিনী বিজড়িত হৈ আছে—সেই ঐতিহ্যপূৰ্ণ চেতনাবাহী পবিত্ৰ স্থানবিলাক আজিও দৰ্শন কৰিলে তদগতচিত্ত হৈ দৃশ্যবিলাক যেন চকুৰ আগত জীৱন্তৰূপ পৰিগ্ৰহণ কৰি অহা-যোৱা কৰি থাকে; সিহঁতৰ কথা-বাৰ্তাবিলাক যেন শুনিবলৈ পোৱা যায়। এই বিলাক নিচক অবাস্তৱ নহয়—সত্য। এই সত্যক উপলব্ধিৰ প্ৰচেষ্টাই হৈছে সাহিত্যৰ ধৰ্ম। প্ৰাচীন কামৰূপৰ লীলাক্ষেত্ৰ আধুনিক অসমৰ অবিচ্ছেদ্য অঙ্গ গোৱালিটিপিকা--গুৱালপাৰা--গোৱালপাৰা জিলা অসমীয়া কৃষ্টিসভ্যতাৰ জাগ্ৰত সীমান্ত প্ৰহৰীস্বৰূপ হোৱাৰ উপৰিও চুবুৰীয়া কৃষ্টিৰ সংবেদনশীল সংবাহকৰ কাম কৰি আছে; কিন্তু নিজৰ স্বকীয়া বৈশিষ্ট্যক অৱমাননা কৰি নহয় বৰং বৰ্দ্ধনাৰ গতিৰেহে। গতিকে ই জীৱন্ত, কাৰণ বৰ্দ্ধিষ্ণু সংস্কৃতিয়ে জীৱন্ত। সেয়ে সীমান্ত প্ৰহৰীৰ মনোবাল বৃদ্ধিৰ বাবে লাগে সুস্থ স্বাস্থ্য, সুসামঞ্জস্যতাপৰ্ণ পোছাক-পৰিচ্ছদ, উপযুক্ত আহিলা-পাতি; নহ'লে দুৰ্বল প্ৰহৰী বালিৰ ভেটাস্বৰূপ, মূল জীৱন স্মৃতিৰ বোজা স্বৰূপ। গোৱালপাৰা জিলাৰ ঐতিহ্য কৃষ্টি সভ্যতাৰ ক্ষেত্ৰত হালমাৰি চাহ হোৱা দূৰৰ কথা নাঙলৰ শিৰলুই পৰা নাই; কোদালৰ চাপহে এৰা ধৰাকৈ দুই এঠাইত পৰিছে বুলি কব পাৰি। অযত্ন পালিতা কন্যাৰ দৰে জিলাৰ পৰ্বতে-কন্দৰে, ভৈয়ামে, হাবিয়ে-বননিয়ে যিবিলাক শিৱলিঙ্গই শিৱশঙ্কৰ-মহাদেউ অৰ্থাৎ মহাদেৱৰ স্মৃতি-চিহ্ন, শিলামূৰ্তি, ভাস্কৰ্য্য আদিক অজ্ঞানতাৰ গধুৰ গধুৰ শিলাখণ্ডবোৰে ঢাকি ৰাখিছে সেইবোৰক জ্ঞানৰ চোকা অস্ত্ৰৰে কাটি-কুটি উদ্‌ঘাটন কৰিব লাগিব; নহ'লে অভাৱ-অনাটনৰ গ্ৰাসত পৰি অনভ্যাসে হতবিদ্যা হৈ 'আমি অসমীয়া হৈছো দুখীয়া' বুলি কোৱাৰ বাহিৰে একো গত্যন্তৰ নাথাকিব বা সেইবিলাক কালৰ কুটিল গতিত বীজতৰীয়া হৈ পৰিব। পৰিণতিত এয়ে ভুল বুজাবুজিৰ প্ৰথম পিচল পথ ৰচনা কৰিব। এই পাথৰ পিচল নৰক পথত সাধকৰ বাহিৰে সৰ্বসাধাৰণ বাগৰি পৰাটো অতি স্বাভাৱিক, দোষ বাগৰি পৰাবিলাকৰ নহয়। ভুল বুজাবুজি পাথৰ পিচল নৰক পথৰ পৰা

পৰিব্ৰাজকসকলক প্ৰকৃত পথৰ সন্ধান দিবৰ কাৰণে সাহিত্যিকসকলক আহ্বান জনোৱা হ'ল। এই উদাত্ত আহ্বানত পৰিব্ৰাজক-সকলে দেখা পাব যে আমি সকলোৱে অসমীয়া; অসম আমাৰ দেশ আৰু অসমীয়া ভাষা আমাৰ চিৰচেনেহী জননী। এই জননীৰ সেৱাত সেৱক সন্তানৰ ভিতৰত সৰু-বৰ উচচ-নীচ ভিন-পৰ ভাব থাকিব নালাগিব —মাতৃপূজাৰ বেদী সকলোৰে বাবে উন্মুক্ত; নানা তৰহৰ ফলেফুলে সু-শোভিত হৈ উঠক মাতৃপূজাৰ বেদী। কাৰণ মনৰ ভাববোৰক যেতিয়া লিখনিৰে প্ৰকাশ কৰা হয় তেতিয়াই হয় সাহিত্যৰ সৃষ্টি। প্ৰকাশ কৰিবলৈ হ'লে মাধ্যমৰ প্ৰয়োজন—কথা লেখা, নৃত্য গীত আদিয়েই প্ৰকাশৰ মাধ্যম। যিবিলাক কথাই মানুহৰ মঙ্গল সাধন কৰে, জীৱনক উন্নত কৰে সেয়ে সাহিত্যৰ কথা। মঙ্গলজনক ভাবৰ বাহন হৈছে সাহিত্য যিবিলাকক পঢ়িলে পাঠকৰ মনত জ্ঞান আৰু সত্যৰ সঞ্চাৰ হয় —সেয়ে সাহিত্য; সাহিত্যত ঘটে জীৱনৰ প্ৰতিফলন। জীৱনৰ প্ৰকৃত ৰূপ আৰু পথৰ সন্ধান পোৱা যায় সাহিত্যত; কাৰণ জগত আৰু জীৱনৰ ৰহস্য উন্মোচনেই হৈছে সাহিত্যৰ কৰ্ম। সাহিত্যিকসকল হৈছে এই ৰহস্য উন্মোচনৰ মহাসাধক, সত্যৰ পূজাৰী আৰু পূৰ্ণতাৰ লক্ষত দৌৰি থাকোতেই সাহিত্যিকৰ আনন্দ। জীৱনৰ সৃষ্টিকৰ্তা যিজন, কল্যাণদাতা যিজন, প্ৰেমৰ দেৱতা যিজন তেওঁৰ পূজাত অৰ্ঘ্যদানেই হৈছে সাহিত্যিকৰ শ্ৰেষ্ঠ কৰ্ম; আৰু সেই পূজাৰ মন্ত্ৰত সকলোকে দীক্ষা দিয়াটোৱেই হৈছে সাহিত্যিকৰ আদৰ্শ। কাৰণ সাহিত্যিকৰ প্ৰকৃত কৰ্ম হৈছে নুমাই যাব ধৰা জীৱনক প্ৰজ্বলিত কৰা, আশাহীনজনৰ বুকুত আশাৰ সঞ্চাৰ কৰা, ব্যৰ্থতাৰ মাজতে সাৰ্থকতাৰ প্ৰদীপ জ্বলোৱা আৰু বেদনাৰ ভিতৰতে আনন্দৰ পৰশ দিয়া। এয়ে সাহিত্যিকৰ মহৎ দায়িত্ব; তেওঁলোক হব লাগিব পথ প্ৰদৰ্শক, সত্যসন্ধানী, প্ৰেমৰ পূজাৰী আৰু ধৰ্ম ঋত্বিক ঈশ্বৰৰ পৰম ভক্ত। যি কথা ৰচনা কৰি, যিবোৰ চৰ্চা কৰি, যিবোৰক পাঠ কৰি মানুহ আদৰ্শমুখী হবলৈ প্ৰেৰণা পায়; হিতৰ প্ৰেৰণা পায়, মঙ্গলৰ পৰশ আৰু অমৃতৰ আহ্বান পায় সেয়ে সাহিত্য আৰু প্ৰাণন দীপ্তি। এই প্ৰাণনদীপ্তিৰ আভা সকলোৱে পাব লাগিব, আৰু তেতিয়াহে কাৰো মনত কোনো ধৰণৰ অসূয়া বা বঞ্চনাৰ ভাবে স্থান পোৱাৰ সুযোগ নাপাব। তেতিয়াহে অসম সাহিত্য সভা অসমবাসীৰ সাহিত্য সভালৈ ৰূপান্তৰিত হব আৰু ই সমূহ জনগণৰ বিপ্লৱাত্মক আন্দোলনত পৰিণত হব। একাত্মবোধতাৰ বিশেষভাৱেৰে সকলোকে প্লাবিত কৰাটোৱে হোৱা উচিত অসম সাহিত্য সভাৰ বিপ্লৱবাদ। এই বিপ্লৱীদলে মানুহৰ ভিতৰত থকা আদিম বৃত্তি প্ৰবৃত্তিক নিয়ন্ত্ৰিত কৰি সাহিত্যৰ চৰম লক্ষ্য সত্যম-শিৱম-সুন্দৰমৰ উপাসক হৈ ব্যক্তি দম্পতি পৰিয়াল সমাজ আৰু ৰাষ্ট্ৰসহ ক্ৰমশঃ ঋদ্ধতৰ অগ্ৰগতিত আগবাঢ়ি যাব লাগিব।

জনক কেন্দ্ৰ কৰিয়েই জাতি। সেয়ে জাতীয় স্বাৰ্থৰ সংৰক্ষণ, জাতীয় উন্নতি আৰু সম্বৰ্দ্ধনাত প্ৰত্যেক জনৰেই কিবা নহয় কিবা অলপ কৰণীয় আৰু দেয় নিশ্চয় আছে। এই কৰণীয়ৰ পৰা জনে যদি বিৰত হয় বা জনক ইচ্ছাকৃতভাৱে বিৰত কৰি ৰখা হয়; তেতিয়াহ'লে সেই অনুপাতে জাতীয় কল্যাণ নিশ্চয় ব্যাহত আৰু ক্ষুণ্ন হব। সেই কাৰণে আজি সাহিত্যসেৱীসকলৰ মহান কৰ্তব্য হোৱা উচিত জনগণক তেওঁলোকৰ কৰ্তব্য-অকৰ্তব্যৰ সম্বন্ধে সজাগ কৰি তোলা আৰু যথাবিহিত উৎসাহ দানপূৰ্বক সহযোগিতাৰে কৰ্তব্য বিষয়ে স্বতঃপ্ৰণোদিত আৰু সক্ৰীয় কৰি ৰখা। নহ'লে জাতীয় সংহতি আৰু সম্বৰ্দ্ধনা দুৰ্বল হোৱাৰ উপৰিও ব্যক্তিজনকো কোনো প্ৰকাৰে গঢ়ি তোলা সম্ভৱ নহব; তেতিয়াই জনসাধাৰণ দুৰ্দশাগ্ৰস্ত আৰু বিচেছদকামী হৈ পৰিব। পৰস্পৰে পৰস্পৰৰ প্ৰতি দেখুৱাব লগা প্ৰেম-প্ৰীতিৰ বিৰোধী প্ৰতিদ্বন্দিতা কৰিব। অথচ প্ৰেমাকুতিৰ ভিতৰেদিয়েই বিশ্ব চৰাচৰৰ সৃষ্টি। এই প্ৰেমাকৰ্ষণেই বিশ্ব চৰাচৰক ধাৰণ কৰিছে আৰু ভৱিষ্যতেও কৰি থাকিব। সেয়ে হব আৰ্য্য সাহিত্য আৰু তেতিয়াহে স্বাৰ্থক হব মানুহৰ আৰ্য্য নাম; কাৰণ পূৰ্ণতাৰ লক্ষ্যত উপনীত হবৰ কাৰণে মানুহৰ ঋদ্ধতৰ অগ্ৰগতিয়েই হৈছে আৰ্য্যগতি আৰু এই আৰ্য্যত্বৰ উপলব্ধিয়েই হৈছে মানুহৰ চৰম লক্ষ্য।

স্মৃতি-গ্ৰন্থখনিৰ বাবে যিসকল ন-পুৰণি লিখকে প্ৰবন্ধপাতি, দিহা-পৰামৰ্শ আদিৰে সহায়ৰ হাত আগবঢ়াইছে সেই সকলোৰে প্ৰতি, তেওঁলোকৰ প্ৰবন্ধ পাতি ইয়াত সন্নিবিষ্ট হওক বা নহওকেই মোৰ প্ৰীতি পূৰ্ণ শ্ৰদ্ধাভক্তি নিবেদন কৰি মোৰ ব্যক্তিগত ত্ৰুটিবিচ্যুতিৰ বাবে সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থী হ'লো। শ্ৰদ্ধাৰে ইতি—

**জয় অসম সাহিত্য সভাৰ জয়**

**শ্ৰীঅম্বিকাচৰণ চৰকাৰ**
**সম্পাদক**
**স্মৃতি-গ্ৰন্থ ঃ অভয়াপুৰী অধিৱেশন**
**১৯৭৭**

# অভ্যৰ্থনা সমিতিৰ কাৰ্য্য নিৰ্বাহক সমিতিৰ বিষয়ববীয়া আৰু সদস্যসকল

মুখ্য পৃষ্ঠ পোষক ঃ শ্ৰীশৰৎ চন্দ্ৰ সিংহ, মুখ্যমন্ত্ৰী।
বিশিষ্ট পৃষ্ঠপোষক ঃ শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী, ৰাজ্যপাল, পঞ্জাব।
পৃষ্ঠপোষক ঃ শ্ৰীমহঃ ওমৰুদ্দিন, কৃষিমন্ত্ৰী, অসম
শ্ৰীগিৰীন্দ্ৰ নাথ চৌধুৰী, স্বাস্থ্যমন্ত্ৰী
ডঃ সুৰেন্দ্ৰ নাথ দাস, ৰাজ্যিক মন্ত্ৰী, স্বাস্থ্য
শ্ৰীবনেন্দ্ৰ বসুমতাৰী, সভাপতি, লোক, সেৱা আয়োগ
শ্ৰীছৈয়দ আহমেদ আলী, আইনমন্ত্ৰী

মুখ্য-উপদেষ্টা ঃ শ্ৰীহিতেশ্বৰ শইকীয়া, গৃহমন্ত্ৰী
উপদেষ্টা ঃ ডঃ ভূমিধৰ বৰ্মন, ৰাজ্যিকমন্ত্ৰী, ৰাজহ বিভাগ
শ্ৰীধ্ৰুৱ নাৰায়ণ বৰুৱা, এম-এল-এ, সাধাৰণ সম্পাদক, অসম প্ৰদেশ কংগ্ৰেছ কমিটি
ৰাজা ভৈৰবেন্দ্ৰ নাৰায়ণ ভূপ,
শ্ৰীবত্নেশ্বৰ দাস, মুখ্য কাৰ্য্যবাহী কাউন্সিলৰ, গোৱালপাৰা মহকুমা পৰিষদ
শ্ৰীমোঃ ইচমাইল হুচেইন খান, এম-পি
শ্ৰীআনন্দ দেব অধিকাৰী,
শ্ৰীবলভদ্ৰ দাস, এম-এল-এ
শ্ৰীগোলক পাটগিৰি, এম-এল-এ
শ্ৰীচৰন নাৰ্জাৰী, এম-এল-এ
শ্ৰীমতী আনন্দী বালা ৰাভা, এম-এল-এ
শ্ৰীমোঃ গিয়াচুদ্দিন আহমেদ, এম-এল-এ
শ্ৰীকবীৰ চন্দ্ৰ ৰায় প্ৰধানী, এম-এল-এ
শ্ৰীমোঃ চামচুল হক, এম-এল-এ
শ্ৰীমোঃ বজলুল বাচিৎ এম-এল-এ
শ্ৰীমিথিয়াচ টুডু, এম-এল-এ
শ্ৰীপ্ৰেম কান্ত মহন্ত,
মোঃ নুৰুল ইচলাম এম-এল-এ
শ্ৰীৰোমান দত্ত

উপদেষ্টা ঃ শ্ৰীপূৰ্ণ চন্দ্ৰ পাঠক
শ্ৰীদীনেশ ৰঞ্জন চৰকাৰ
শ্ৰীধৰণীধৰ বসুমতাৰী, এম-পি
শ্ৰীহৰি প্ৰসাদ গোস্বামী
শ্ৰীনৃপেন বৰুৱা
শ্ৰীমোঃ নুৰন্নবী
শ্ৰীমোঃ জয়নাল আবেদিন
শ্ৰীমাধৱ চন্দ্ৰ বৰুৱা
শ্ৰীপঞ্চানন মেধী
শ্ৰীঅৰুণ ৰায়,
শ্ৰীমথুৰা মোহন সিংহ
শ্ৰীৰথীন্দ্ৰ চৌধুৰী
ৰাজা শ্ৰীঅজিত নাৰায়ণ দেৱ
ৰাণী মঞ্জুলা দেৱী
শ্ৰীবৃদ্ধিচাঁদ চাজেৰ
শ্ৰীপ্ৰণৱ বৰা
শ্ৰীপি. চি. শৰ্মা
শ্ৰীনাৰায়ণ প্ৰসাদ চুৰেখা
শ্ৰীজচ্কৰণ অচোৱাল
শ্ৰীৰাম কুমাৰ আগৰৱালা
শ্ৰীপৰমেশ্বৰ নাথ
শ্ৰীলাল চাঁন্দ আগৰৱালা
শ্ৰীফণী ব্ৰহ্ম
শ্ৰীমোঃ ইচমাইল আলি
শ্ৰীকৃষ্ণ কান্ত বড়া
শ্ৰীপুলকানন্দ তালুকদাৰ
শ্ৰীদিলীপ বৰঠাকুৰ
মোঃ আব্দুল মান্নান
শ্ৰীপ্ৰতুল ৰায় চৌধুৰী

উপদেষ্টা : ডঃ বলৰাম সাহা
শ্ৰীটীকেন্দ্ৰ নাথ পাটোৱাৰী
কুমাৰ শ্ৰীৰাজেন্দ্ৰ নাৰায়ণ দেৱ

সভাপতি : শ্ৰীউত্তম চন্দ্ৰ ব্ৰহ্ম, মন্ত্ৰী, সমাজ কল্যাণ
কাৰ্য্যকৰী সভাপতি : শ্ৰীঅযোধ্যা ৰাম দাস, এম-এল-এ
উপ-সভাপতি : শ্ৰীমহেন্দ্ৰ চন্দ্ৰ অধিকাৰী
ৰাজকুমাৰ শ্ৰীৰথীন্দ্ৰ নাৰায়ণ দেৱ
শ্ৰীশৈলেন্দ্ৰ চন্দ্ৰ মজুমদাৰ

সাধাৰণ সম্পাদক : শ্ৰীজ্যোতিষ বৰুৱা

যুটীয়া সম্পাদক : শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ পাঠক
শ্ৰীফণী ৰায়
শ্ৰীশৈলেন্দ্ৰ নাৰায়ণ দাস
শ্ৰীমহেশ চন্দ্ৰ পাঠক

কোষাধ্যক্ষ : শ্ৰীদিলীপ কুমাৰ দাস

সদস্য : শ্ৰীঅম্বিকা চৰণ চৰকাৰ
শ্ৰীধৰণী কান্ত চৌধুৰী
শ্ৰীযতীন্দ্ৰ লাল দেৱ
শ্ৰীপূৰ্ণ চন্দ্ৰ শৰ্মা
শ্ৰীমোঃ মুজিবৰ ৰহমান
শ্ৰীঅৰুণ চন্দ্ৰ শৰ্মা
শ্ৰীপ্ৰিয় বৈশ্য
শ্ৰীভবানী প্ৰসাদ সেনগুপ্ত
শ্ৰীমতী চৈয়দা আতিকুন নেছা
শ্ৰীঅমলেন্দু দাস
শ্ৰীঅনিল ৰায় (বাবুল)
মোঃ নুৰুল হক
শ্ৰীসত্য নাথ দেৱশৰ্মা

সদস্য : শ্ৰীপ্ৰাণেশ্বৰ চৌধুৰী
শ্ৰীবিজয় ভাগৱতী
শ্ৰীযাদব চন্দ্ৰ দাস
শ্ৰীমনেশ্বৰ বৰমুদৈ
শ্ৰীঅমলেন্দু দাস, এ-চি-এছ
শ্ৰীপ্ৰবীৰ কুমাৰ চেটাৰ্জী
শ্ৰীদিলীপ শৰ্মা
শ্ৰীৰফিজুদ্দিন আহমেদ
শ্ৰীসুৰেণ শৰণীয়া
শ্ৰীএচ. কে. ৰথ
শ্ৰীকমলেশ্বৰ সৰকাৰ
মোঃ মোকছেদ আলী
শ্ৰীকমল কিশোৰ দাস
শ্ৰীডালিম কুমাৰ মেধী
শ্ৰীসুধীৰ ৰায়
শ্ৰীমুস্তাফিজুৰ ৰহমান
ডঃ উমেশ চন্দ্ৰ দাস
ডঃ কুমুদ নাথ
শ্ৰীশুভানন্দ চক্ৰবৰ্ত্তী
শ্ৰীবিনন্দ চন্দ্ৰ পাঠক
শ্ৰীগোপাল পাঠক
শ্ৰীঅনিল ৰায়
শ্ৰীতাৰা পদ বেনাৰ্জী
শ্ৰীবলেন বসুমতাৰী
শ্ৰীউদয় চন্দ্ৰ দাস
শ্ৰীঅনিল দাস
শ্ৰীচন্দ্ৰ কান্ত ঠাকুৰীয়া
শ্ৰীভবেন্দ্ৰ নাথ বৰ্মন
শ্ৰীশশধৰ চৌধৰী





## বিত্ত শাখা সমিতি

উপদেষ্টা শ্ৰীৰত্নেশ্বৰ দাস
,, শ্ৰীআনন্দ দেব অধিকাৰী
,, শ্ৰীপ্ৰভাত পাঠক
সভাপতি : শ্ৰীভবেন্দ্ৰ নাথ বৰ্মন
উপঃ সভাপতি : শ্ৰীজয়নাল আবেদিন
,, শ্ৰীঅৰুন চন্দ্ৰ শৰ্মা

সম্পাদক : শ্ৰীপূৰ্ণ চন্দ্ৰ শৰ্মা

সহঃ সম্পাদক : শ্ৰীবিপিন ৰায়
শ্ৰীহাতেম আলি

সদস্যসকল : শ্ৰীদিলীপ কুমাৰ দাস
শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ পাঠক
ৰাজকুমাৰ ৰথীন্দ্ৰ নাৰায়ণ দেৱ
শ্ৰীমহেন্দ্ৰ চন্দ্ৰ অধিকাৰী
শ্ৰীগিৰীন ডেকা
শ্ৰীঅক্ষয় পাঠক
শ্ৰীউদয় দাস
শ্ৰীটিকেন্দ্ৰ চন্দ্ৰ পাটোৱাৰী
শ্ৰীসুভাষ চক্ৰবৰ্ত্তী
শ্ৰীমহেশ চন্দ্ৰ পাঠক
শ্ৰীঅনিল ৰায় (বাবুল)
শ্ৰীহেমেন দাস
শ্ৰীআব্দুল জলিল

সদস্যসকল : শ্ৰীপ্ৰনৱ কুমাৰ দাস
শ্ৰীমাধব চন্দ্ৰ বৰুৱা
শ্ৰীহাকিম চন্দ্ৰ ৰাভা
শ্ৰীমনিন্দ্ৰ চৌধুৰী
শ্ৰীবনেন্দ্ৰ বসুমতাৰী
শ্ৰীফণী বৰ্ম্ম,
শ্ৰীডালিম মেধী
শ্ৰীপঞ্চানন মেধী
শ্ৰীদীনেশ ৰঞ্জন চৰকাৰ
শ্ৰীতাৰা চৰণ মজুমদাৰ
শ্ৰীএম. চি. হৰলালকা
শ্ৰীঅমলেন্দু দাস
শ্ৰীজ্যোতিষ বিহাৰী দাস
শ্ৰীভূপেন্দ্ৰ দাস
শ্ৰীহিমাংশু সিংহ
শ্ৰীজি, এম. শ্ৰীবাস্তৱ
শ্ৰীবিশ্ব নাথ নাথ
শ্ৰীউমেশ চন্দ্ৰ দাস
শ্ৰীহাতেম আলি
শ্ৰীপদ্ম কুমাৰ বৰুৱা
শ্ৰীসুনীতি ভূষণ কৰ
শ্ৰীবলেন্দ্ৰ নাৰায়ণ দাস

## খাদ্য শাখা সমিতি

উপদেষ্টা : শ্ৰীৰোমান দত্ত
,, ৰায়চাহেব শ্ৰীৰজনী কান্ত চৌধুৰী
,, শ্ৰীপ্ৰেম কান্ত মহন্ত, অধিনায়ক
সভাপতি : শ্ৰীচন্দ্ৰ কান্ত ঠাকুৰীয়া
সম্পাদক : শ্ৰীঅনিল দাস
সহঃ সম্পাদক : শ্ৰীদুলাল শৰ্মা
,, শ্ৰীহেমেন কলিতা
,, শ্ৰীঅমূল্য সিংহ
সদস্যসকল : শ্ৰীদিলীপ কুমাৰ দাস (২)
শ্ৰীপ্ৰফুল্ল কুমাৰ পাল
শ্ৰীলক্ষী কান্ত দাস

সদস্যসকল : শ্ৰীধীৰেন ৰায়
শ্ৰীদীনেন নাথ
শ্ৰীযতীন দাস
শ্ৰীহেমন্ত দাস
শ্ৰীনীতি দেৱী
শ্ৰীডালিমী চৌধুৰী
শ্ৰীভবেন দাস
শ্ৰীতৰুন দেউৰী
শ্ৰীৰাজেন ৰায়
শ্ৰীঅশ্বিনী দাস
শ্ৰীশান্তি ৰঞ্জন গুহ
শ্ৰীৰামেশ্বৰ ডেকা

সদস্যসকল : শ্ৰীভূপেন্দ্ৰ চন্দ্ৰ কলিতা
শ্ৰীৰফিকুল ৰহমান
শ্ৰীমনোৰঞ্জন দাস

সদস্যসকল : শ্ৰীললিত চাংকাকতি
শ্ৰীপলাশ ৰায়
শ্ৰীপ্ৰহলাদ ৰায়

## প্ৰদৰ্শনী শাখা সমিতি

উপদেষ্টা : শ্ৰীআনন্দ দেৱ অধিকাৰী
শ্ৰীঅপূৰ্ব সিংহ
শ্ৰীযুগল দাস

সভাপতি : শ্ৰীউদয় চন্দ্ৰ দাস
সম্পাদক : শ্ৰীবলেন বসুমতাৰী
সহঃ সম্পাদক : শ্ৰীঅক্ষয় পাঠক
শ্ৰীচামচুল হুদা

সদস্যসকল : শ্ৰীদিনেশ চন্দ্ৰ পাঠক
শ্ৰীজীতেন্দ্ৰ কুমাৰ ৰাহা
শ্ৰীচুবুকদ্দিন আহমেদ
শ্ৰীসুনীল কুমাৰ বৰ্মন
শ্ৰীচাধ্ৰুবত সান্যাল
শ্ৰীনিৰ্মল চক্ৰবৰ্তী
শ্ৰীএ. এল. কাছেম
শ্ৰীকৰিম মেধী
শ্ৰীত্ৰিদিব দাস

সদস্যসকল : শ্ৰীনীল কান্ত ভৱানী
শ্ৰীগজেন দাস
শ্ৰীসমৰেন্দ্ৰ নাৰায়ণ বৰ্মন
শ্ৰীদিলীপ দাস
শ্ৰীশৈলেন ৰায়
শ্ৰীননী মোহন দাস
শ্ৰীহৰগোবিন্দ দাস
শ্ৰীহেমেন দাস
শ্ৰীদীনেশ নাথ
শ্ৰীশ্যামল সৰ্বজ্ঞ
শ্ৰীবিষ্ণু ভূষণ সৰকাৰ
শ্ৰীঅৰূপ অধিকাৰ
শ্ৰীশুভেন্দু দাস
শ্ৰীহিমাংশু দাস
শ্ৰীঅমৃত চৌধুৰী
শ্ৰীধ্বনী ৰায়
শ্ৰীপ্ৰনব ৰায়

## আবাস শাখা সমিতি

উপদেষ্টা : শ্ৰীঅমলেন্দু দাস
শ্ৰীকনক দত্ত

সভাপতি : শ্ৰীতাৰাপদ বেনাৰ্জী
সম্পাদক : শ্ৰীঅনিল ৰায়
সহঃ সম্পাদক : শ্ৰীঅভয় শৰ্মা
শ্ৰীহেমন্ত শৰ্মা
সহঃ সম্পাদিকা : শ্ৰীমতী মনবাৰী বসুমতাৰী

সদস্যসকল : শ্ৰীদেবেন চন্দ্ৰ দাস
শ্ৰীকৃষ্ণ কিশোৰ দাস
শ্ৰীসনত কুমাৰ দাস
শ্ৰীঅশ্বিনী কুমাৰ ৰায়
শ্ৰীভবেশ্বৰ ৰায়
শ্ৰীজি. তামুলী

সদস্যসকল : শ্ৰীহীৰেন দাস
শ্ৰীসুধাংশু কুমাৰ ৰায়
শ্ৰীটাকেন ৰায়
শ্ৰীবিপিন চন্দ্ৰ দত্ত
শ্ৰীনৰ্মেশ্বৰ নাথ
শ্ৰীকলসিং ৰায়
শ্ৰীযোগেশ নাথ
শ্ৰীডি. জে. ওমেন
শ্ৰীমাধব চন্দ্ৰ ৰায়
শ্ৰীবসন্ত কুমাৰ দাস
শ্ৰীমনোৰঞ্জন মাৰাক
শ্ৰীকমলেশ্বৰ সিংহ
শ্ৰীনুৰ ইচলাম



## সাংস্কৃতিক শাখা সমিতি

উপদেষ্টা : শ্ৰীৰুদ্ৰ বৰুৱা
,, শ্ৰীকৃষ্ণমূৰ্তি হাজৰিকা
সভাপতি : শ্ৰীশশধৰ চৌধুৰী
সম্পাদক : শ্ৰীগোপাল পাঠক
সহঃ সম্পাদক : শ্ৰীদীনেশ ৰায়
,, শ্ৰীউপেন্দ্ৰ নাথ
,, শ্ৰীৰবীন্দ্ৰ বণিক্য

সদস্যসকল : শ্ৰীতাৰানাথ চক্ৰবৰ্তী
শ্ৰীকুলদেব শৰ্মা
শ্ৰীথানেশ্বৰ শৰ্মা
শ্ৰীঅনিল ৰঞ্জন চৌধুৰী
শ্ৰীনৃপেন দাস
শ্ৰীপ্ৰবীৰ চৌধুৰী
শ্ৰীগৌৰী শঙ্কৰ দে
শ্ৰীহৃদয় ৰঞ্জন চৌধুৰী
শ্ৰীৰাজ মোহন ৰায়
শ্ৰীদীনেশ পাঠক
শ্ৰীসৰোজ ৰঞ্জন চৌধুৰী

সাংস্কৃতিক সম্পাদক : অভয়াপুৰী মহাবিদ্যালয়
,, ,, -বিষ্ণুজ্যোতি অনুষ্ঠান, অভয়াপুৰী
,, ,, -মনালিছা সাংস্কৃতিক অনুষ্ঠান
,, ,, -জ্যোতি সাংস্কৃতিক অনুষ্ঠান
সাধাৰণ সম্পাদক : প্ৰতিবাণী নাট্য সমাজ
সাধাৰণ সম্পাদিকা : জে. এন. মেমোৰিয়েল ছোৱালী হাইস্কুল ছাত্ৰী সন্থা
সাধাৰণ সম্পাদক : অভয়েশ্বৰী উচ্চতৰ মাধ্যমিক স্কুল ছাত্ৰ সন্থা
,, ,, বাপুজী হাইস্কুল ছাত্ৰ সন্থা

শ্ৰীমতী কনিকা নাথ
শ্ৰীহিমাংশু দাস (দীপু)
শ্ৰীআনিচুৰ ৰহমান
শ্ৰীবলেন্দ্ৰ নাৰায়ণ দাস

## প্ৰকাশন শাখা সমিতি

উপদেষ্টা : ডঃ বীৰেন দত্ত
সভাপতি : শ্ৰীবিনন্দ চন্দ্ৰ পাঠক
উপঃ সভাপতি : শ্ৰীঅমল দাস
সম্পাদক : শ্ৰীঅম্বিকা চৰণ চৰকাৰ (স্মৃতিগ্ৰন্থ)
সম্পাদক : শ্ৰীশুভানন্দ চক্ৰবৰ্তী (সাহিত্য সংকলন)
সহঃ সম্পাদক : শ্ৰীযতীন পাঠক
শ্ৰীহীৰেন দাস

সদস্যসকল : শ্ৰীশিৱেন মণ্ডল
শ্ৰীশিবানন্দ শৰ্মা
শ্ৰীসুভাষ চক্ৰবৰ্তী
শ্ৰীআব্দুল কুদ্দুছ খান

সদস্যসকল : শ্ৰীজ্যোতিষ বিহাৰী দাস
শ্ৰীমতী বিদ্যাৱতী পাঠক
শ্ৰীকমলেশ্বৰ মজুমদাৰ
শ্ৰীউপেন্দ্ৰ বৰুৱা
শ্ৰীজীতেন্দ্ৰ নাৰায়ণ ৰায়
শ্ৰীৰাজেন ৰাভা
শ্ৰীৰমেন্দ্ৰ চন্দ্ৰ ৰাজখোৱা
শ্ৰীমতী সৱিতা মজুমদাৰ
শ্ৰীসুবোধ সেন
শ্ৰীউদ্ধৱ চন্দ্ৰ পাঠক
শ্ৰীবিষ্ণু বন্দোপাধ্যায়
শ্ৰীকুমুদ ৰঞ্জন দাস
শ্ৰীনৃপেন বৰুৱা

## স্বাস্থ্য শাখা সমিতি

উপদেষ্টা : মহকুমা স্বাস্থ্য বিষয়া, গোৱালপাৰা।
সভাপতি : ডঃ কুমুদ নাথ
সম্পাদক : ডঃ উমেশ চন্দ্ৰ দাস
সহঃ সম্পাদক : শ্ৰীধনঞ্জয় তালুকদাৰ

সদস্যসকল : স্বাস্থ্য বিষয়া : মাজগাওঁ চিকিৎসালয়, ডাক–
মাজগাওঁ ।
,, ,, উত্তৰ শালমাৰা
,, ,, বইটামাৰী
স্বাস্থ্য বিষয়া, নৱম আৰক্ষী বাহিনী, অভয়াপুৰী ।
ভাৰপ্ৰাপ্ত স্বাস্থ্য বিষয়া, সৃজনগ্ৰাম স্বাস্থ্য কেন্দ্ৰ ।
শ্ৰীআব্দুৰ ৰহমান
শ্ৰীজাবেদ আলি
শ্ৰীগদাধৰ চৌধুৰী
শ্ৰীমনোৰঞ্জন চৌধুৰী
শ্ৰীনৃপেন শৰ্মা
চাবডাইলেঞ্চ ইন্সপেক্টৰ, অভয়াপুৰী ।
শ্ৰীচপলা বৰ্মন
শ্ৰীসবিতা দাস
স্বাস্থ্য বিষয়া, চলন্তাপাৰা চিকিৎসালয়, চলন্তাপাৰা
শ্ৰীবজ্ৰেশ্বৰ চৰকাৰ

## ৰভা আৰু তোৰণ শাখা সমিতি

উপদেষ্টা : শ্ৰীপ্ৰেম কান্ত মহন্ত
সভাপতি : শ্ৰীমুজাফিজুৰ ৰহমান
সম্পাদক : শ্ৰীসুধীৰ ৰায়
সহঃ সম্পাদক : শ্ৰীবিৰেন ৰাজবংশী
(ৰভা)
সহঃ সম্পাদক : শ্ৰীমাখন বৰুৱা
শ্ৰীধৰ্মেশ্বৰ কলিতা
শ্ৰীআব্দুল হাই
শ্ৰীমনাল অধিকাৰী
(তোৰন)
সহঃ সম্পাদক : শ্ৰীজয়দেব দাস
শ্ৰীহিতেন্দ্ৰ অধিকাৰী
শ্ৰীসমৰ ৰায়
সদস্যসকল : শ্ৰীগজেন দাস
শ্ৰীআব্দুল কুদ্দুছ মণ্ডল
শ্ৰীজ্যোতিষ দাস
শ্ৰীহেমেন ৰায়

সদস্যসকল : শ্ৰীদানেশ আলি
শ্ৰীনিৰ্মল চক্ৰৱৰ্তী
শ্ৰীচালাম উদ্দিন
শ্ৰীআবুল হুচেইন
শ্ৰীৰাধা নাথ ৰায়
শ্ৰীগোলক চন্দ্ৰ ৰায়
শ্ৰীযতীন শৰ্মা
শ্ৰীশান্তি ৰঞ্জন দাস
শ্ৰীপ্ৰনৱ নাথ
শ্ৰীসত্য ৰাম ৰায়
শ্ৰীআব্দুল মান্নান
শ্ৰীঅমৰেন্দ্ৰ ৰায়
শ্ৰীতপন বিশ্বাস
শ্ৰীআব্দুল জলিল
শ্ৰীশিৱেন কলিতা
শ্ৰীমঞ্জু দাস
শ্ৰীটিকেন্দ্ৰ চন্দ্ৰ ৰায়

## সভা সমিতি ব্যৱস্থাপনা শাখা সমিতি

উপদেষ্টা : শ্ৰীঅনন্ত দত্ত
সভাপতি : শ্ৰীডালিম মেধী
উপঃ সভাপতি : শ্ৰীউপেন্দ্ৰ নাথ মহন্ত
উপঃ সভানেত্ৰী : শ্ৰীমতী ৰমা দেবী
সম্পাদক : শ্ৰীকমল কিশোৰ দাস
সহঃ সম্পাদক : শ্ৰীলোহিত চৌধুৰী
শ্ৰীঅমিয় সিংহ
সহঃ সম্পাদিকা : শ্ৰীমতী সুলেখা দেবী

সদস্যসকল : শ্ৰীশশধৰ শৰ্মা
শ্ৰীটিকেন চন্দ্ৰ ৰায়
শ্ৰীসনৎ কুমাৰ দাস
শ্ৰীকুঞ্জ কিশোৰ দাস
শ্ৰীমানিক চন্দ্ৰ প্ৰমানিক
শ্ৰীনিত্যানন্দ দাস
শ্ৰীপ্ৰবীন কুমাৰ চক্ৰৱৰ্তী
শ্ৰীমতী তিলোত্তমা বৰুৱা



সদস্যসকল : শ্ৰীঅমৃত ফৌজদাৰ
শ্ৰীখনিন্দ্ৰ চন্দ্ৰ পাঠক
শ্ৰীমতী পাৰ্বতী বৰুৱা
শ্ৰীসুৰেশ্বৰ মজুমদাৰ
শ্ৰীহেৰম্ব প্ৰসাদ চৌধুৰী
শ্ৰীদেবেন চন্দ্ৰ ৰায়

সদস্যসকল : শ্ৰীচৈতান্য দেব চক্ৰৱৰ্তী
শ্ৰীতৰনী ৰায়
শ্ৰীতাৰিনী ৰায়
শ্ৰীমতী সবিতা দেবী
শ্ৰীমতী সুমতি দে
শ্ৰীডম্বৰু ধৰ অধিকাৰী

## প্ৰচাৰ শাখা-সমিতি

উপদেষ্টা : শ্ৰীঅবনী কুমাৰ দাস
শ্ৰীহৰ মোহন চক্ৰৱৰ্তী
সভাপতি : শ্ৰীমোকচেদ আলি
সম্পাদক : শ্ৰীকমলেশ্বৰ সৰকাৰ
সহঃ সম্পাদক : শ্ৰীতৰণী সিংহ
শ্ৰীঅজিত ৰায়

সদস্যসকল : শ্ৰীথানেশ্বৰ দাস
শ্ৰীমানিক চন্দ্ৰ প্ৰমানিক
শ্ৰীনৃপেন বৰ্মন
শ্ৰীউপেন ৰায়
শ্ৰীধীৰেন ৰায়
শ্ৰীশৈলেন ৰায়
শ্ৰীহৰকিশোৰ ৰায়

সদস্যসকল : শ্ৰীআব্দুল মান্নান
শ্ৰীহেমেন পাঠক
শ্ৰীযতীন পাঠক
শ্ৰীলক্ষীকান্ত ৰায়
শ্ৰীমনো মোহন নাথ
শ্ৰীযোগেশ চন্দ্ৰ নাথ
শ্ৰীমোঃ জমিৰুদ্দিন আহমেদ
শ্ৰীপ্ৰভাত চন্দ্ৰ ৰায়
শ্ৰীজয়নাল আবেদিন
শ্ৰীঅবিন ৰায়
শ্ৰীৰবিন গোস্বামী
শ্ৰীঅনন্ত মেধী
শ্ৰীবামেশ্বৰ ৰায়
জন সম্পৰ্কৰক্ষী মহকুমা বিষয়া, গোৱালপাৰা ।

## বিদ্যুত শাখা-শমিতি

উপদেষ্টা : শ্ৰীপ্ৰিয় বৈশ্য
সভাপতি : শ্ৰীএছ, কে, ৰথ
সম্পাদক : শ্ৰীসুৰেন শৰনীয়া
যুটীয়া সম্পাদক : শ্ৰীদ্বিপেশ চক্ৰৱৰ্তী
সদস্যসকল : শ্ৰীকেশৱ চন্দ্ৰ শৰ্মা
শ্ৰীপ্ৰসন্ন কুমাৰ চৌধুৰী
শ্ৰীবৰুণ কুমাৰ চাহা
শ্ৰীগিৰীশ বৰ্মন
শ্ৰীশৈলেন পাঠক
শ্ৰীৰাম নাৰায়ণ শৰ্মা
শ্ৰীকে. চি. বৰ্মন
শ্ৰীফেকু সিং

সদস্যসকল : শ্ৰীএচ. কে. কুশাৰী
শ্ৰীলাল দেও ৰায়
শ্ৰীপ্ৰিয়ব্ৰত সন্যাল
শ্ৰীমহেশ চন্দ্ৰ সিংহ
শ্ৰীঅশোক কুমাৰ বৰঠাকুৰ
শ্ৰীদিপ্তী চক্ৰৱৰ্তী
শ্ৰীএ. কে. দাস
শ্ৰীসুব্ৰত চক্ৰৱৰ্তী
শ্ৰীবি. চি. দাস
শ্ৰীউমেশ চন্দ্ৰ দাস
শ্ৰীভবেশ্বৰ ৰায়
শ্ৰীমাধৱ চন্দ্ৰ বৰ্মন

## স্বেচ্ছাসেৱক শাখা-সমিতি

উপদেষ্টা : শ্ৰীহৰেন অধিকাৰী
সভাপতি : শ্ৰীৰফিজুদ্দিন আহমেদ
সম্পাদক : শ্ৰীদিলীপ কুমাৰ শৰ্মা
যুটীয়া সম্পাদক : শ্ৰীপূৰ্ণ শীল
শ্ৰীমতী চিনু বৰুৱা
শ্ৰীধনেশ্বৰ দাস
শ্ৰীআলাউদ্দিন হিলালী

সদস্যসকল : শ্ৰীগজেন্দ্ৰ চন্দ্ৰ শৰ্মা
শ্ৰীবিনয় ভূষণ গোপ
শ্ৰীবিজিতেশ্বৰ বৰুৱা
কুমাৰ ৰাজেন্দ্ৰ নাৰায়ণ দেৱ
শ্ৰীসৌৰেন্দ্ৰ চক্ৰবৰ্ত্তী
শ্ৰীউদয় ৰঞ্জন দাস চৌধুৰী
শ্ৰীৰাজেশ্বৰ চৌধুৰী
শ্ৰীনিত্যানন্দ দাস
শ্ৰীহৰি প্ৰসন্ন দাস
শ্ৰীআব্দুল ছালাম
শ্ৰীমনিন্দ্ৰ চন্দ্ৰ বৰ্মন
শ্ৰীযোগেশ চন্দ্ৰ চৌধুৰী
শ্ৰীমানচিং ৰাম ৰাভা
শ্ৰীহাদী হোচেন
শ্ৰীবোমেশ্বৰ ৰায়
শ্ৰীমহম্মদ আলি
শ্ৰীআজি ওচমান
মিঃ আনোৱাৰ
মিঃ সবিতা দেৱী
শ্ৰীকৰুণা কান্ত শৰ্মা
শ্ৰীছৈয়দ আব্দুল ছামাদ

## উন্নয়ন আৰু পানী যোগান শাখা-সমিতি

উপদেষ্টা : শ্ৰীধ্ৰুৱ নাৰায়ণ বৰুৱা,
সভাপতি : কাৰ্য্যবাহী অভিযন্তা, অভয়াপুৰী নিৰ্মান সংমণ্ডল
গড়কাপ্তানী (পথ আৰু গৃহ) অভয়াপুৰী।
সহঃ সভাপতি : শ্ৰীসুৰেন দাস।
সম্পাদক : শ্ৰীপ্ৰবীৰ চেটাৰ্জ্জী,
যুটীয়া-সম্পাদক : শ্ৰীনৰেন মজুমদাৰ,
সদস্যসকল : উপ-মণ্ডল বিষয়া, জনস্বাস্থ্য (কাৰিকৰী) বিভাগ
(গোৱালপাৰা)
শ্ৰীমদন চন্দ্ৰ হালৈ
" শফিকুল হক চৌধুৰী
" বিনয় ওজা
" অমৰেশ চক্ৰৱৰ্ত্তী
" আনসুৰ আলি প্ৰধানী
" জিতেন কুমাৰ ৰাহা

সদস্যসকল : শ্ৰীনীল কান্ত ভৰালী
" প্ৰমোদ শৰ্মা
" বসন্ত সিংহ
" ভি. জে. ওমান
" প্ৰদীপ কুমাৰ দাস
" নৰেন চন্দ্ৰ শৰ্মা
" নিত্যৰঞ্জন সৰকাৰ
" শচীন দেৱ বৰ্মন
" সুধীন দেৱ বৰ্মন
" ৰমা কান্ত চৌধুৰী
" দিলজিৎ অধিকাৰী
" আব্দুল ৰহিম
" প্ৰদীপ ৰাজবংশী
" বিশ্বজিৎ গুপ্ত

## শোভাযাত্ৰা শাখা সমিতি

উপদেষ্টা : শ্ৰীটিকেন্দ্ৰ পাটোৱাৰী
শ্ৰীশ্ৰীবাস্তৱ
সভাপতি : শ্ৰীঅমলেন্দু দাস
উপঃ সভাপতি : শ্ৰীথানেশ্বৰ দত্ত
সম্পাদক : শ্ৰীমনেশ্বৰ বৰমুদৈ
সহঃ সম্পাদক : শ্ৰীওছমান গনি ফকিৰ
শ্ৰীদিলীপ কুমাৰ অধিকাৰী
সদস্যসকল : শ্ৰীহেৰম্ব চৌধুৰী
" কৰুণা বৰুৱা
" প্ৰহ্লাদ চৌধুৰী



সদস্যসকল : শ্ৰীৰামেশ্বৰ ৰায়
" অজিত কুমাৰ বৰুৱা
" কমোল উদ্দিন ফকিৰ
" চফৰ আলি চৰকাৰ
" বিপিন চন্দ্ৰ দত্ত
" হৰিশ চন্দ্ৰ দাস
" মতী নিভা চৌধুৰী
" মঞ্জুলা চৰকাৰ
" সুবোধ কুমাৰ সোম

সদস্যসকল : শ্ৰীআব্দুল মানুন
" ভবেন ৰায়
" উমা বেনাৰ্জ্জী
" বন্তি দাস
" ডম্বৰুধৰ অধিকাৰী
" আব্দুল কৰিম চৌধুৰী
" ভবেন্দ্ৰ চন্দ্ৰ সূত্ৰধৰ
" ইয়াচিন আলি

## অনুসন্ধান শাখা-সমিতি

সভাপতি : শ্ৰীযাদব চন্দ্ৰ দাস
উপ-সভাপতি : শ্ৰীকাছেম আলি
সম্পাদক : শ্ৰীবিজয় ভাগৱতী
যুটীয়া সম্পাদক : শ্ৰীব্ৰহ্মানন্দ শৰ্মা
শ্ৰীমতী গৰিমা ডেকা গোস্বামী
শ্ৰীআব্দুল কুদ্দুছ
সদস্যসকল : শ্ৰীচিন্তাহৰন দাস
চেকেণ্ড অফিচাৰ, অভায়াপুৰী থানা।
শ্ৰীধনেন চক্ৰবৰ্ত্তী
শ্ৰীমতী কণিকা বৰ্মন (চৰকাৰ)।
শ্ৰীদেব কুমাৰ দাস
শ্ৰীঅলেন কুমাৰ ৰায়
শ্ৰীনৰেন শৰ্মা

সদস্যসকল : শ্ৰীদেবেশ চন্দ্ৰ দাস
শ্ৰীমতী অনু বৰুৱা
মঃ নজৰুল হক
শ্ৰীপূৰ্ণানন্দ পাঠক
শ্ৰীধৰ্মেশ্বৰ দাস
শ্ৰীহেৰম্ব কুমাৰ দাস
শ্ৰীশতীশ চন্দ্ৰ দাস
শ্ৰীকৰুণা বৰুৱা
শ্ৰীসুশীল কুমাৰ তালুকদাৰ
শ্ৰীদ্বিজেন্দ্ৰ দাস
শ্ৰীগনেশ চন্দ্ৰ দাস
শ্ৰীপ্ৰাণকৃষ্ণ দাস
শ্ৰীবীৰেন কাকতি
শ্ৰীগোবিন্দ গগৈ

## যাতায়ত আৰু পৰিবহন শাখা সমিতি

উপদেষ্টা : শ্ৰীমুক্তা ৰাম ব্ৰহ্ম
শ্ৰীলক্ষেশ্বৰ ৰায়,
সভাপতি : শ্ৰীপ্ৰানেশ্বৰ চৌধুৰী
উপ-সভাপতি : ভাৰপ্ৰাপ্ত বিষয়া, ৰাজ্যিক পথ পৰিবহন নিগম
(বঙ্গাইগাওঁ)
সম্পাদক : শ্ৰীসত্য নাথ দেৱ শৰ্ম্মা
সহঃ সম্পাদক : শ্ৰীধনেশ্বৰ পাঠক
শ্ৰীনাৰায়ন দাস
শ্ৰীসৰ্ব্বেশ্বৰ চৌধুৰী
সহবৃত্ত সদস্যসকল :
সম্পাদক : বিজনী—মানিকপুৰ বাছ-এচোচিয়েশন।
বিলাসীপাৰা-কোকৰাঝাৰ বাছ এচোচিয়েশন।
ধুবুৰী-তামাহাট " " "

সম্পাদক : বিলাসী পাৰা চাপটগ্ৰাম কোকৰাঝাৰ বাচ
এচোচিয়েশন।
গোৱালপাৰা নৰ্থ বেঙ্ক চুক্তি পৰিবহন সন্থা-ধুবুৰী।
ধুবুৰী বক্সিৰহাট বাচ এচোচিয়েশন।
শ্ৰীনৃপেন দাস।
" সুধীৰ পাঠক।
" নৰেন্দ্ৰ নাৰায়ন চৌধুৰী।
" যাদব চন্দ্ৰ দাস।
" অৰবিন্দ শৰ্ম্মা।
" ওম প্ৰকাশ মাহেশ্ৰী।
" ঘনশ্যাম দাস।
" ৰমনী মোহন দাস।

শ্ৰীহেমন্ত বৰুৱা ।
'' মহাবীৰ প্ৰসাদ আগৰৱালা ।
'' ষ্টেচন মাষ্টাৰ-বঙ্গাইগাওঁ, ৰেল ষ্টেচন ।
ষ্টেচন মাষ্টাৰ নিউ বঙ্গাইগাওঁ ৰেল ষ্টেচন ।
শ্ৰীকাৰ্যেন্দ্ৰ চন্দ্ৰ দাস ।
'' ধীৰেন চন্দ্ৰ সিংহ ।

## পতাকা উত্তোলন শাখা সমিতি

উপদেষ্টা : শ্ৰীতাম চন্দ্ৰ নেওগ ।
শ্ৰীৰফিজুদ্দিন আহমেদ ।
সভাপতি : শ্ৰীনুৰুল হক ।
সম্পাদক : শ্ৰীঅনিল ৰায় (বাবুল)
যুটীয়া সম্পাদক : শ্ৰীঅমৃত ৰায়
সদস্যসকল :
শ্ৰীদিবাকৰ ৰায়
'' মুকুল চৰকাৰ
'' আবুল হুচেইন
'' মতী বিনু বৰুৱা
'' নিৰ্ম্মাল্য চৌধুৰী
'' বিপুল দত্ত

সদস্যসকল : শ্ৰীৰাজিব আহমেদ ।
'' মো: সোনাউল্লা আহমেদ
'' দিবাকৰ ডেকা
'' আব্দুল আওৱাল
'' লক্ষেশ্বৰ পাঠক
'' নাৰায়ন ৰায়
'' চহিদুৰ ৰহমান
'' ত্ৰিদিপেন্দ্ৰ নাৰায়ন দেৱ
'' নৃপেন নাথ সৰকাৰ
'' কিশোৰ মোহন সিংহ
'' হেমেন ৰায়
'' বিভূতি ভূষণ ৰায়

## কাৰ্য্যালয় বিভাগ

কাৰ্য্যকৰী সভাপতি : শ্ৰীঅযোধ্যা ৰাম দাস, এম. এল. এ.
সাধাৰণ সম্পাদক : শ্ৰীজ্যোতিষ বৰুৱা
কোষাধ্যক্ষ : শ্ৰীদিলীপ কুমাৰ দাস
যুটীয়া সম্পাদক : শ্ৰীশৈলেন্দ্ৰ নাৰায়ণ দাস
শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ পাঠক

যুটীয়া সম্পাদক : শ্ৰীফনী ৰায়
শ্ৰীমহেশ চন্দ্ৰ পাঠক
কাৰ্য্যালয় সম্পাদক : শ্ৰীবিষ্ণুপদ বন্দোপাধ্যায়
টাইপিষ্ট : শ্ৰীযোগেশ চন্দ্ৰ নাথ
বাৰ্তাবহ : শ্ৰীসূৰ্য্য কুমাৰ ৰায়

0 0




অভ্যৰ্থনা সমিতিৰ একাংশ সদস্য

" অসমৰ প্ৰাচীন আদিবাসী ভাই-ভনী সকলৰ সংস্পৰ্শত ইয়াৰ পাৰিপাৰ্শ্বিক অৱস্থাত অসমীয়া ভাষা আৰু সাহিত্যই এটা বিশিষ্ট ৰূপ লৈ উঠিছে। এয়ে অসমীয়া ভাষা-সাহিত্যৰ বৈশিষ্ট্য।"

**খগেন্দ্ৰনাথ নাথ**
অভ্যৰ্থনা সমিতিৰ সভাপতিৰ
ভাষণ, ঊনত্ৰিংশ সন্মিলন,
গোৱালপাৰা ।

# জমা টকা বাঢ়ি উঠে ৭ গুণৰো বেছি




**এক হেজাৰ টকাৰ এখন কেছ চাৰ্টিফিকেট কিনিলে ২০ বছৰ পিছত পাব ৭৩২৮.০৭ টকা!**

ভবিষ্যতৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি ইউবিআই কেছ চাৰ্টিফিকেট কিনক। চাব, আপোনাৰ টকা কেনেকৈ বাঢ়ি যায়।

১০০ টকাৰপৰা আৰম্ভ কৰি বিভিন্ন দামৰ কেছ চাৰ্টিফিকেট ৭, ১০, ১৫ নাইবা ২০ বছৰ ম্যাদৰ কিনিব পাৰে। টকা অৱশ্যে ১০০ ৰ গুণণীয়ক হোৱা উচিত। নিৰ্দিষ্ট ম্যাদৰ শেষত একেলগে বহুত টকা পাব। সিটো আপোনাৰ জমা টকাৰ ৭ গুণৰো বেছি হব পাৰে।

আপোনাৰ সুবিধামতে টকাৰ সংখ্যা আৰু সঞ্চয়ৰ ম্যাদ আপুনিয়েই বাচি লওক। আজিয়েই ইউবিআই কেছ চাৰ্টিফিকেট কিনক।

আপোনাৰ জমা সুতৰ বাবে বছৰেকীয়া চাৰ্টিফিকেট পোৱা যাব

কেইটামান উদাহৰণ

| কেছ চাৰ্টিফিকেটৰ দাম | আপোনাৰ প্ৰাপ্য টকাৰ পৰিমাণ | | | |
|---|---|---|---|---|
| | ৭ বছৰ পিছত | ১০ বছৰ পিছত | ১৫ বছৰ পিছত | ২০ বছৰ পিছত |
| ১০০ | ২০০.৭৯ | ২৭০.৭০ | ৪৪৫.৩৯ | ৭৩২.৮১ |
| ৫০০ | ১০০৩.৯৬ | ১৩৫৩.৫২ | ২২২৬.৯৫ | ৩৬৬৪.০৪ |
| ৭০০ | ১৪০৫.৫৪ | ১৮৯৪.৯৩ | ৩১১৭.৭৪ | ৫১২৯.৬৫ |
| ১০০০ | ২০০৭.৯২ | ২৭০৭.০৪ | ৪৪৫৩.৯২ | ৭৩২৮.০৭ |
| ৫০০০ | ১০০৩৯.৬০ | ১৩৫৩৫.২১ | ২২২৬৯.৬০ | ৩৬৬৪০.৩৭ |
| ১০০০০ | ২০০৭৯.২০ | ২৭০৭০.৪১ | ৪৪৫৩৯.১৯ | ৭৩২৮০.৭৩ |

বিতং বাতৰিৰ বাবে ওচৰৰ ইউবিআইৰ যিকোনো শাখাৰ লগত যোগাযোগ কৰক



**ইউনাইটেড বেঙ্ক অব ইণ্ডিয়া**

(ভাৰত চৰকাৰৰ এটি সংস্থা)

DBB.UBI-7630A ASSM



"বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত জয় আই অসম বোল।"

—লক্ষ্মীনাথ বেজবৰুৱা

**অসম কাৰ্বন প্ৰডাক্টচ লিঃ**

গুৱাহাটী

## অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত অমৰ গ্ৰন্থ 'হস্তিবিদ্যাৰ্ণৱ'ৰ বিষয়ে সৰ্বভাৰতীয় বাতৰি কাকতৰ অভিমত

'হিন্দুস্থান টাইমছ' পত্ৰিকাৰ ১৯৭৬ চনৰ ১৬ মে তাৰিখৰ দেওবৰীয়া আলোচনী সংখ্যাত খ্যাতনামা কলা-সমালোচক কৃষ্ণ চৈতন্যই লেখিছে :

"যোৱা জানুৱাৰী মাহত পুৰণি অসমীয়া পুথি 'হস্তিবিদ্যাৰ্ণৱ'ৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা উন্মোচন এটি গুৰুত্বপূৰ্ণ ঘটনা, যদিও বৰ্তমানে ইয়াৰ তাৎপৰ্য্যৰ উপলব্ধি কেৱল পণ্ডিতসকলৰ মাজতে আবদ্ধ হৈ আছে। অসম প্ৰকাশন পৰিষদে দুটা কাৰণত এই পুথিখন প্ৰকাশ কৰিবলৈ লৈছে। প্ৰথমতে পুথিখনিৰ বিষয়বস্তু—অৰ্থাৎ হস্তিবিদ্যা—এনে যে এই বিষয়ে বৰ বেছি পুৰণি কিতাপ পাবলৈ নাই। তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল—অসমীয়া পুথি-চিত্ৰৰ ই এক সুন্দৰ ভঁৰাল।"

মাদ্ৰাজৰ পৰা প্ৰকাশিত ১৯৭৬ চনৰ ২৪ মে'ৰ 'হিন্দু' পত্ৰিকাত মন্তব্য দিয়া হৈছে ঃ

"হস্তিবিদ্যাৰ বিষয়ে ৰচিত এই অমৰ গ্ৰন্থখন পশুচিকিৎসক আৰু ভাৰতৰ সামাজিক-সাংস্কৃতিক বুৰঞ্জীবিদ—দুয়োৰে বাবে অপৰিহাৰ্য্য বৈজ্ঞানিক তথ্যপাতিৰে সমৃদ্ধ। এনে মন্তব্য মুঠেই অত্যুক্তি নহয় যে পুথিখনত থকা চিত্ৰবোৰে আমাক এনে এখন সম্পূৰ্ণ নতুন জগতলৈ লৈ যায় য'ত হাতীক নিচেই ওচৰৰ পৰা চাই সিহঁতৰ সকলো ধৰণৰ বৈশিষ্ট্য আৰু সূক্ষ্ম আচৰণৰ বিষয়ে জ্ঞান লাভ কৰিব পাৰি। কোনো এখন চিত্ৰও উত্তম পৰ্য্যায়ৰ পৰা তলখাপৰ নহয় আৰু প্ৰায়েই ১৮ শতিকাৰ প্ৰাপ্ত জন্তু-চিত্ৰসমূহৰ ভিতৰত আটাইতকৈ উৎকৃষ্ট।"

১৯৭৬ চনৰ ২৫ অক্টোবৰৰ 'ষ্টেটচ্‌মেন' কাকতত লেখিছে ঃ

"চিত্ৰ-কলাৰ পিনৰপৰা আলোচ্য পুথিখনি এক সম্পদ। ডঃ চৌধুৰীয়ে গ্ৰন্থখনি অতি যোগ্যতাৰে সম্পাদনা কৰিছে। পাঠৰ কিছুমান অংশ মনোমুগ্ধকৰ, কিন্তু সাধাৰণ পাঠকক বেছিকৈ আকৰ্ষণ কৰিব পুথিৰ চিত্ৰাৱলীয়ে। চিত্ৰবোৰৰ ১৭১ খন ৰঙীণ, ৮০ খন একৰঙীয়া।"





## এটি নিবেদন

শান্তিকামী জনসাধাৰণে সমাজত শান্তি শৃংখলা অটুত থকাটোৱেই কামনা কৰে। কিন্তু সমাজত কোনো অপৰাধ সংঘটিত হ'লে শান্তি ভঙ্গ হয়। সেই কাৰণে অপৰাধ নিবাৰণ আৰু অপৰাধীক শাস্তি বিধানত পুলিচ কৰ্তৃপক্ষই জনসাধাৰণৰ সক্ৰিয় সহযোগ কামনা কৰে।

### আপুনিনো পুলিচক কেনেকৈ সহায় কৰিব পাৰে ?

(১) অপৰাধমূলক ঘটনা ঘটাৰ লগে লগে বিস্তৃত বিৱৰণ পুলিচক দিয়ক, কাৰণ বিলম্বিত সম্বাদ অপৰাধ অনুসন্ধান কাৰ্য্যৰ মাৰাত্মক পৰিপন্থী।

(২) অপৰাধ সংঘটিত হোৱাৰ পিছত অপৰাধীয়ে যদি কোনো চিহ্ন অৰ্থাৎ আঙুলিৰ ছাপ, ভৰিৰ ছাপ অথবা অন্য কোনো সূত্ৰ ৰাখি যায় তাক অবিকৃত ৰাখি পুলিচক সহায় কৰক।

(৩) অপৰাধমূলক ঘটনা ঘটিলে ঘটনা-স্থলত পুলিচৰ অনুমতি নোলোৱাকৈ কোনো মানুহক প্ৰবেশ কৰিবলৈ নিদিব।

(৪) সন্দেহজনক কোনো বস্তুৰ সন্ধান পালে নিজে পৰীক্ষা কৰাৰ হেপাহ ত্যাগ কৰি পুলিচৰ সাহায্য লওক।

(৫) সংঘটিত অপৰাধ আৱিষ্কাৰত আৰু অপৰাধী দমনত তথ্য আৰু প্ৰমাণাদি সংগ্ৰহ কৰি পুলিচক সহায় কৰক।

(৬) ঘটনা ৰোধ কৰিবলৈ আৰু নিজৰ নিৰাপত্তা বজায় ৰাখিবলৈ হ'লে সকলো ধৰণৰ যান বাহন চলাচলৰ নিয়ম মানি চলক।

আপোনাৰ, আমাৰ তথা সমাজৰ স্বাৰ্থতেই পুলিচ প্ৰশাসনৰ জন্ম। গতিকে পুলিচৰ সহায় পাবলৈ আপোনাৰ সহযোগীতামূলক হস্ত প্ৰদান কৰক।

